**DASARATHIR KHOJ** : An Assamese Novel written by Mamoni Raisom Goswami and published by Rajendra Mohan Sharma on behalf of Chandra Prakash, Panbazar, Guwahati-1.

---

প্ৰকাশক : ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ - ২৫১১৯৪৬

প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৯৮
দ্বিতীয় প্ৰকাশ : ১৫ আগষ্ট, ২০০১
তৃতীয় প্ৰকাশ : ২০০৮

বেটুপাত : উৎপল বৰা

মূল্য : ১০০.০০ টকা মাত্ৰ

ডি টি পি : টেকনো এড, গোস্বামী ছাৰ্ভিচ, গুৱাহাটী-৩,
দূৰভাষ - ৯৮৬৪২-৯৬০৩০

মুদ্ৰণ : শৰাইঘাট ফটো টাইপছ প্ৰাইভেট লিমিটেড
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী - ৭৮১ ০২১

## ।। উৎসৰ্গ ।।

মোৰ সুখ দুখৰ লগৰী
মৰমৰ ভনী
শ্ৰীমতী সবিতা শৰ্মালৈ

—মামণি ৰয়ছম গোস্বামী

এক

# মৰিছাছ সন্মিলনৰ যাত্ৰীসকল

মানুহবোৰৰ মুখবোৰ ভালদৰে চিনা নগৈছিল। কাৰণ ৰাতি ভালদৰে পুওৱা নাছিল। আকাশে বৰ লাহে লাহে যেন পকা অমিতাৰ বৰণ ল'বলৈ আৰম্ভ কৰিছিল।

প্ৰায় সকলোবোৰ যাত্ৰীয়ে কম্বল আৰু চাদৰেৰে মুখ ঢাকি আহিছিল। গুড়গাঁৱৰ ভিতৰুৱা অঞ্চলৰ স্বামী পৰমানন্দৰ আশ্ৰমত এটা দলে ৰাতি কটাইছিল।

মাধৱানন্দ অসম আৰু বংগৰ সীমাৱৰ্তী এলেকা শ্ৰীভূমিৰ মানুহ। এক অপূৰ্ব শাৰীৰিক সৌষ্ঠৱৰ গৰাকী মাধৱানন্দ অৱস্থাপন্ন জমিদাৰৰ ল'ৰা। মাগধ বিশ্ববিদ্যালয়ত দৰ্শন শাস্ত্ৰত স্নাতক হোৱাৰ পাছত এক ধৰণৰ নৈৰাশ্য ভোগ কৰি তেওঁ কেতিয়া আহি এই ৰামায়ণ মণ্ডলীৰ সভ্য হ'ল কোনেও ক'ব নোৱাৰে। তেওঁৰ এই নৈৰাশ্য আৰু সন্ন্যাসীসম স্বভাৱৰ বাবে সীমান্তৱৰ্তী এলেকাত তেওঁৰ নামত থকা বিৰাট ভূসম্পত্তি সাত ভূতে লুটি খোৱাৰ উপক্ৰম কৰিছিল। সেইবোৰ দুৰ্বৃত্ত আৰু আতংকবাদীৰ আড্ডাৰ ঠাই হৈ পৰিছিল।

ঋষি বাল্মীকিয়ে দিয়া শ্ৰীৰামচন্দ্ৰৰ শাৰীৰিক সৌষ্ঠৱৰ লগত মাধাৱনন্দৰ শাৰীৰিক সৌষ্ঠৱৰ অনেক মিল আছিল। তেওঁৰ আৰক্ত ওঁঠে সদায় যেন বৃহস্পতিৰ দৰে যুক্তিময় বাক্যহে বৰ্ষণ কৰে। সৰহ ভাগ সময় তেওঁ যেন চিন্তাহে কৰি থাকে। দেশে-বিদেশে ঘূৰি ফুৰা ৰামায়ণ মণ্ডলীত চামিল হোৱাৰ আগেয়ে বন্ধুবৰ্গই তেওঁক উপদেশ দিছিল তেওঁ গাঁৱে-ভূয়ে গৈ নানা জনহিতকৰ কাম কৰিব পাৰে। এই দেশৰে সীতামাৰি, মাটিয়া পাহাৰ ইত্যাদি অঞ্চলত এতিয়াও কত কাম কৰিবলগীয়া আছে! নিবনুৱা, নিৰক্ষৰতা, দৰিদ্ৰতা,

খোৱাপানীৰ ভয়ানক দুৰ্যোগ। কত কাম আছে! প্ৰত্যেক সজ আত্মাই সন্ন্যাস এৰি দুখীজনৰ মাজত কাম কৰা উচিত। ৰামচন্দ্ৰই জানো কোৱা নাছিল— "যোৱা, সেই দুখীজনৰ মাজলৈ যোৱা। মই তেওঁলোকৰ হৃদয়তে বাস কৰোঁ।"

মাধৱানন্দই কুৰ্তা-পায়জামা পিন্ধি আহিছিল। হাতত এটা সৰু ছুটকেছ। তেওঁ বিমান বন্দৰৰ দুৱাৰমুখত ৰৈ আছিল।

সৌৱা ৰামায়ণ মণ্ডলীৰ আন এক সভ্য আহিছে। তেওঁ বেলজিয়ামৰ জেছুইটধৰ্মী পণ্ডিত পোলিত। তেওঁক সকলোৱে খ্ৰীষ্টান বাবা বুলিয়েই মাতে। তেওঁ ৰামায়ণ মণ্ডলীত চামিল হোৱা বহু বছৰ হ'ল। ৰামায়ণ সাহিত্যৰ বিশ্ববিখ্যাত পণ্ডিত ফাডাৰ কামিল বুল্কে তেওঁৰ সহকৰ্মী আছিল। তুলসীৰ ৰামচৰিত মানসৰ দৰ্শন লৈ তেওঁ কাম কৰি আছিল। বয়স সত্তৰৰ ওপৰ হৈছিল। মণ্ডলীৰ লগত অহৰহ ঘূৰি ফুৰা বাবে তেওঁ তেওঁৰ দৈনিক নীতি-নিয়ম ভালদৰে মানিব নোৱাৰিছিল। স্বাস্থ্যও ভাগি আহিছিল। মানুহজন কুঁজা, চুটি-চাপৰ। একেবাৰে পকি যোৱা চুলি আৰু ডাড়িয়ে-গোঁফে ভোবোকাৰ মুখ। চকুত ডাঠ ফ্ৰেমৰ চছমা। পিন্ধনত এটা দীঘল কুৰ্তা আৰু ঢিলা পায়জামা। হাতত চামৰাৰ ডাঙৰ বেগ। বৰ মূল্যবান বস্তু এটা বুকুত লৈ ফুৰাৰ দৰে বেগটো তেওঁ লৈ ফুৰাইছে। ৰামায়ণ সাহিত্যৰ বিদগ্ধ পণ্ডিত ফাডাৰ কামিল বুল্কেৰ লগত তেওঁৰ প্ৰগাঢ় সম্বন্ধৰ কথা সকলোৱে জানিছিল। বুল্কে চাহাবৰ লগত তেওঁ চিত্ৰকূট, বিন্ধ্য পৰ্বত আদি অনেক ঠাইত ঘূৰিও ফুৰিছিল। বুল্কে চাহাবে প্ৰয়াগ বিশ্ববিদ্যালয়ত ৰামকথাৰ বিষয়ে ডি.ফিল. কৰি থকাৰ সময়ত এইগৰাকী ৰামভক্তই তেওঁক গ্ৰীষ্মকালত আমগছৰ তলত খাটিয়া পাৰি দিছিল। মৌ ৰসৰ লগত ব্ৰাণ্ডি মিহলাই পানীয় খুউৱাৰ পৰা আৰম্ভ কৰি পৰ্বত আকাৰৰ পাণ্ডুলিপিবোৰৰ হিচাপ-নিকাচ ৰখাৰ সকলো কাম ফাডাৰ পোলিতেই কৰিছিল।

বিমান বন্দৰলৈ আহি তেওঁ মাধৱানন্দৰ ওচৰলৈ আগবাঢ়ি গ'ল। ৰ'জমেৰিও আহিছে। আঃ! দীঘল সোণালী চুলি আৰু জোঙা নাক... ইটালিৰ কাৰাৰৰ শুভ্ৰ মাৰ্বলৰ দৰে শৰীৰৰ বৰণ। পাঁচ ফুট ছয় ইঞ্চিৰো অধিক উচ্চতা! তাই হাংগেৰিৰ মানুহ। কিমান বয়স হ'ব বাৰু তাইৰ? ত্ৰিছ, বত্ৰিছ ...এৰা ইমানেই হ'ব। শ্ৰীৰামচন্দ্ৰৰ ছবি আঁকে তাই। সভাৰ প্ৰাংগণত তাইৰ ছবি প্ৰদৰ্শিত হয়। তাই আজি দীঘল হালধীয়া ফ্ৰক পিন্ধি আহিছে। ৰ'জমেৰি ফ্ৰান্সত শিক্ষা লাভ কৰি অহা মানুহ। তাই উদয়পুৰৰ নাথদ্বাৰা (Nathadwara) শিল্পৰ আৰ্হিতে স্বয়ং সীতাৰ চৰিত্ৰটি বিভিন্ন কবিয়ে দিয়া বৰ্ণনাৰ আৰ্হিত চিত্ৰিত কৰিছিল।

'নাথদ্বাৰা' শিল্পৰ লগত ফ্ৰান্সত শিকি অহা জ্ঞানক মিলাই তাই এক সম্পূৰ্ণ নতুন ধাৰাৰ সৃষ্টি কৰিছিল। সখীসকলৰ সৈতে অশোক বাটিকাত বিহাৰ, স্বয়ম্বৰ সভাত সীতা, স্বৰ্ণমৃগ আৰু সীতা, সীতা হৰণ, সীতাৰ অগ্নি প্ৰৱেশ ইত্যাদিৰ ছবি বিভিন্ন বিশ্বসভাত প্ৰদৰ্শিত কৰি ৰখা হৈছিল। তাইৰ নিজৰ জীৱন-কাহিনীও আছিল অনন্য।

মানুহৰ ভিৰৰ কাৰণে এটা হৈ-চৈ লাগি পৰিল। এইখিনি সময়তে নৃত্যাংগনা মোহিনী ওৰফে ভুবনমোহিনী আহি হাজিৰ হ'ল। তেওঁৰ পিছে পিছে আহিল গায়ক, সাৰেংগীবাদক, আৰু তবলচীকে আদি কৰি আন এটা দল। তাই ঢিলা বিচিত্ৰ বৰণৰ ঘাগৰা এটা পিন্ধিছে। প্ৰকাণ্ড দীঘল চুলিকোছাৰে তাই বেণী এডাল গুঁঠি আহিছিল। (হনুমানে ৰাৱণৰ উন্তেষপুৰত সীতাক বিচাৰি পাবলৈ ৰাৱণৰ শুই থকা তিৰোতাবোৰৰ চুলি জুখি চাইছিল। আঠহাত দীঘল চুলি থকা তিৰোতা পালেই হনুমানে জানিব সীতাক বিচাৰি পোৱা বুলি। ভুবনমোহিনী আহিলেই সেয়ে যাত্ৰীসকলে সীতাৰ কথা স্মৰণ কৰে।)

ভুবনমোহিনীৰ লগত অহা তবলচী, সাৰেংগীবাদক, মৃদংগবাদক আৰু গায়কেও বৰ বিচিত্ৰ কাপোৰ-কানি পিন্ধি আহিছে।

তবলচীৰ ডিঙিত সোণৰ চেইন, ফুলাম কুৰ্তা, ভৰিত কোলহাপুৰী ছেণ্ডেল। ওঁঠ দুটা ৰঙা। অহৰহ পাণ চোবাই থাকে বাবেই চাগে? চুলি দীঘল। মূৰ জোকাৰি জোকাৰি তবলা বজালে চুলিয়েও নৃত্য কৰিবলৈ ধৰে।

গায়কগৰাকীৰ কপালত সমান্তৰালভাৱে আঁকা আছে চন্দনৰ ৰেখা। তেওঁ বোধহয় শৈৱধৰ্মী মানুহ। তেওঁৰো চুলি দীঘল। পৰিষ্কাৰ ধুতী আৰু কুৰ্তা। কান্ধত পৰিষ্কাৰ উত্তৰীয়। ডিঙিত ৰুদ্ৰাক্ষৰ মালা। তেওঁৰো ভৰিত কোলহাপুৰী ছেণ্ডেল। মেদবহুল শৰীৰৰ বাবে বেছি লৰা-ঢপৰা নকৰি আহিয়েই তেওঁ লাউঞ্জত বহিল।

দীঘল নেজ থকা ৰাজস্থানী চাফা (পাগুৰি) পিন্ধি আগেয়ে আহি বহি আছে মৃদংগবাদক এজন। পিন্ধনত কুৰ্তা আৰু ধুতী। ভৰিত পাতিয়ালাৰ নাগৰা। তেওঁ ৰূপৰ টেমা এটাৰ পৰা পাণ উলিয়াই উলিয়াই সময়ে সময়ে মুখত লৈ, লাউঞ্জৰ মানুহবোৰলৈ বৰ কৌতূহলেৰে চাই আছিল। পাতল চেলাউৰিৰ তলত তেওঁৰ চকু দুটা উখহা যেন দেখা গৈছিল। সম্ভৱ তেওঁ গোটেই ৰাতি পানীয় সেৱন কৰি আহিছিল। সাৰেংগীবাদকগৰাকী পাতল মানুহ। তেওঁ যোধপুৰী পিন্ধি আহিছিল।

এই গোটেই দলটোৱেই ভুবনমোহিনীৰ পাৰ্টিৰ মানুহ। তেওঁলোক আই, ছি, ছি, আৰ-ৰ তৰফৰ পৰা আহিছে। তেওঁলোক বহিব এক্সিকিউটিভ ক্লাছত। তবলা, তানপুৰা, পাখোৱাজ, মৃদংগ সকলোবোৰ কাপোৰেৰে বৰ নিয়াৰিকৈ বান্ধি আনিছে।

এই ভ্ৰমণক নিয়ন্ত্ৰিত কৰি ৰখা মণ্ডলীৰ নেতা হ'ল শ্ৰীভুবনেশ্বৰ শাস্ত্ৰী ওৰফে শাস্ত্ৰী মহাৰাজ। তেওঁ কেতিয়াবাই আহি বিমান বন্দৰৰ ভিতৰলৈ সোমাই গৈছিল। তেওঁ থুলন্তৰ মানুহ। বগা ধুতীৰ ওপৰত তেওঁ পিন্ধিছে গেৰুৱা ৰঙৰ পাটৰ কুৰ্তা। চকুত ডাঠ ফ্ৰেমৰ চছমা। তেওঁৰ শৰীৰৰ বৰণ বগা। বেক ব্ৰাছ কৰা চুলি। কপালত চন্দনৰ ৰেখা। কান্ধত এখন গেৰুৱা ৰঙৰ উত্তৰীয়।

এবাৰ তেওঁ কোবাকুবিকৈ ওলাই আহি বাহিৰত কিমান মানুহ আহিছে চালে। মাধৱানন্দ, ৰ'জমেৰি আৰু পোলিতে চাহাবে তেওঁক দেখি মূৰ দোঁৱালে।

এইবাৰ শাস্ত্ৰী মহাৰাজে পকেটত থকা লিষ্টখন পঢ়ি চালে। গুড়গাৱঁৰ স্বামী পৰামানন্দ আশ্ৰমত ৰাতি থাকি অহা উত্তৰ কাশীৰ জঁটাধাৰী সন্ন্যাসী আৰু বৃন্দাবনৰ দৰবাৰী গায়ক এজন আৰু সন্ন্যাসী স্বামী হৰিনাৰায়ণে একেলগে আহি শাস্ত্ৰী মহাৰাজৰ ওচৰত মূৰ দোঁৱালে।

মহাৰাজক বৰ আনন্দিত হোৱা দেখা গ'ল। তেওঁ ক'লে, "এতিয়া স্বামী প্ৰভুপদ আহি পালে মই স্বস্তিৰ নিশ্বাস ল'ব পাৰো। মৰিছাছৰ ভক্তসকলে তেওঁৰ বাবে বৰ আগ্ৰহেৰে অপেক্ষা কৰি আছে।"

লাহে লাহে পোহৰ হৈ আহিছিল। এই সন্ন্যাসীসকলৰ গেৰুৱা কাপোৰৰ দৰে ৰং লোৱা আকাশ লাহে লাহে স্পষ্ট হৈ আহিছিল। বিমান বন্দৰত মানুহৰ ভিৰ আৰু বাঢ়ি আহিল। বিভিন্ন দেশলৈ যোৱা যাত্ৰীৰে ভৰি পৰিল বিমান বন্দৰ।

এইখিনি সময়তে অটো এখনৰ পৰা ফোপাই-জোপাই বস্তু-বাহানি লৈ নামি আহিল কমলাদেৱী। বৰ কোবাকুবিকৈ আহিছিল বাবে সম্ভৱ তাই তাইৰ চুলিকোছা বান্ধিবই পৰা নাছিল। ট্ৰলি এখন টানি আনি তাত বস্তু-বাহানি থৈ তাই কোবাকুবিকৈ টিকট উলিয়াই লৈ ট্ৰলি ঠেলি গেটেৰে সোমাই গ'ল। আজি বন্দুকধাৰীৰ সংখ্যা বেছি। তাই সোমাই আহোঁতে কেইবা ঠাইতো টিকট দেখুৱাবলগীয়া হ'ল।

শাস্ত্ৰী মহাৰাজ এইবাৰ ইণ্ডিয়ান এয়াৰ লাইনছৰ কাউন্টাৰৰ ওচৰত থিয় হ'ল। তেওঁ যাত্ৰীবোৰক মেটেল ডিটেক্টৰেৰে ছুটকেছবোৰ পৰীক্ষা কৰি নিবলৈ

আদেশ দিলে। কমলাদেৱীয়ে লৰি গৈ তেওঁৰ ভৰি দুটা স্পৰ্শ কৰিলে। শাস্ত্ৰী মহাৰাজে মূৰত হাত থৈ তেওঁক আশীৰ্বাদ দিলে। তাৰ পাছত তেওঁ ক'লে, "পাছপৰ্ট, টিকট ইত্যাদি ঠিকে ৰাখিছানে? যোৱা, গোটেই পাৰ্টি একগোট হৈ মাল-পত্ৰবোৰ মেটেল ডিটেকটৰেৰে পৰীক্ষা কৰাই আনা।"

ইতিমধ্যে বিমান বন্দৰত হুলস্থূল বাঢ়ি আহিল। বিভিন্ন কাউন্টাৰত কিউৰ নেজ বাঢ়িবলৈ ধৰিলে। এইখিনি সময়তে ৰামায়ণ মণ্ডলীৰ আৰু অনেক মানুহ আহি হাজিৰ হ'ল।

কিছুদিন আগতে এই মণ্ডলীৰ লগত চামিল হোৱা মণ্ডল-দম্পতীও আহি হাজিৰ হ'ল । নিজৰ একমাত্ৰ পুত্ৰক সন্ত্ৰাসবাদীৰ হাতত হেৰুৱাই মণ্ডল-দম্পতী ঘূৰি ফুৰিছে। ল'ৰাটোৰ শটো পোৱা নাই বাবে তেওঁলোকে আশা এৰি দিয়া নাই।

মণ্ডল-দম্পতী সোমাই অহাৰ লগে লগে শাস্ত্ৰী মহাৰাজে আগুৱাই আহি কান্ধত হাত থৈ অভিবাদন কৰিলে। সকলোৰে শুনাকৈ তেওঁ ক'লে— "এয়াৰপৰ্ট টেক্সৰ বাবে টকা উলিয়াই লোৱা। ইয়াত তোমালোকে কিছু ফৰেইন এক্সচেইঞ্জো পাবা।"

কাউন্টাৰৰ ওচৰত ভিৰ বাঢ়ি অহাৰ লগে লগে শাস্ত্ৰী মহাৰাজে সকলোৰে শুনাকৈ চিঞৰি চিঞৰি আকৌ ক'বলৈ ধৰিলে, "সকলোৰে পাছপৰ্ট আৰু টিকট উলিয়াই লয় যেন। মেটেল ডিটেকটৰেৰে বাকচবোৰ পৰীক্ষা কৰাই আনি এইখিনিতে সাজু কৰা.... এইখিনিতে সাজু কৰা ......।"

মাল-পত্ৰ লৈ সোমোৱাৰ হুৰমূৰণি লাগি পৰিল। ইয়াতো সকলোৰে ট্ৰলি লৈ শাৰী পাতিবলৈ ধৰিলে।

ঠিক এই সময়তে ফোপাই-জোপাই আহি হাজিৰ হ'ল অধ্যাপক বিষ্ণুদয়াল আৰু তেওঁৰ পত্নী। তেওঁলোক দুয়োকে থ'বলৈ আহিছে যুৱকপুত্ৰ কৈলাশ? এটা দৃশ্য দেখি যাত্ৰীসকল স্তম্ভিত হৈ পৰিল। বিষ্ণুদয়ালহঁতে কঢ়িয়াই আনিছে প্ৰকাণ্ড প্ৰকাণ্ড কিতাপৰ পেকেট কিছুমান। শাস্ত্ৰী মহাৰাজে আগুৱাই গৈ এক প্ৰকাৰ আটাহ পাৰি উঠিল, "এই পাহাৰৰ সমান কিতাপ লৈ যোৱাটো সম্ভৱ নহ'ব।"

বিষ্ণুদয়ালে বিনয়েৰে হাতযোৰ কৰি ক'লে—"কি কয়! কি কয় মহাৰাজ? মই যোৱাবাৰ সভাতে মোৰ হৃদয়ৰ কথা প্ৰকাশ কৰিছিলো। 'ৰামচৰিত মানসৰ অমৃত বাণী' মই মোৰ জমা পুঁজিৰে ছপাইছো আৰু এই বিশ্বসভাত মই এই

পুথি সকলোকে বিলাই দিম। মনৰ আনন্দত বিলাই দিম। কাৰো পৰা এটা ফুটাকড়িও মই নলওঁ।”

ভিৰৰ মাজতো শাস্ত্ৰী মহাৰাজে এখন কিতাপ লুটিয়াই চালে।

শ্ৰীৰামচৰিতমানসৰ ‘অমৃত বাণী’সমূহ সকলোৱে সুন্দৰকৈ বুজিব পৰাকৈ দেৱনাগৰী হৰফৰত লিখা আছে। প্ৰথমে আছে ধৰ্মৰথৰ এক অপূৰ্ব পংক্তিঃ

“এই কণ্টকৰ নিষ্ঠুৰ পৃথিৱীক কেনেকৈ জয় কৰিবা? মানুহৰ তেজেৰে প্লাৱিত হোৱা এই পৃথিৱীক কেনেকৈ জয় কৰিবা?”

শুনা, মোৰ ধৰ্মৰথৰ কাহিনী শুনা........

মোৰ ৰথৰ চকা হৈছে শৌৰ্য আৰু ধৈৰ্য, ইয়াৰ পাতাকা হৈছে সত্য আৰু সদাচাৰশীলতা, দৃঢ়তা, বিচাৰশক্তি আৰু বিবেক। সংযম আৰু পৰোপকাৰ হ’ল এই ৰথৰ তজবজীয়া ঘোঁৰা। ক্ষমা, দয়া, সমতাই হৈছে এই ঘোঁৰাৰ মজবুত লাকাম। ভক্তি হৈছে এই ৰথৰ সুযোগ্য সাৰথি আৰু বৈৰাগ্যই হৈছে ইয়াৰ প্ৰচণ্ড ঢাল। সন্তুষ্টিয়ে হৈছে ক্ষুৰধাৰ তাৰোৱাল, দানেই হৈছে ইয়াৰ কুঠাৰ, বুদ্ধিশক্তি -বিজ্ঞানেই প্ৰচণ্ড ধনু, নিৰ্মল স্থিৰমনেই হৈছে তূণ, শান্তি আৰু ইন্দ্ৰিয় সংযমেই হৈছে ইয়াৰ নানা প্ৰকাৰৰ বাণ, ভক্তি অজেয় কবচ। এই ৰথত যেয়ে আৰোহণ কৰিব পাৰে তেওঁৰ জয় অনিবাৰ্য।”

শাস্ত্ৰী মহাৰাজে এই কথাখিনি পঢ়ি কিছুসময় তন্ময় হৈ ৰ’ল। কিন্তু নাই নাই, এয়া পঢ়াৰ সময় নহয়। সৌৱা মণ্ডলীৰ প্ৰায় সকলোবোৰেই আহিছে। এয়াৰ ইণ্ডিয়াৰ দুই-তিনিটা কাউন্টাৰ খোলা হৈছে। সকলোতে কিউৰ নেজ বাঢ়ি আহিছে। লাহী দেহৰ বিমান পৰিচালকসকল ব্যস্ত হৈ অহা-যোৱা কৰা দেখা গৈছে।

আকৌ আটাহ পাৰি উঠিল শ্যাস্ত্ৰী মহাৰাজে, “সকলোৱে আহি কিউত থিয় হোৱা। বম্বেৰ পৰা আমি এয়াৰ মৰিছাছত উঠিব লাগিব। আহা আহা, সকলো থিয় হোৱাহি।”

কাউন্টাৰত কিউৰ দৈৰ্ঘ্য আৰু বাঢ়ি আহিল।

মানুহৰ হুৰমুৰণিৰ মাজত কোনেও বিষ্ণুদয়াল শৰ্মালৈ বিশেষভাৱে লক্ষ্য কৰা নাছিল। তেওঁ টাকুৰি ঘূৰাদি ঘূৰি ফুৰি যাত্ৰীসকলৰ ট্ৰলিত একো-একোটা পেকেট তুলি দি আছিল। সময় হৈ অহাৰ লগে লগে তেওঁ উত্ৰাৱল হোৱাৰ দৰেই পেকেটবোৰ যাত্ৰীবোৰৰ ট্ৰলিত তুলিবলৈ ধৰিলে। যিবোৰ যাত্ৰীয়ে তেওঁক চিনি নাপাইছিল সেইবোৰে থেৰেগেৰো কৰিলে যদিও মুখ খুলি নিজৰ অসন্তুষ্টি

প্ৰকাশ কৰিবলৈ ইচ্ছা নকৰিলে। এৰা, এয়া ৰামায়ণৰ মহা সম্মিলনলৈ সকলো আগাড়ি আহিছে। সংযম আৰু ত্যাগৰ ভাৱনাৰে অহৰহ মন পৰিষ্কাৰ ৰাখিব লাগিব। সত্তৰ বছৰ বয়সীয়া বিষ্ণুদয়ালৰ তৎপৰতা আৰু উৎসাহত আচৰিত নোহোৱাকৈ অৱশ্যে কোনো থকা নাই। তেওঁ অদ্ভুত উৎসাহেৰে যাত্ৰীৰ ট্ৰলিত পেকেটবোৰ দি যাবলৈ ধৰিলে। ভিৰৰ মাজেদি কোঁ-কোঁৱাই গৈ তেওঁ ট্ৰলিৰ ওপৰত কিতাপ তুলিছিল। ভিৰৰ মাজতো সকলোৰে দৃষ্টি তেওঁৰ ছেণ্ডেলৰ ওপৰত পৰিছিল। পুৰণা ছেণ্ডেলযোৰ চোঁচৰাই-চোঁচৰাই তেওঁ লৰা-ঢপৰা কৰি আছিল। ফটা-গাৰোহাটো তেওঁৰ বাহিৰতেই আছিল। এই ছেণ্ডেলযোৰৰ পৰাই গম পোৱা গৈছিল যে তেওঁৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়। কিন্তু এয়া যে তেওঁৰ হৃদয়ত এক প্ৰচণ্ড তাড়না।

হঠাৎ ৰ'জমেৰিয়ে আটাহ পৰাৰ শব্দ শুনা গ'ল, "নানিবা নানিবা, মোৰ ওচৰলৈ এইবোৰ নানিবা। মোৰ নিজৰ ছবিৰ সৰঞ্জামবোৰ চম্ভালাই অসম্ভৱ হৈ পৰিছে।"

ৰ'জমেৰিয়ে এইদৰে মুখ খোলাৰ সুযোগতে উত্তৰ কাশীৰ জঁটাধাৰী সন্ন্যাসীয়েও আটাহ পাৰি উঠিল, "দহোকুৰি। দহোকুৰি!! আমাৰ মোনাবোৰত সেইবোৰ নভৰাব। বিদেশলৈ গ'লে আমি ৰন্ধা-বঢ়া সৰঞ্জামসমূহো লগত আনিব লাগে। নিৰামিষভোজী প্ৰাণী আমি। যোৱাবাৰ শ্যামদেশত কি হৈছিল শুনা নাছিলা নে?"

নাই নাই, শ্যামদেশত কি হৈছিল সেই কথা শুনাৰ সময় নাই। ধপ-ধপ শব্দ কৰি তেওঁ কিতাপৰ পেকেট লৈ আকৌ ভিৰৰ মাজলৈ কোঁ-কোঁৱাই সোমাই গ'ল।

কৈলাসে আটাহ পাৰি উঠিল, "সেইদিনা অপাৰেশ্যন হৈ যোৱা মানুহটোৱে এয়া কি কৰে? কি কৰে?"

শ্ৰীমতীয়েও আটাহ পাৰি উঠিল, "হৈছে, হৈছে আৰু। বাকীখিনি কিতাপ কৈলাসে ওভতাই লৈ যাব।"

ক'ত শুনে পণ্ডিত বিষ্ণুদয়ালে। তেওঁৰ দৌৰা-দৌৰি চলিয়েই থাকিল। ভিৰৰ মাজত সোমাই তেওঁ পেকেটবোৰৰ এটাৰ পিছত এটাকৈ লৈ যাব ধৰিলে।

সত্তৰ বছৰীয়া বৃদ্ধই যেন এক অভিনৱ উৎসাহ লাভ কৰিছে। ধপ ধপ ধপ, চট চট চট...... তেওঁ চোঁচৰাই লৈ যোৱা ছেণ্ডেলৰ আৱাজে সকলো শব্দকে হেঁচুকি যেন দূৰলৈ লৈ গ'ল।

কোনেও তেওঁক ৰখাব পৰা নাই। তেওঁ মানুহবোৰৰ মুখবোৰ চাইছে আৰু ট্ৰলিবোৰত এটাৰ পিছত এটাকে পেকেটবোৰ তুলি দিছে।

নাই নাই, তেওঁ লক্ষ্যই কৰা নাই যে প্ৰায়বোৰ যাত্ৰীয়ে মেটেল ডিটেক্টৰৰ ওচৰত পেকেটবোৰ একাষৰীয়াকৈ থৈ দিছে।

বৰ আগ্ৰহ আৰু আদৰেৰে তেওঁৰ পেকেটবোৰ গ্ৰহণ কৰিলে নৃত্যাংগনা ভুবনমোহিনীৰ দলটোৱেহে। তেওঁলোক বেলেগ জগতৰ মানুহ।

বিষ্ণুদয়ালৰ দৌৰা-দৌৰি চলি থাকিল। তেওঁৰ ঢিলা চটি ঘামেৰে তিতি গ'ল।

ফিৰিংগী ৰবাৰ্ট আহি হাজিৰ হৈছে। লেংপেংকৈ ওখ মানুহ ৰবাৰ্ট। গাৰ বৰণ হাতীৰ দৰে। গাত এখন ৰামনামী। ঢিলা ছাৰ্ট-পেন্ট। ভৰিত গেধেপা জোতা।

বিষ্ণুদয়ালে কোঁ-কোঁৱাই গৈ তেওঁৰ ট্ৰলিতো পেকেট এটা তুলি দিলে।

বিষ্ণুদয়ালৰ দৌৰা-দৌৰি চলি থাকিল। তেওঁৰ কপালেৰে ঘাম ববলৈ ধৰিলে। তেওঁৰ বুশ্ব ছাৰ্ট ঘামেৰে তিতি গ'ল। যাত্ৰী আহিছে নে নাই চোৱা আৰু পেকেট ট্ৰলিৰ ওপৰত তুলি দিয়া.....এয়ে কাম হ'ল।

চিঞৰ-বাখৰ, দৌৰা-দৌৰি চলি থাকিল। ঠিক এইখিনিতে এটা প্ৰচণ্ড আৱাজ শুনা গ'ল।

হুৰ হুৰ হুৰ হুৰাৎ। বাগৰি পৰিল বিষ্ণুদয়াল। ওচৰৰ মানুহবোৰে ফৰিং ছিটিকা দিলে।

যাত্ৰীবোৰৰ প্ৰায়বোৰেই আহি তেওঁক বেৰি ধৰিলে। সকলোৱে অসহায় হৈ তেওঁৰ ওচৰত থিয় হ'ল। শাস্ত্ৰী মহাৰাজে আটাহ পাৰি উঠিল, "ডাক্তৰ! ডাক্তৰ!"

চাৰিওফালে চিঞৰ-বাখৰ লাগি পৰিল—ডাক্তৰ! ডাক্তৰ!!

জঁটাধাৰী সন্ন্যাসীৰ লগত অহা শিষ্য এটাই উবুৰি হৈ পৰি বিষ্ণুদয়ালৰ মুখত মুখ দি শ্বাস দিবলৈ ধৰিলে। কৈলাসে অসহায় হৈ দেউতাকৰ বুকুত ভুকুৱাবলৈ ধৰিলে।

নাই নাই, কাৰো সময় নাই। সকলোৱে বিভিন্ন কাউন্টাৰত থিয় হ'ব লাগিব। মানুহ মৰি গ'লেও এতিয়া আৰু চাবলৈ কাৰো সময় নাই। বিস্ময়কৰ! বিস্ময়কৰ!!

শাস্ত্ৰী মহাৰাজে আকৌ আটাহ পাৰি উঠিল—"ডাক্তৰ! ডাক্তৰ!!"

কাউন্টাৰৰ ওচৰলৈ গৈ তেওঁ ধৈৰ্য হেৰুৱাই কৰ্মৰত অফিছাৰবোৰক মাতিবলৈ ধৰিলে।

আচৰিত কথা এয়ে যে চকুৰ পচাৰতে পোন্ধৰ মিনিট অতিবাহিত হৈ গ'ল, অথচ ডাক্তৰৰ নাম-গোন্ধ নাই। কাউন্টাৰৰ মানুহবোৰে আকৌ নিজৰ কামত মনোযোগ দিলে—যেন একোৱেই হোৱা নাই।

বিষ্ণুদয়াল অচেতন হৈ পৰি থাকিল। পুতেকে অসহায় হৈ বুকুত ভুকুৱাই ভুকুৱাই হায়ৰাণ হৈ পৰিল।

হঠাৎ ভয়ানক মূৰ্তি ধাৰণ কৰিলে বিষ্ণুদয়ালৰ পুত্ৰ কৈলাস। জখমী জানোৱাৰৰ দৰে সি হুংকাৰ কৰি উঠিল—"ঐ চাল্লা! মাত মাত, ডাক্তৰক মাত!"

কোঁ-কোঁৱাই গৈ সি কাউন্টাৰৰ ওচৰত লম্ফ-জম্ফ কৰিবলৈ ধৰিলে। গৰ্জন কৰি সি আটাহ পাৰিবলৈ ধৰিলে—"ঐ চাল্লা! মই এতিয়াই তহতঁৰ এইবোৰ চব বাহিৰলৈ পেলাই দিম। ক'ত তহতঁৰ মেডিকেল বিভাগ? মাত, মাত। ইমান ডাঙৰ এয়াৰপৰ্ট, ডাক্তৰ নাই? ঐ হাৰামজাদে, আদমি মৰ ৰহা হ্যায়।"

স্তব্ধ হৈ পৰিল সকলো। কাউন্টাৰৰ অফিছাৰসকলে নিজৰ কাম এৰি দৌৰা-দৌৰি কৰিবলৈ ধৰিলে। চাৰিওফালে চিঞৰ-বাখৰ লাগি পৰিল। পুলিচ আহি হাজিৰ হ'ল।

ডাক্তৰ! ডাক্তৰ!

বিষ্ণুদয়ালৰ পুত্ৰই সকলোৰে সন্মুখত এক ভয়ংকৰ ৰূপ ধাৰণ কৰিলে। জঁটাধাৰী সন্ন্যাসীৰ হাতৰ পৰা দাণ্ডা কাঢ়ি লৈ সি আফালিয়াবলৈ ধৰিলে। দুই-এটা কোব যাত্ৰীৰ গাতো পৰিল। ক'লা কাপোৰ পিন্ধা ছিটিউৰিটি অফিছাৰ এটাই তাক গবা মাৰি ধৰিলে।

এম্বুলেন্স আহিল, ডাক্তৰ আহিল। বিষ্ণুদয়ালক তুলি লৈ যোৱা হ'ল যদিও ইতিমধ্যে তেওঁৰ প্ৰাণবায়ু উৰি গৈছিল।

'ৰামায়ণৰ অমৃতবাণী'ৰ পেকেটবোৰ চাৰিওফালে সিঁচৰতি হৈ পৰি ৰ'ল।

আকৌ বিমান বন্দৰ ব্যস্ত হৈ পৰিল। ৰামায়ণ মহামেলাৰ যাত্ৰীসকলে সুৰক্ষা-জাঁচৰ বাবে শাৰী পাতি থিয় হ'ল।



## দুই

# আকাশে আকাশে

যাত্ৰীসকলে তেতিয়াও ছিট বে'ল্টসমূহ খুলি লোৱা নাছিল। 'এয়াৰ মৰিছাছে' যাত্ৰীসকলৰ বাবে কোনো ত্ৰুটি ৰখা নাছিল। বৰ মোলায়েম কণ্ঠেৰে পৰিচাৰিকাই ঘোষণা কৰিছিল, "এয়াৰ মৰিছাছে আপোনালোক সকলোকে আদৰণি জনাইছে। আমি হৃদয়েৰে আশা কৰিছোঁ এই উৰণৰ সময়ত আপোনালোকৰ যাত্ৰা যেন আনন্দময় আৰু সফল হয়। এই উৰণ এয়াৰ মৰিছাছ আৰু এয়াৰ ইণ্ডিয়া উভয়ৰে প্ৰয়াসত কৰা হৈছে।"

ভুবনেশ্বৰ শাস্ত্ৰী ওৰফে শাস্ত্ৰী মহাৰাজে মণ্ডলীৰ প্ৰত্যেকগৰাকী ব্যক্তিৰ ওচৰলৈ গৈ খা-খবৰ ল'লে। তেওঁ সকলোৰে কাণে-কাণে ফুচফুচাই ক'লে— "পাছপ'ৰ্ট ইত্যাদি বাহিৰতে ৰাখিবা। ইম্বাৰ্কমেন্টৰ সময়ত প্ৰয়োজন হ'ব। ইম্বাৰ্কমেন্ট কাৰ্ডখন ভালদৰে পূৰ্ণ কৰিবা।"

ৰ'জমেৰিৰ ওচৰলৈ গৈ কিছু সময় তভক খাই ৰ'ল শাস্ত্ৰী মহাৰাজ। তাইৰ চকু দুটা ৰঙা পৰি আছিল। জোঙা নাকটো তাই বাৰে বাৰে ৰুমালেৰে মচি আছিল।

শাস্ত্ৰী মহাৰাজে তাইৰ চুলিৰ ওপৰেৰে হাত বুলাই ক'লে; "তুমি সেই দৃশ্য হয়তো পাহৰিব পৰা নাই। বিষ্ণুদয়াল এনেদৰেই আঁতৰি গ'ল। এইবাৰ তোমাৰ চিত্ৰ-প্ৰদৰ্শনীৰ লগে লগে তেওঁৰ 'ৰামায়ণ অমৃতবাণী'ও প্ৰদৰ্শন কৰি থ'ব পাৰিম! সমগ্ৰ জীৱনেই হৈছে এখন বিচ্ছেদৰ কাহিনী। এই নিৰ্মম বিচ্ছেদৰ গভীৰ তত্ত্ব বুজি সান্ত্বনা আৰু শান্তি পাবৰ বাবেই তুমি জানো আমাৰ মণ্ডলীৰ লগত চামিল হোৱা নাই?"

তাই শাস্ত্ৰী মহাৰাজৰ হাত দুখন নিজৰ হাতৰ মাজত লৈ মূৰ দোঁৱালে

আৰু স্খলিত কণ্ঠেৰে ক'লে, "উঃ। মানুহজনে মোক এটা পেকেট ল'বলৈ দিছিল; মই বাধা দিছিলোঁ।"

শাস্ত্ৰী মহাৰাজে এইবাৰ কমলাদেৱীৰ ওচৰলৈ গৈ থিয় হ'ল। কমলাদেৱীয়ে ছিট বে'ল্ট ইতিমধ্যে খুলি লৈছিল। শাস্ত্ৰী মহাৰাজে কমলাদেৱীৰ ওচৰত খালী হৈ থকা আসনতে বহিল। সুধিলে, "এইবাৰ সভাত কি পঢ়িবা তুমি?"

তাই ক'লে, " মই দুখন গৱেষণা-পত্ৰ ইতিমধ্যে কৰ্মকৰ্তাসকললৈ পঠিয়াই দিছোঁ। এখন 'মাধৱ কন্দলীৰ ৰামায়ণত ছশ বছৰৰ আগৰ অসমীয়া নাৰী সমাজ' আৰু দ্বিতীয়খন হ'ল 'তুলসীদাসৰ বিদেশী ভক্তসকল।'

"তুলসীদাসৰ বিদেশী ভক্ত? তুমি এই বিদেশী ভক্তসকলৰ তালিকা এখন কৰিব পাৰিলানে?"

হৰ্ষোল্লাসিত হৈ উঠিল কমলাদেৱী। তেওঁ ক'লে, "গ্ৰাউছ চাহাব, ডগলাছ হিল চাহাব, কামিল বুল্কে চাহাব, এলেক্সি, বাৰানিকভ চাহাব, জিং ডিং হান চাহাবৰ বাহিৰেও অজস্ৰ পণ্ডিতৰ কাহিনী মই আৱিষ্কাৰ কৰিছোঁ। মই বৃটিছ লেখক এল, ডি বোনট চাহাবৰ 'ৱিডম অৱ দা ইষ্ট' সংগ্ৰহ কৰিছোঁ। তাৰ পৰা তুলসীদাসৰ বিশ্বজনীনতা আৰু মায়াবাদৰ বিষয়ে এক নতুন জ্ঞান লাভ কৰিছোঁ। মহাৰাজ, মই অনেক সংগ্ৰহ কৰিছোঁ। জে. এন. ফাৰ্কুহাৰ, জাৰ্মেনিৰ হৰ্মন জেকবি, জাপানৰ কে.টি. ছকাছু, পোলেণ্ডৰ নাটিআনা ৰস্তোস্কা, ইটালিৰ কে. ই. তুবিয়ানো, নেদাৰলেণ্ডৰ জি.এছ.ছাকৰ...... তেওঁলোকৰ মতামত, তেওঁলোকৰ ধাৰণা....."

শাস্ত্ৰী মহাৰাজে তাইৰ পিঠিত থপৰিয়াই ক'লে, "চব ঠিক হৈছে। শুনা, বিদেশী পণ্ডিত আৰু ভক্তক আকৰ্ষণ কৰা আটাইতকৈ প্ৰখ্যাত গ্ৰন্থখনেই হৈছে ৰামচৰিতমানস। চব ঠিকেই হৈছে কমলাদেৱী। তোমাৰ মনৰ গোপন গহ্বৰত কি কথা চলি আছে তেওঁ জানে। আমি তেওঁৰ ছায়াৰ পিছে পিছে ঘূৰিছোঁ। এদিন তেওঁ নিশ্চয় তোমাক পথ দেখুৱাব।"

কমলাদেৱীয়ে মহাৰাজৰ ভৰি দুখন স্পৰ্শ কৰিব খুজিলে। শাস্ত্ৰী মহাৰাজ কিছু আঁতৰ হ'ল। এইবাৰ উঠি তেওঁ চাৰিওফালে চালে। একেবাৰে শেষৰ পিনে বহিছে উত্তৰ কাশীৰ জঁটাধাৰী সন্ন্যাসী আৰু বৃন্দাবনৰ স্বামী হৰিনাৰায়ণ। তেওঁলোকৰ আসন দুখন ঠিক সেইপিনে নাছিল। সম্ভৱ বিমান পৰিচাৰিকাক অনুৰোধ কৰি তেওঁলোকে তেনেদৰে পিছপিনে বহিছে। স্বামী হৰিনাৰায়ণৰ

ওচৰত এখন আসন খালী হৈ আছে। শাস্ত্ৰী মহাৰাজে ভাবে যিসকল লোক এই বিশ্ব সম্মিলনলৈ আহে, সেইসকলক ৰঘুবংশী বীৰ স্বয়ং দাশৰথীয়ে মাতি আনে। তেওঁৰ এক অনন্য বিশ্বাস আছিল। তেওঁৰ এই বিশ্বাসক লৈ অনেকে ঠাট্টা-মস্কৰাও কৰিছিল। কিন্তু তেওঁ অটল। ডাঙৰ অপৰাধ নহ'লে যাত্ৰীবোৰৰ প্ৰায়বোৰ বদগুণকে তেওঁ অগ্ৰাহ্য কৰে।

শাস্ত্ৰী মহাৰাজে মাধৱানন্দৰ ওচৰলৈ গৈ কিছু সময় থিয় হৈ থাকিল। মাধৱানন্দই ইতিমধ্যে ব্ৰনো ডাজেনৰ (Burno Dagens) 'আংকোৰ ঃ হাৰ্ট অব এন এছিয়ান এম্পায়াৰ (Angkor : Heart of an Asian Empire)' নামৰ কিতাপখন উলিয়াই লৈছিল। শাস্ত্ৰী মহাৰাজক দেখি তেওঁ মূৰ দোঁৱালে।

মহাৰাজে ক'লে, "মই জানো মাধৱানন্দ, তুমি আমাৰ ৰামায়ণ পৰিবাৰৰ আটাইতকৈ জ্ঞানী মানুহ। ৰঘুবংশী বীৰে নিৰ্ণয় কৰা আমাৰ এই পৰিবাৰ।"

মাধৱানন্দই থিয় হ'ব খুজি ক'লে, "মৰিছাছৰ ভূমিৰ প্ৰতি মোৰ আগ্ৰহ বৰ পুৰণা। আমাৰ সেই খণ্ডৰ পৰাই গৈছিল গিৰ্মিটীয়া বনুৱা কিছুমান। এতিয়াও সিহঁতৰ পুলি-পোখা কিছুমানে চাবলৈ আহে পিতৃপুৰুষৰ এই ভূমি। ডাঙৰ ডাঙৰ গাড়ীত উঠি আহে। গৰীৱসকলক টকা-পইচা বিলাই যায়। সেই পিছপৰা ঠাই আৰু মানুহৰ কোনো উন্নতি হোৱা নাই। সিহঁতে যেনেভাৱে এৰি গৈছিল তেনেকৈয়ে আছে।"

ঘোষণা কৰা হ'ল—"বম্বেৰ পৰা মৰিছাছ ছঘণ্টাৰ পথ।"

এক সুন্দৰ স্বচ্ছ কণ্ঠৰ ঘোষণা। আৰু শুনা গ'ল—"বিয়েৰ আৰু নানা প্ৰকাৰৰ পেয় পদাৰ্থ আপোনালোকে বিচাৰিলে আমি আনন্দিত হ'ম। আমাৰ বাৰৰ পৰা পাব মৰিছিয়ান মেজিক আনাৰসৰ ৰসৰ লগত মিশ্ৰিত ৰাম আৰু ক'ক। ককটেইলত আছে মানহাটানৰ হুইস্কি ছাৱাৰ এক্সট্ৰা ড্ৰাই মাৰটিনি। স্পিৰিটৰ ভিতৰত আছে... জেক ডেনিয়েল হুইস্কি, জনিৱাকাৰ, ব্লেক লেবেল, ব্লু লেবেল চিমিৰনফ আৰু আমাৰ প্ৰখ্যাত গ্ৰিন আইলেণ্ড মৰিছিয়াছ ৰাম...।"

যাত্ৰীসকলৰ মাজত গুণগুণনি উঠিল—মৰিছিয়াছ ৰাম! বাঃ! গ্ৰিন আইলেণ্ড মৰিছিয়াছ ৰাম...!!

শৰীৰৰ অংগ-প্ৰত্যংগত লিপিত খাই লাগি থকা নেভি ব্লু স্কাৰ্ট আৰু ৰঙা টুপী পিন্ধা বিমান পৰিচাৰিকাসকলে সকলোৰে ওচৰলৈ গৈ এই পানীয়বোৰৰ বিষয়ে একোখন ক্ষুদ্ৰ পুস্তিকা বিতৰণ কৰিবলৈ ধৰিলে।

শাস্ত্ৰী মহাৰাজে এইবাৰ আগুৱাই গৈ উত্তম শ্ৰেণীত বহি থকা নৃত্যাংগনা মোহিনীৰ ওচৰত থিয় হ'ল। সুধিলে, "ভুবন, সকলো ঠিকে আছেনে?"

মোহিনী ওৰফে ভুবনমোহিনীয়ে ব্যস্ত হৈ ক'লে, "চব ঠিকে আছে মহাৰাজ।"

ভুবনমোহিনীৰ শৰীৰৰ পৰা ভাঁহি অহা আতৰৰ সুবাস শাস্ত্ৰী মহাৰাজৰ নাকত লাগিল। শাস্ত্ৰী মহাৰাজে প্ৰায় এবছৰৰ মূৰত ভুবনমোহিনীক দেখা পাইছে। তেওঁ লক্ষ্য কৰিলে যে এইখিনি দিনৰ ভিতৰত ভুবনমোহিনীৰ মেদ কিছু বৃদ্ধি পাইছে যদিও তেওঁৰ ৰূপ-লাৱণ্যৰ আৰু শ্ৰীবৃদ্ধি ঘটিছে।

"মৰিছাছত কিছুদিন থাকিবানে? অৰ্থাৎ সভা শেষ হোৱাৰ পাছতো...?"

"থাকিম থাকিম। আৰু দুটা কাৰ্যক্ৰমৰ বাবে মন্ত্ৰী ভৰতৰামনে অনুৰোধ কৰিছে। যোৱাবাৰ ভাৰতলৈ আহোঁতে খাঝুৰাহোত তেওঁ মোৰ নৃত্য দেখিছিল। সেইবাবেই তেওঁ কৈছিল মৰিছাছলৈ আহিবা। মৰিছাছৰ মানুহে তোমাক দেখি মুগ্ধ হ'ব।" বৰ মধুৰ হাঁহি এটা মাৰি ভুবনমোহিনীয়ে আকৌ ক'লে—'ৰসিক মানুহ মন্ত্ৰী ভৰতৰামন! তেওঁ ক'লে—মোকা আৰু কুৰেপাইপতো কাৰ্যক্ৰম ৰাখিব।'

উৰণত এই সময়ত "কপ এণ্ড হাফ" নামৰ ইংৰাজী ফিল্ম এখন চলি আছিল। কাণত হে'ডফোন লৈ ভুবনমোহিনীৰ লগত অহা দলটোৱে বৰ মনোযোগেৰে চিনেমাখন চাই আছিল।

শাস্ত্ৰী মহাৰাজ সেইপিনে আৰু আগুৱাই নগ'ল।

এক্সিকিউটিভ ক্লাছৰ পৰা এইবাৰ শাস্ত্ৰী মহাৰাজ বাহিৰলৈ ওলাই আহিল। শেষ সময়ত বিশ্ববিদ্যালয়ৰ দুটা ছাত্ৰও আহি হাজিৰ হৈছিল। সিহঁতে হে'ডফোন লৈ বৰ মনোযোগেৰে ফিল্মখন চাই আছিল। ছাত্ৰ দুটাই এয়ে প্ৰথম বোধহয় বিদেশ ভ্ৰমণৰ বাবে আহিছে। ফিল্ম চাই আছিল যদিও সিহঁতৰ কৌতূহলী দৃষ্টি বিমানৰ সকলো বস্তুৰ ওপৰত ঘূৰ্মুটিয়াই ফুৰিছিল।

কান্ধৰ চাদৰেৰে মুখ মচি মচি শাস্ত্ৰী মহাৰাজ এইবাৰ ছাত্ৰ দুটাৰ ওচৰত উপস্থিত হ'ল। সুধিলে—"তোমালোক দুয়ো বোধহয় শিৱসিন্ধু ট্ৰাষ্টৰ সহায়ত আহিছা?"

মূৰৰ পৰা হে'ড ফোন দুটা খুলি সিহঁতে মূৰ দুপিয়ালে। শাস্ত্ৰী মহাৰাজক সন্মান জনাব খুজি সিহঁতে উঠিবও খুজিলে।

কান্ধত থপৰিয়াই থপৰিয়াই শাস্ত্ৰী মহাৰাজে সিহঁতক প্ৰশ্ন কৰিলে,

“সঁচাকৈয়ে কোৱাচোন কিহৰ আগ্রহত আহিছা? মৰিছাছ চাবলৈ নে ৰামায়ণৰ আকৰ্ষণত?”

ছাত্র দুটাই সেমেনা সেমেনি কৰি ক'লে—“দুয়োটাৰ প্রতি আকর্ষণ আছে মহাৰাজ!”

“বাঃ! দুয়োটাৰ প্রতি দিলচস্পী!”

শাস্ত্রী মহাৰাজ আগুৱাই গ'ল। হঠাৎ এঠাইত আহি তেওঁৰ খোজ স্তব্ধ হৈ পৰিল, “ইস্, এয়া মণ্ডলৰ ধর্মপত্নী নহয়নে?”

হাতযোৰ কৰি মানুহগৰাকীয়ে মূৰ দোঁৱাবলৈ চেষ্টা কৰিলে।

“ইস ইস! এনে অৱস্থা হ'লে কেনেকৈ হ'ব? আমি ব্রহ্মদেশলৈ যাব লাগিব, বালিদ্বীপলৈ যাব লাগিব, শ্যামদেশলৈ যাব লাগিব।”

ওচৰতে বহি থকা মণ্ডলে ক'লে, “কি ক'ম মই...?” পকেটৰ পৰা ৰুমাল উলিয়াই তেওঁ চকু দুটা মোহাৰি ল'লে; তাৰ পাছত ক'লে, “ল'ৰাটো উভতি আহিব বুলি এওঁ এতিয়াও ভাবি থাকে। জানে নহয়, জোতাযোৰৰ বাহিৰে কোনো শুংসূত্র পোৱা হোৱা নাই? তথাপি কয়—হত্যা কৰা হৈছে! মানুহজনীয়ে ৰাতি শুব নোৱাৰে। বন্দুকৰ আৱাজ শুনে। অহৰহ বন্দুকৰ আৱাজ! মহাৰাজ, সিয়েই আমাৰ একমাত্র সন্তান আছিল। মই মহাপ্রভু দাশৰথীৰ ওচৰত শৰণাপন্ন...।”

“মই বুজি পাইছোঁ। কিন্তু মানুহজনী শুকাই শুকাই একেবাৰে কাঁইট হৈ গৈছে।”

“মহাৰাজ, এক ভয়ানক সংকটৰ মাজত আছে। ৰাতি শুব নোৱাৰে। বন্দুকৰ আৱাজ শুনে। মহাৰাজ, আপুনি কিবা এটা কৰক। অহৰহ বন্দুকৰ আৱাজ শুনে।”

মণ্ডলে ৰুমালেৰে মুখ ঢাকি ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

কিংকর্তব্যবিমূঢ় হৈ শাস্ত্রী মহাৰাজ কিছু সময় একে ঠাইতে থিয় হৈ থাকিল। তাৰ পাছত তেওঁ ক'লে, “ভগৱানে এই যাত্রালৈ আনিছে যেতিয়া তেওঁ নিশ্চয় এটা পথ দেখুৱাব।”

মণ্ডলৰ পত্নীলৈ আকৌ এবাৰ চালে শাস্ত্রী মহাৰাজে। তেওঁ যেন নিজকে ক'লে—“এৰা, ল'ৰাটোৰ শটো পোৱা হ'লে আজি এই অৱস্থা হয়তো নহ'লহেঁতেন। কেতিয়াবা শোকাৱহ দৃশ্যৰ মাজৰ পৰাও এক শক্তিৰ পোহৰ আহে। এই পোহৰ প্রচণ্ড শক্তি হৈ আহে বাবেই মানুহে নির্মম শোকসাগৰ পাৰ

হ'ব পাৰে। বাগৰি, আঁঠুকাঢ়ি বগাই হ'লেও পাৰ হ'ব পাৰে। কিন্তু এয়া কি পৰিস্থিতি?"

বিমান পৰিচাৰক আৰু পৰিচাৰিকাসকলে ইতিমধ্যে খোৱাৰ ট্ৰলিবোৰ লৈ ব্যস্ত হৈ পৰিল। এগৰাকী পৰিচাৰিকাই শাস্ত্ৰী মহাৰাজৰ ওচৰলৈ আহি কাণৰ কাষত ক'লে, "আপুনি নিজৰ আসনত বহক আৰু খোৱা-বোৱা আৰম্ভ কৰক।"

শাস্ত্ৰী মহাৰাজে সন্ন্যাসী হৰিনাৰায়ণৰ ওচৰত খিৰিকীৰ পিনে থকা আসনখনত বহিলগৈ। পৰিচাৰিকাগৰাকীৰ শৰীৰৰ পৰা অহা আঁতৰৰ সুন্দৰ গোন্ধ এটা তেতিয়াও তেওঁৰ নাকত লাগি আছিল। যাত্ৰাৰ সময়ত শাস্ত্ৰী মহাৰাজে সাধাৰণতে খোৱা-বোৱা নকৰে। সুদীৰ্ঘ যাত্ৰা হ'লে তেওঁ সামান্য ফলাহাৰ কৰে। বিদেশত তেওঁৰ দলৰ লগত অহা সভ্যসকলৰ সন্মান যাতে অক্ষুণ্ণ হৈ থাকে তাৰ বাবে তেওঁ চকু আৰু কাণ সদায় সজাগ কৰি ৰাখে। তথাপি কেতিয়াবা হাতৰ পৰা লেকাম খহি পৰে। মানুহৰ মনৰ ৰহস্য আৰু অন্ধকাৰৰ বিষয়ে তেওঁ আৰু সজাগ হৈ পৰে।

খিৰিকীৰে তেওঁ বাহিৰলৈ চালে। বগা তুলাৰ দৰে মেঘ কিছুমানৰ মাজেৰে বিমানে উৰা মাৰিছে। তলত দেখা গৈছে মহাসাগৰ। দুই-এটা অচিন দ্বীপ ক'লা পৰ্বতৰ দৰে তলত পৰি আছে। ৰেছমৰ শ্বেত বস্ত্ৰৰ মাজেৰে যেন বিমানখন কুৰুকি-কুৰুকি সোমাই গৈছে। বস্ত্ৰৰ বাণ্ডিল খুলি পৰিছে। পানীয়, ফলৰ ৰস, চাহ-জলপানৰ ট্ৰলিয়ে সঘনে অহা-যোৱা কৰিবলৈ ধৰিলে।

কিছু সময়ৰ পাছত আকৌ বাহিৰলৈ চালে শাস্ত্ৰী মহাৰাজে। বাহিৰত এইবাৰ মেঘে ৰঙা বৰণ লৈছে। চকলিয়াই থোৱা তামোলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশৰ দৰে এই ৰঙা ৰং চাৰিওফালে বিচ্ছুৰিত হৈ পৰিছে।

হঠাৎ দুটামান জোকাৰণি অনুভূত হ'ল। ক'লা আৰু ৰঙা ধোঁৱাই তলৰ সাগৰৰ বুকুত ঘঁৰিয়ালৰ দৰে পেট পেলাই থকা দ্বীপবোৰক অদৃশ্য কৰি পেলালে। অদ্ভুত দৃশ্য! চকুৰ পচাৰতে কামানৰ মুখৰ পৰা বাহিৰ হোৱা গোলাৰ দৰে আকাশৰ চাৰিওফালে বিয়পি পৰিল এজাক তৰা। এই অনন্য দৃশ্য দেখি মহাৰাজে দুয়োখন হাত কপাললৈ তুলি সৃষ্টিকৰ্তাৰ প্ৰতি মূৰ দোঁৱালে।

এইবাৰ অনেকেই বিমানৰ খিৰিকীৰে আকাশৰ এই উৎসৱৰ অনন্য দৃশ্য চালে।

বিমান পৰিচাৰিকাই যাত্ৰীসকলৰ আসনৰ ওচৰলৈ গৈ আকৌ সৰু সৰু

পুস্তক কিছুমান বিলাই দি ক'লে—"ইয়াত আপোনালোকৰ ৰাতিৰ ভোজৰ তালিকা দিয়া আছে। পঢ়ি চাওক।"

সকলোৱে এই ক্ষুদ্ৰ পুস্তকবোৰত চকু ফুৰালে—"তৰাৰ তলত ৰাতিৰ ভোজন। ডাঙৰ নিছলা মাছৰ কোৰমা। জালুকৰ ছছেৰে কৰা হৰিণাৰ মাংস। ধনিয়াৰ ছছেৰে কোমলকৈ ভজা ভেড়াৰ মাংস। পনীৰ তথা ক্ৰীমৰ ক্ৰাকৰ্জ...। মিষ্টান্নৰ ভিতৰত আছে চকলেট আৰু কলেৰে কৰা বাবাৰিয়ন ক্ৰীম।"

আকৌ ঘোষণা আহিল—"আমাৰ শেষ উপহাৰ হ'ল এয়াৰ মৰিছাছৰ বাবে বিশেষ ৰূপে তৈয়াৰ কৰা 'আৰবিকা ৰোবুষ্টা' কফি। আপুনি যদি বিচাৰে 'কেফিন'-ৰহিত কফিও পাব। ভেনিলাৰ গোন্ধ থকা মৰিছাছৰ চাহ, আল গ্ৰে চাহ আৰু চকলেট ট্ৰুফলছ পাব। আপুনি যিয়েই বিচাৰে, আমি আপোনাক সহায় কৰিবলৈ সাজু আছোঁ।"

শাস্ত্ৰী মহাৰাজ উঠিল। পৰিচাৰিকা এগৰাকীক ওচৰলৈ মাতি আনি তেওঁ ক'লে, "আমি এয়াৰ মৰিছাছক লিখিতভাৱে জনাইছিলো—আমাৰ সৰহভাগ যাত্ৰী নিৰামিষ-আহাৰী।"

পৰিচাৰিকাগৰাকীয়ে কোবাকুবিকৈ ভিতৰৰ কেবিন এটালৈ সোমাই গ'ল আৰু অলপ পাছতে হাতত কাগজ এখন লৈ আহি ক'লে, "হয় হয়, আপোনাৰ লিখিত অৰ্ডাৰ আমাৰ হাতত আছে; কিন্তু আপোনাৰ যাত্ৰীৰ সৰহভাগেই আমাৰ মেনিউহে বিচাৰিলে।"

এনে এক বিব্ৰত অৱস্থাত আগেয়েও কেইবাবাৰো শাস্ত্ৰী মহাৰাজ পৰিছিল। আজিও পৰিল।

জকমকাই থকা ট্ৰলিসমূহত ছে'লাৰৰ শুকান আৰু শীতল হোৱাইট বাৰগণ্ডি (White Burgundy 1989), চেম্পেইন দান লৰেণ্ট পেৰিয়েৰ (Champagnede Lauren Perier) —যাত্ৰীসকলৰ অনেক ফৰমাইছ।

শাস্ত্ৰী মহাৰাজে আকৌ এবাৰ উঠি উত্তম শ্ৰেণীৰ পিনে আগুৱাই গ'ল। অন্ধ সন্ন্যাসী প্ৰভুপদ স্বামী আহিব নোৱৰা বাবে তেওঁৰ মনৰ অৱস্থা সিমান ভাল নাছিল।

সন্ন্যাসী হৰিনাৰায়ণে ফল আহাৰ গ্ৰহণ কৰি চকু মুদি ধ্যানস্থ অৱস্থাত আছিল। শাস্ত্ৰী মহাৰাজ কেতিয়া তেওঁৰ ওচৰৰ পৰা উঠি গ'ল তেওঁ সম্ভৱ গমেই নাপালে।

ভুবনমোহিনীৰ তবলচী আৰু মৃদংগবাদকে ইতিমধ্যে হে'ডফোন এৰি

মদিৰাৰ গিলাছ হাতত তুলি লৈছিল। শাস্ত্ৰী মহাৰাজক দেখি দুয়োটাই কিৰিলি পাৰি উঠিল—"আপকে মেহেৰবানি। আপকে মেহেৰবানি!"

নাই নাই, এইখিনিত আৰু থিয় হৈ থকাৰ ইচ্ছা নহ'ল শাস্ত্ৰী মহাৰাজৰ। তেওঁৰ চকু জলক-তবক কৰিবলৈ ধৰিলে।

তেওঁ এইবাৰ দৰবাৰী গায়ক দুটাৰ ওচৰত থিয় হ'ল। সিহঁতৰ সন্মুখত পানীয়ৰ বটল নাই। সিহঁতে ফলাহাৰ কৰে, নিৰামিষ ভোজন কৰে। শাস্ত্ৰী মহাৰাজে সিহঁতক এইবাৰহে যেন ভালকৈ নিৰীক্ষণ কৰিলে। দুয়োৰে থুলন্তৰ চেহেৰা। ডিঙিত সোণৰ চেইন। দীঘল চুলি। কপালত চন্দনৰ ফোঁট।

এইবাৰ বিনা শুল্কৰ অৰ্থাৎ ডিউটি ফ্ৰি দ্ৰব্যৰ বাবে প্ৰকাশ কৰা সুন্দৰ সৰু পুস্তিকাবোৰ সকলোৰে হাতত পৰিল। ইয়াৰ দীঘল তালিকাৰ ভিতৰত আছিল বাখৰ খটোৱা ব্ৰুছপিনসমূহ। কত ধৰণৰ ব্ৰুছপিন! এয়াৰ মৰিছাছৰ প্ৰতীক ৰঙা নেজৰ চৰাইৰ নক্সাকটা পিন! শুনা যায় মৰিছাছৰ উত্তৰ তটবৰ্তী এলেকাৰ ৰাউণ্ড দ্বীপত ইহঁতৰ বিহাৰভূমি। ১৬৬০ চনতে মৰিছাছৰ ভূমিৰ পৰা নিশ্চিহ্ন হৈ যোৱা ড'ড' (Dodo) চৰাইৰ নক্সা থকা পিনো আছে। প্ৰকাণ্ড প্ৰকাণ্ড হাঁহৰ দৰে লগা এইবিধ চৰাইৰ মঙহ হেনো অত্যন্ত সুস্বাদু আছিল। সেইবাবে ভালদৰে উৰিব নোৱৰা এইবিধ চৰাই পৰ্টুগীজ আৰু ফৰাছী মানুহৰ হাতত একেবাৰে নিশ্চিহ্নই হৈ পৰিল।

বাখৰ খটোৱা পাখি আৰু সোণৰ ডিঙিৰ সৰু সৰু ড'ড' চৰাইৰ নক্সা থকা ব্ৰুছপিন যাঠি পাউণ্ডত পোৱা যাব। তেনেদৰে যাঠি পাউণ্ডত কিনিবলৈ পোৱা যাব গুলপীয়া পাৰ চৰাইৰ ব্ৰুছ। ৰঙা ডিঙি আৰু হালধীয়া ঠোঁটৰ ফডি চৰাইৰ নক্সা কটা ব্ৰুছো পোৱা যাব। ভাৰত মহাসাগৰৰ দ্বীপবোৰত ঘূৰি ফুৰে ফডি চৰাইৰ জাকবোৰে। ইস! কত ধৰণৰ যে পাৰফিউম! ক'ক চেনেল, পয়জন, পুৰুষৰ ডাৰকাৰ নয়ৰ, আজাৰো...। কত ধৰণৰ যে মদিৰা! বালীনটিনছ, চিভাছ ৰিগাল, গ্ৰিন আইলেণ্ড ৰাম...। কত ধৰণৰ চিগাৰেট! জন প্লেয়াৰছ স্পেছেল, ডানহিল, মাৰ্বলৰো, ৰথমেনছ, মেটিনি...। বিমানৰ ভিতৰত দেশ-বিদেশৰ পৰা অহা যাত্ৰীসকল ব্যস্ত হৈ পৰিল।

ইতিমধ্যে মৰিছাছৰ দ্বীপৰ ওচৰ পালোহি। ফিল্ম বন্ধ হ'ল। কেইবাটাও ঘোষণাৰ পাছত, সেই লিচপিচীয়া সুন্দৰী পৰিচাৰিকাকেইগৰাকীয়ে সকলোৰে হাতত ইম্বাৰ্কমেণ্ট কাৰ্ডসমূহ বিলাই দিলে। যাত্ৰীসকলৰ মাজত খচমচনি লাগি পৰিল। সকলোৱে ভিছা আৰু পাছপ'ৰ্টৰ নম্বৰ চাবলৈ পাছপ'ৰ্ট উলিয়াই ল'লে।

কাৰ্ডখনত অনেক কথা লিখিব লাগিব—নাম, উপনাম, অন্য নাম, জন্ম-তাৰিখ, জন্মস্থান, পাছপ'ৰ্ট নম্বৰ, জাৰি কৰা তাৰিখ, স্থান, ব্যৱসায়, ভাৰতৰ ঠিকনা, উৰণ নম্বৰ, ভিছা নম্বৰ জাৰি কৰা তাৰিখ, স্থান, অধিবাস, বাসস্থান থকা দেশৰ ঠিকনা, যাত্ৰাৰ উদ্দেশ্য, যোৱা ছদিনৰ ভিতৰত আফ্ৰিকা, ৱেষ্ট ইণ্ডিজ আৰু লেটিন আমেৰিকাৰ পীতজ্বৰ (Yellow fever) ক্ষেত্ৰলৈ গমন কৰিছিলনে? লগত গছৰ পুলি, বীজ, ফুল, আলু আনিছে নেকি?—নানান প্ৰশ্নৰ উত্তৰ।

বৃন্দাবনৰ দৰবাৰী গায়ক দুটা আৰু জঁটাধাৰী সন্ন্যাসীৰ ওচৰলৈ গৈ শাস্ত্ৰী মহাৰাজে কাৰ্ডখন পূৰ্ণ কৰাত সহায় কৰিলে। বাকীবোৰৰ বিশেষ অসুবিধা নহ'ল।

লাহে লাহে তলৰ বিস্তীৰ্ণ সাগৰ দেখা গ'ল। প্ৰকট হৈ পৰিল হাজাৰ বছৰৰ পুৰণা খুংখাৰ টকলা পৰ্বতৰ চূড়াসমূহ। যেন আকাশৰ পিনে চাই মুখ মেলি আছে হাজাৰ বছৰৰ পুৰণা জানোৱাৰ এলানিয়ে! লাহে লাহে ভাস্বৰ হৈ উঠিল গাঢ় সেউজীয়া ৰঙৰ ভূমি আৰু ইয়াৰ ৰূপালী বালি। হয় হয়, ইয়াত এতিয়া ৰাতি পুৱাইছে। জকমক জকমক কৰি থকা ৰূপালী বালিত সূৰ্যৰ প্ৰথম কিৰণ পৰি এক্সে একোটা মুদ্ৰাৰ আকৃতিৰ সৃষ্টি হৈছে। এইবাবেই নেকি হাজাৰ বছৰৰ আগেয়ে এই ভূমিত পদাৰ্পণ কৰা আৰবসকলে মৰিছাছৰ নাম দিছিল 'দিনা আৰবি'। দিনাৰ অৰ্থ হ'ল দ্বীপ আৰু আৰবিৰ অৰ্থ হ'ল মুদ্ৰা! দিনা আৰবি—ৰূপালী মুদ্ৰাৰ দেশ। এই মুদ্ৰাৰ দেশ দেখিয়েই আহিছিল নেকি জাভা আৰু মালয়ৰ লোকসকল? ভৰিৰ খোজৰ চিহ্ন ৰাখি তেওঁলোক আঁতৰি গ'ল। আৰু পৰ্টুগীজসকল? ৰূপালী মুদ্ৰাৰ দেশত বৈ যোৱাৰ সপোন দেখিছিল তেওঁলোকে। পৰ্টুগীজৰ সপোন চুৰমাৰ কৰিছিল ডাচসকলে। তেওঁলোকে ৰূপালী মুদ্ৰাৰ দেশৰ নাম দিলে তেওঁলোকৰ ৰাজকুমাৰ মৰিছৰ নামেৰে। আকৌ আহিল আফ্ৰিকাৰ মাদাগাছকাৰৰ পৰা ৰাতিৰ অন্ধকাৰৰ দৰে ক'লা বৰণৰ দাসহঁতক লৈ ফৰাছীসকল। ৰূপালী মুদ্ৰাৰ দেশ মৰিছাছৰ আকৰ্ষণত সাত সমুদ্ৰ পাৰ হৈ আহিল ফেঁহু বৰণীয়া ইংৰাজ। তাৰ পাছত...?

পাষাণৰ বিকৃত পৰ্বতৰাজিৰ কাষেৰে পাৰ হৈ আহি বিমান বৈ গ'ল বিমান বন্দৰত।

যাত্ৰীসকল শাৰী পাতি এজন এজনকৈ নামি যোৱাৰ আয়োজন চলিল।

ঠিকমতে সকলো নামিব পাৰিছেনে? সৌৱা ওখ জোতা পিন্ধা ৰ'জমেৰি। হাতত ডাঙৰ বেগ আৰু লাংখালিংখি সৰঞ্জাম। তাইৰ পিছে পিছে নামিল

পোলিত চাহাব। তেওঁ খুপি খুপি নামিছিল। চামৰাৰ বেগটো বুকুত সাবটি ধৰি ৰখা বাবে তেওঁক আৰু কুঁজা যেন দেখা গৈছিল।

মাধৱানন্দৰ পিছে পিছে নামিল কমলাদেৱী। প্ৰয়োজন হ'লে মাধৱানন্দৰ বাহুত ধৰিবলৈ তাইৰ হাত দুখন সাজু হৈ থাকিল।

ছাত্ৰ দুটাই তজবজীয়া ঘোঁৰাৰ দৰে কান্ধ নচুৱাই সকলোকে ঠেলি-হেঁচি আগুৱাই গ'ল।

হঠাৎ এয়া হুৰ-হুৰ-হুৰাৎ! পৰিল! পৰিল! ইস ইস ইস। কোন বাগৰি পৰিল এয়া? কোন? কোন? জঁটাধাৰী সন্ন্যাসী বাগৰি পৰিল। লগে লগে এই উৰণত অহা আন দেশৰ চাহাব দুজনো তেওঁৰ লগতে বাগৰি পৰিল। ক'ৰ চাহাব আছিল? ক'ৰ চাহাব? এইবোৰতো বিশ্ব সন্মিলনৰ যাত্ৰী নহয়।

শাস্ত্ৰী মহাৰাজৰ বুজিবলৈ বাকী নাথাকিল জঁটাধাৰীৰ ওপৰত এয়া নিশ্চয় মৰিছিয়ান ৰামৰ প্ৰভাৱ!

বিমান পৰিচাৰিকাকেইগৰাকীয়ে খপজপকৈ তুলি ধৰিলে যদিও জঁটাধাৰী সন্ন্যাসীয়ে ভালদৰে খোজ দিবই নোৱৰা হ'ল। দুজনমান বিষয়াই তেওঁক দাংকোলা কৰি লৈ গ'ল।

শাস্ত্ৰী মহাৰাজে বহুত সময় কটমটকৈ দৃশ্যটো চাই থাকিল। প্ৰায়েই এনে হৈছে। জাভা দ্বীপলৈ যোৱাৰ সময়ত, ছুৰিনামলৈ যাত্ৰীৰ দল যোৱাৰ সময়ত... হয় হয়, প্ৰায়েই এনে হৈছে। অথচ তেওঁৰ হাত-ভৰি বন্ধা আছে। শ্ৰীৰামচন্দ্ৰৰ বিষয়ে কাম কৰা মানুহ যেয়ে আহিছে, কাকো তেওঁ বাৰণ কৰিব পৰা নাই। জঁটাধাৰী সন্ন্যাসীৰ নাম আপোনা-আপুনি তালিকাভুক্ত হৈ পৰিছে।

এজন-দুজনকৈ যাত্ৰীসকল তেওঁৰ নাকৰ আগেৰেহে যেন পাৰ হৈ গ'ল। তবলচী, মৃদংগবাদক, গায়ক আৰু সাৰেংগীবাদকৰ দল পাৰ হৈ গ'ল। নাই, কোনো সুৰাসক্ত হৈ পৰা নাই। সিহঁতে হেঁপাহ পলুৱাই সুৰা সেৱন কৰিছে যদিও সংযম হেৰুওৱা নাই।

শেষত নামিল ভুবনমোহিনী। তেওঁ লয়লাস খোজেৰে হাতত কাৰুকাৰ্য কৰা বেগটো লৈ নামি যাব খোজোতেই শাস্ত্ৰী মহাৰাজে চিঞৰি উঠিল, "এইবাৰ তোমাৰ স্বামী বিক্ৰম অহা নাই? মই পাহৰিছোঁৱেই সুধিবলৈ।"

"নাই, ব্যৱসায়ৰ কামত ব্যস্ত হৈ আছে, মহাৰাজ।"

"তেওঁতো তোমাৰ লগত অহৰহ ছাঁৰ দৰেই থাকে।"

"হয়, হয় মহাৰাজ!"

খৰখেদাকৈ তাই নামি গ'ল। শেষত নামি আহিল দৰবাৰী গায়ক, মণ্ডল দম্পতী আৰু সন্ন্যাসী হৰিনাৰায়ণ।

লাউঞ্জত আদৰণি জনাবলৈ অনেক মানুহ ৰৈ আছিল। তেওঁলোকৰ মাজত ইতিমধ্যে লণ্ডন আৰু ফ্ৰান্সৰ পৰা এন. আৰ. আই. ব্যৱসায়ী মোহন ছাবলা আৰু নন্দলাল ৰাণা উপস্থিত আছিল। তেওঁলোক ছিংগাপুৰ হৈ আহিছিল। সাগৰৰ পাৰৰ হোটেল মাৰাটিমত উঠিছিল।

লাউঞ্জত সকলোবোৰ গোট খালে। ইতিমধ্যে সকলোৰে লাগেজ ইত্যাদিও আহি পালে। জঁটাধাৰী সন্ন্যাসী অলপমান হুঁচলৈ আহিছিল। তেওঁ "জয় শ্ৰীৰাম, জয় শ্ৰীৰাম" বুলি সকলোৰে পিনে চাই অংটাহ পাৰি থাকিল।

লাউঞ্জৰ মানুহবোৰে মুখত ৰুমাল দি খিকখিকাই হাঁহিবলৈ ধৰিলে।

এইবাৰো শাস্ত্ৰী মহাৰাজে দাঁত-মুখ কামুৰি ৰৈ থাকিল।

গাড়ী কেইবাখনো আহিছিল। পোলিত আৰু ৰ'জমেৰিক শাস্ত্ৰী মহাৰাজে হোটেল মাৰাটিমলৈ পঠোৱাৰ ব্যৱস্থা কৰিলে।

ৰ'জমেৰিয়ে হাতযোৰ কৰি অতি বিনয়েৰে ক'লে, "মই আপোনালোকৰ লগত এই চৰাইখানাত থাকিম।"

কিয় তাই টৰাউ বিচধাৰ চৰাইখানা পছন্দ কৰিলে শাস্ত্ৰী মহাৰাজে ধৰিব নোৱাৰিলে। ওচৰত থিয় হৈ থকা কমলাদেৱীৰ বুকু চিৰিংকৈ উঠিল। তাইক দিয়া ইলাহি আতিথ্য স্বীকাৰ নকৰি কি কাৰণে তাই টৰাউ বিচধাৰ চৰাইখানাত আনবোৰ যাত্ৰীৰ লগত থাকিব খোজে? এই ছঘণ্টাৰ উৰণত তাই কেইবাবাৰো মাধৱানন্দৰ ওচৰলৈ উঠি গৈ কিবাকিবি প্ৰশ্ন কৰাও কমলাদেৱীয়ে শুনিছিল। তাইৰ বুকু ধপধপাবলৈ ধৰিলে।

ভাৰতীয় দূতাবাসৰ পৰা অহা বিষয়া এজনে হাতত তালিকা এখন লৈ চাৰিওফালে ঘূমুটিয়াই ফুৰিবলৈ ধৰিলে। ভুবৰ্নমোহিনী আৰু তেওঁৰ দলটোক দেখি তেওঁ তালিকাখনৰ লগত নামবোৰ মিলাই চালে। বাহিৰত ৰৈ থকা প্ৰকাণ্ড গাড়ী এখনলৈ ভুবনমোহিনীৰ গোটেই পাৰ্টিটোকে দূতাবাসৰ ওখ হটঙা আৰু ডাঠ ফ্ৰে'মৰ চশমা পিন্ধা বিষয়াজনে আগবঢ়াই লৈ গ'ল। গাড়ীত তুলি দিয়াৰ সময়ত বিষয়াজনে বৰ আগ্ৰহেৰে ৰসিকতা কৰি ক'লে, "মহাশয়া, পণ্ডিতসকল অহাতকৈও আপোনালোকৰ দৰে নৃত্যাংগনাসকল আহিলেহে মানুহে বেছি ভাল পায়। যোৱাবাৰ স্বপ্নাসুন্দৰী আহিছিল। আঃ! তেওঁৰ নৃত্যৰ ঝংকাৰ এতিয়াও হোটেল মাৰাটিমত ঝংকাৰিত হৈ আছে।"

বিষয়াজনে কথা ক'লে এৰিবই নোখোজে। তেওঁলোকক প্ৰকাণ্ড মাৰ্ছিডিছখনত তুলি দি তেওঁ আন এটা দল আনিবলৈ কোবাকুবিকৈ ভিতৰ সোমাল। ৰামায়ণ সাহিত্যৰ কিছুমান বিদেশী পণ্ডিত ছিংগাপুৰ হৈ মৰিছাছত উপস্থিত হৈছিলহি। তেওঁলোকক মাৰাটিম হোটেলত ৰখা হৈছে। তদুপৰি ভাৰত চৰকাৰে পঠিওৱা দল এটাও আছে। সেয়ে বিষয়াজনৰ খপজপনিৰ অন্ত নাই। যাত্ৰীসকল অৱশ্যে এই বিষয়াজনৰ সমীহপূৰ্ণ ব্যৱহাৰত একপ্ৰকাৰ মুগ্ধই হ'ল। কাৰণ বিভিন্ন দূতাবাসৰ বিষয়াসকলৰ অহংকাৰ আৰু দুৰ্ব্যৱহাৰৰ নমুনা দেখিলে বিস্ময় মানিব লাগে। এবাৰ এগৰাকী ডেপুটি হাইকমিছনাৰৰ লগত প্ৰতিনিধি হৈ অহা কবি এগৰাকীৰ যি দুৰ্বাদল কাজিয়া লাগিল, সেই কাজিয়াৰ কাহিনী অনেক যাত্ৰীয়ে এতিয়াও পাহৰা নাই।

## সাগৰৰ পাৰৰ চৰাইখানাত

শাস্ত্ৰী মহাৰাজৰ তালিকাৰ প্ৰায় সকলোখিনি যাত্ৰী টৰাউ বিচধাৰ চৰাইখানালৈ ৰাওনা হ'ল। এখন বাছ আৰু দুখন মাৰ্ছিডিছ গাড়ীত মানুহ ভৰোৱা হ'ল। কমলাদেৱী, মাধৱানন্দ, ৰ'জমেৰি আৰু বৃন্দাবনৰ দৰবাৰী গায়ক দুজন বাছত উঠিল। টৰাউ বিচধাৰ চৰাইখানালৈ অহা পৰ্টুগীজ ভ্ৰমণকাৰীৰ আঠজনীয়া দল এটাও আহি বাছত বহিল। মৰিছাছৰ প্ৰতি পৰ্টুগীজসকলৰ এতিয়াও আগ্ৰহৰ সীমা নাই।

বাছ আগবাঢ়ি যোৱাৰ লগে লগে গাইডৰ কাম কৰা মৰিছাছবাসী যুৱক এটিয়ে সকলোকে নমস্কাৰ জনাই বক্তব্য আৰম্ভ কৰিলে, "পাঁচশ বছৰৰ আগেয়ে পৰ্টুগীজ ৰাজ্যপালৰ সোণালী চুলি থকা পুত্ৰ এজন এই জনশূন্য ভূমিৰ সোণালী তটৰ পাৰে পাৰে ঘুৰি ফুৰিছিল। পৰ্টুগীজ ৰাজপুত্ৰই কিন্তু সোণ-ৰূপৰ বালি শৰীৰত ঘঁহি সাগৰত সাঁতুৰি-নাদুৰি অন্য আশা বুকুত বান্ধি শুভ্ৰ পালতৰা জাহাজ লৈ ভাৰত অভিমুখেহে গতি কৰিলে। এৰা, চাৰিশ বছৰৰ আগলৈকে কোনো নাছিল ইয়াত। যেন ভূতৰ বাহ আছিল। ড'ড' চৰায়ে নিশ্চিন্ত মনে কাঁইটীয়া জোপোহাৰ মাজে মাজে আৰু সাগৰৰ পানীত ঘূৰা-পকা কৰিছিল। ১৫৯৮ চনত আহিল ডাচহঁত। মৰিছাছৰ আটাইতকৈ সুন্দৰ এই চৰাইটিক খাই খাস্তাং কৰি পেলালে সাগৰৰ এই বণিক জাতিটোৱে। এতিয়া ড'ড'ৰ পুলি-পোখাও পোৱা নাযায়। জৰ্জ ক্লাৰ্ক নামৰ বগা চাহাব এজনে এশ বছৰৰ

আগেয়েহে ভ'ড' চৰাইৰ হাড়-মূৰ এসোপা খান্দি উলিয়ালে। সেয়ে শেষ; এতিয়া আৰু একো নাই।"

কাঁইটীয়া জোপোহা, সোণাৰু, বিভিন্ন ধৰণৰ খেজুৰ আৰু তালৰ মাজেৰে সাপৰ দৰে পাকখোৱা আলিৰে বাছ আগুৱাই যাবলৈ ধৰিলে। তাৰ পাছত গাড়ীৰ শাৰীয়ে এইবাৰ এক সুবিস্তীৰ্ণ কুঁহিয়াৰৰ খেতিৰ মাজেৰে গতি কৰিলে। ৰাস্তাৰ দুয়ো পিনে ওখ ওখ কুঁহিয়াৰ। মাজে মাজে জুইৰ শিখাৰ দৰে হালধীয়া শুকান পাত জহি-খহি যোৱা দালানৰ প্ৰাচীৰৰ দৰে ঢলি পৰিছে। ইস্! কিহৰ গোন্ধ এয়া? কিহৰ গোন্ধ? কোনোবাই যেন গুৰ পগাইছে নিচেই ওচৰতে...।

গাইডৰ কাম কৰা যুৱকটিয়ে থিয় হৈ আকৌ মাইকটো লৈ ক'লে, "মই মোৰ পৰিচয়টোকে দিবলৈ পাহৰিছোঁ। মোৰ নাম প্ৰেমকুমাৰ ৰাসপাল। আমাৰ পূৰ্বজসকল উত্তৰ প্ৰদেশৰ পুব প্ৰান্তৰ পৰা অহা লোক। প্ৰায় ডেৰশ বছৰৰ আগেয়েই বৃটিছে বিহাৰ, তামিলনাডু, অন্ধ্ৰ প্ৰদেশ আৰু মহাৰাষ্ট্ৰৰ পৰা কুঁহিয়াৰ খেতিৰ কাম কৰিবলৈ শ্ৰমিকসকলক মৰিছাছৰ ভূমিলৈ আনিছিল। কিন্তু তাৰো আগেয়ে অনেক ভাৰতীয় কয়দীক ১৮১৮ চন মানতেই ৰাস্তা-ঘাট, দুৰ্গ ইত্যাদি তৈয়াৰ কৰিবলৈ মৰিছাছৰ ভূমিলৈ পঠোৱা হৈছিল। এডেলেইড দুৰ্গ তেওঁলোকেই তৈয়াৰ কৰিছিল। উত্তৰ-পশ্চিম অঞ্চলৰ গ্ৰেণ্ড নদীৰ পাৰত এই কয়দীসকলে বসবাস কৰিছিল। এই কয়দীসকল একো-একোজন বীৰৰ দৰে আছিল। এবাৰ এই গ্ৰেণ্ড নদীৰ বানপানীয়ে চাৰিজনী ধুবুনী উটুৱাই নিছিল! কিন্তু এই বীৰ কয়দীইঁতে সাঁতুৰি গৈ সিহঁতক ৰক্ষা কৰি চাহাবৰ পৰা মেডেল লাভ কৰিছিল। আপোনালোকে বিষ্ণুদয়ালৰ কিতাপত এই সকলো কথা জানিব।"

"কোন? কোন বিষ্ণুদয়াল?"— কমলাদেৱীয়ে প্ৰশ্ন কৰিলে।

"সেই যুগতে বিহাৰৰ পৰা অহা এক শ্ৰমিকৰ শিক্ষিত পুত্ৰ।"

ৰ'জমেৰিয়ে এইবাৰ উৎসাহেৰে প্ৰশ্ন কৰিলে, "চেনি? চেনি? চেনিৰ ব্যৱসায় কেতিয়া আৰম্ভ হৈছিল?"

এয়া পথৰ দুয়োপিনে মাথো কুঁহিয়াৰ, কুঁহিয়াৰ আৰু কুঁহিয়াৰ।

তজবজীয়া যুৱক প্ৰেমকুমাৰ ৰাসপালে উৎসাহেৰে ক'লে—"চেনিয়ে মৰিছাছৰ আকাশ-পাতাল চব মিঠা কৰি থৈছে। দুহাজাৰ আঠশ বছৰৰ আগেয়ে অৰ্থাৎ খ্ৰীষ্টপূৰ্ব অষ্টম শতিকাত ভাৰতৰ পৰা কুঁহিয়াৰ চীনলৈ নিয়া হৈছিল। মহাবীৰ আলেকজেণ্ডাৰে দুহাজাৰ ছশ বছৰ আগেয়ে ভাৰত জয় কৰি নিজৰ মাতৃভূমিলৈ কুঁহিয়াৰ লৈ গৈছিল। ১৬৩৯ খ্ৰীষ্টাব্দৰ মাঘ মাহত মৰিছাছৰ মাটিত

কুঁহিয়াৰ ৰোৱা হ'ল। লগে লগে ইয়াৰ মাটিয়েই মিঠা হৈ গ'ল। আম আহিল ভাৰতৰ পৰা। আঁহত গছ আহিল। বণিয়াইঁতে অনা বাবে ইংৰাজীত এই গছৰ নাম হ'ল 'বনিয়ন ট্ৰি'। আৰু সৌ যে তেঁতেলিৰ গছবোৰ দেখিছে, সেইবোৰো আহিল ভাৰতৰ পৰা। আৰবইঁতে এই তেঁতেলিক ভাৰতৰ খেজুৰ বুলি কয়।"

বাছৰ যাত্ৰীসকলে গিৰ্জনি মাৰি হাঁহিলে।

ৰ'জমেৰিয়ে আকৌ ৰসিকতা কৰি সুধিলে, "মৰিছাছৰ তেঁতেলি আৰু আৰবৰ খেজুৰৰ সোৱাদ একেইনে?"

"একে, প্ৰায় একেই।"

এইবাৰ নীলা সমুদ্ৰ চকুৰ আগত ভাস্বৰ হৈ উঠিল। এই সমুদ্ৰৰ পাৰত এলানি ক'লা পাষাণৰ পৰ্বত থিয় হৈ আছে। এই পাষাণত প্ৰচণ্ড জোৰেৰে অহা সাগৰৰ ঢৌৱে অহৰহ খুন্দা খাইছে। হিৰ-হিৰ হিৰ-হিৰ শব্দ এটাই চৌদিশ মুখৰিত কৰি তুলিছে।

সকলোৰে দৃষ্টি এইবাৰ সাগৰৰ বুকুত পৰিল। সৌৱা সন্মুখত এক অন্য ৰাজ্য ভাস্বৰ হৈ উঠিল। এয়া সাগৰৰ বুকু। সাগৰে যেন নিজৰ বুকুলৈ আঁজুৰি আনিছে আকাশক। ফালি ছিৰাছিৰ কৰি এই আকাশক নিজৰ পোছাক কৰি পিন্ধি লৈছে।

চৰাইঘৰৰ প্ৰাংগণত ডাঙৰ গাড়ী দুখন আহি ইতিমধ্যে ৰৈ আছিল। এইবাৰ বাছৰ পৰা হুৰমুৰকৈ যাত্ৰীসকল নামিল। সাগৰৰ পাৰৰ সেই চৰাইঘৰ কেইবাটাও সৰু সৰু চাং-বঙলাৰ সমষ্টি। তৰুণ গাইড প্ৰেমকুমাৰ ৰাসপালে পকেটৰ পৰা তালিকা উলিয়াই এই চাং-বঙলাবোৰ যাত্ৰীসকলক ভগাই দিবলৈ ধৰিলে।

শাস্ত্ৰী মহাৰাজ আৰু সন্ন্যাসী হৰিনাৰায়ণক দিয়া হ'ল সাগৰৰ একেবাৰে ওচৰৰ চাং-বঙলা এটা। এটা ৰ'জমেৰি আৰু কমলাদেৱীকো ইয়াৰ ওচৰৰে বঙলা এটা দিয়া হ'ল। এই ঘৰবোৰৰ মুখামুখিকৈ থকা চাং-বঙলাবোৰত দৰবাৰী গায়ক আৰু ছাত্ৰসকলক থাকিবলৈ দিয়া হ'ল। মাধৱানন্দক অকলেই এটা বঙলা দিয়া হ'ল। তেওঁৰ ঘৰৰ তলৰ ঘৰটো দিয়া হ'ল মণ্ডল দম্পতী আৰু জঁটাধাৰী সন্ন্যাসীক।



## তিনি

# সভা আৰম্ভ

মৰিছাছৰ 'মোকা' চহৰৰ মহাত্মা গান্ধী ইনষ্টিটিউটৰ সভাগৃহ লোকাৰণ্য হৈ পৰিল। বিশাল সভাগৃহ শ্ৰীৰামৰ চিঞৰেৰে ভৰি পৰিল।

ইতিমধ্যে হোটেল মাৰাটিমত আই. ছি ছি আৰ-ৰ তৰফৰ পৰা আহি নমা বিভিন্ন বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে কোলাহল লগাই দিলে। বিলাই দিয়া প্ৰগ্ৰেমসমূহ চাই দুগৰাকীমানে আটাহ পাৰিবলৈ ধৰিলে—"আমি দুমাহৰ আগেয়েই আমাৰ গৱেষণা-পত্ৰ পঠিয়াইছোঁ। অথচ প্ৰগ্ৰেমত আমাৰ নাম নাই?"

এগৰাকী পণ্ডিতে চিঞৰি উঠিল, "মোক এটা ছেছন প্ৰিজাইড কৰিবৰ বাবেহে কোৱা হৈছিল! ইয়াত দেখোন..." তেওঁলোকে হৈ-চৈ কৰি শাস্ত্ৰী মহাৰাজৰ ওচৰলৈ আগুৱাই গ'ল।

ইতিমধ্যে শাস্ত্ৰী মহাৰাজক সভাত ভাগ ল'বলৈ অহা ছাত্ৰ-ছাত্ৰী কিছুমানে বেৰিয়েই ধৰিছিল—তেওঁলোকে পঢ়িবলৈ সুযোগ পাবনে? তৰুণসকলক গৱেষণা-পত্ৰ পঢ়িবলৈ সুযোগ দিব লাগে।

শাস্ত্ৰী মহাৰাজে ধৈৰ্য হেৰুওৱা নাই। সদায় এনে হয়। সদায় এনে হয়। তেওঁ হাত দাঙি সকলোকে আশ্বস্ত কৰিবলৈ চেষ্টা কৰিলে।

ইতিমধ্যে সভাগৃহ লোকে লোকাৰণ্য হৈ পৰিল। অসন্তুষ্ট লোকসকলেও আসনবোৰ হাতৰ পৰা যায় বুলি কোবাকুবিকৈ গৈ সন্মুখৰ আসনবোৰ অধিকাৰ কৰি বহি ল'লে। মৰিছাছৰ টেলিভিছনে সাধুসকলৰ ছবি ল'বলৈ হেতা-ওপৰা লগালে। সভাৰ প্ৰাংগণত ৰ'জমেৰিৰ চিত্ৰৰ প্ৰদৰ্শনীয়ে দৰ্শকক আকৰ্ষণ কৰিলে। 'নাথদ্বাৰা' শিল্পৰ লগত ফৰাছী শিল্পকলাৰ সমন্বয় ঘটুৱাই চিত্ৰসমূহত ৰ'জমেৰিয়ে এক অপূৰ্ব পৰিৱেশৰ সৃষ্টি কৰিছিল। প্ৰায় সকলোবোৰেই মনমোহিনী সীতাৰ ছবি। সেই সীতা—যাৰ ৰূপ বৰ্ণনা কৰিবলৈ মহাকবি তুলসীদাস অক্ষম হৈছিলঃ

*"সীয়া ৰূপ নযাই বখানি*
*জগদম্বা ৰূপ গুণ খানি*
*উপমা সমূহ মোহে লঘু লাগই*
*প্ৰাকৃত নাৰী অঙ্গ অনুৰাগী।"*

সীতাৰ ৰূপৰ তুলনা কৰা নাযায়। এই জগতজননী ৰূপ আৰু গুণৰ খনিৰ দৰেই। উপমাসমূহক মোৰ লঘু লাগে। সেইবোৰ সাধাৰণ নাৰীৰ অংগ-সৌন্দৰ্যত অনুৰাগীয়েহে যেন সৃষ্টি কৰে।

*"উপমাসমূহ মোহে লাগই জুঠৰি*
*কই পট তৰউ বিদেহ কুমাৰী"*

(উপমাসমূহ উচ্ছিষ্ট হৈ গৈছে। কেনেকৈ মই বাৰু বিদেহ কুমাৰীৰ ছবিখন আঁকি দেখুৱাও?)

জকমকাই উঠিল মোকাৰ এই সভাগৃহ। চিত্ৰবোৰৰ মাজত সীতাহৰণৰ তিনিখন অপূৰ্ব চিত্ৰও আছিল।

ৰ'জমেৰিয়ে মহাকবি কম্বন, তুলসীদাস আৰু বাল্মীকিৰ বৰ্ণনাৰে আঁকিছিল চিত্ৰসমূহ।

সৌৱা বাল্মীকিৰ ৰাৱণে ভ্ৰূকুটি কৰি আছে। দুই হাতেৰে পৃথিৱী উত্তোলন কৰিব পৰা, সমুদায় সাগৰৰ সলিল পান কৰিব পৰা, সুশোণিত শৰসমূহৰ দ্বাৰা আকাশৰ সূৰ্যক ভূতলত পতিত কৰিব পৰা ৰাৱণে বাওঁহাতেৰে সীতাৰ কেশপাশ আৰু সোঁহাতেৰে উৰুদ্বয়ত সাবটি ধৰি তেওঁক গৰ্দভযুক্ত 'ভয়ংকৰ শব্দকাৰী' দিব্যৰথলৈ টানি নিছে।

আঃ। এটি শুভ্ৰ হৰিণাহে যেন বাঘৰ মুখত পৰিল। নাথদ্বাৰা আৰু ফৰাছী শিল্পৰ প্ৰভাৱত ৰাৱণৰ চকু আৰু মুখৰ ভাব এনেদৰে স্পষ্ট হৈ পৰিছে যে এতিয়াই ৰাক্ষসৰ ৰজাই ছবিৰ পৰা জাঁপিয়াই বাহিৰলৈ ওলাই আহিব—এনে ভাব হয়।

আৰু সীতা? লিওনাৰ্ড' ডা ভিঞ্চিৰ প্ৰখ্যাত চিত্ৰ 'মেডোনা আৰু শিশু'ৰ (Benois Madonna) স্বয়ং মেডোনাই যেন উঠি আহিছে! পাৰ্থিৱ আৰু ঐশ্বৰিক সৌন্দৰ্য এক হৈ গৈছে।

ফাডাৰ কামিল বুল্কেৰ দৰে মহাপণ্ডিতে কয় বাল্মীকিৰ ৰাৱণে সীতাৰ উৰুত হাত দি তেওঁক টানি নিয়া দৃশ্যটো কিছু বীভৎস। ৰ'জমেৰিৰ চিত্ৰত এই দৃশ্যই আৰু বাস্তৱ হৈ দেখা দিছে। আৰু কিছু আগুৱাই গ'লে ৰাৱণৰ সেই

ভয়ংকৰ হাতে সীতাৰ যেন গুপ্তঅংগকে স্পৰ্শ কৰিব। ইস ইস ইস। শাস্ত্ৰী মহাৰাজ নাইবা সন্ন্যাসী হৰিনাৰায়ণে এই চিত্ৰখন দেখিছে নে বাৰু? কিন্তু বেছিভাগ মানুহ এই চিত্ৰখনৰ ওচৰতে থিয় হৈছেহি।

আঃ! তেনেই কাষতে আছে মহাকবি কম্বনৰ কলমত ভাস্বৰ হৈ উঠা সীতা। ভ্ৰূকুটি কৰি ৰাৱণক চিঞৰি উঠা সেই সীতা—'যাঁহৰ ওপৰত থকা নিয়ৰৰ বুদবুদৰ দৰে মানুহৰ এই প্ৰাণ। এই প্ৰাণৰ ভয়ত মই উত্তম কুলৰ যোগ্য আচৰণ কিয় বাৰু ত্যাগ কৰিম?'

ইয়াৰ কাষতে আছে সীতাহৰণৰ সেই আচৰিত দৃশ্য। সীতাক স্পৰ্শ নকৰি পূৰ্ণ কুটিৰৰ পৰা ৰাৱণে এক যোজন খান্দি নিয়াৰ দৃশ্য।

বাল্মীকিৰ মানুহ ৰাম আৰু মানৱী সীতা পৰৱৰ্তী কবিৰ হাতত যেতিয়া পৰম ব্ৰহ্ম আৰু লক্ষ্মী হৈ পৰিল, সেই সময়তে ৰাৱণৰ চিত্ৰৰো যেন এক আমূল পৰিৱৰ্তন ঘটিল। সেয়ে ৰ'জমেৰিৰ তুলসীদাসৰ সীতা হৰণৰ চিত্ৰই এক নতুন ৰূপ ধাৰণ কৰিছে। এই ৰাৱণ অস্থিৰ। এই ৰাৱণৰ দোধোৰ-মোধোৰ অৱস্থা।

হঠাৎ এই চিত্ৰ-প্ৰদৰ্শনী চাই থকা দৰ্শকৰ মাজত গুণগুণনি উঠিল আৰু দৌৰা-দৌৰি লাগিল। প্ৰধানমন্ত্ৰী ছাৰ অনিৰুদ্ধ জগন্নাথ আহি পাইছে। সভা আৰম্ভ হ'ব এতিয়া। এখন-দুখনকৈ প্ৰকাণ্ড প্ৰকাণ্ড গাড়ীবোৰেৰে ভৰি পৰিল সভাগৃহ। চিত্ৰ প্ৰদৰ্শনী চাই থকা মানুহবোৰো হুৰমূৰকৈ গৈ সভাগৃহত সোমাল।

শ্ৰীৰামচন্দ্ৰৰ বন্দনাৰ পাছত সভা আৰম্ভ হ'ল।

মঞ্চত বৰেণ্য লোকসকলে আসন গ্ৰহণ কৰিলে। টেলিভিছনৰ মানুহ আৰু কেমেৰামেনসকলৰ হুৰমূৰ লাগিল। সন্ন্যাসী হৰিনাৰায়ণৰ লগত কমলাদেৱী বহি আছিল। মন্ত্ৰীসকলৰ লগত, শাস্ত্ৰী মহাৰাজ আৰু মাধৱানন্দও গৈ মঞ্চত বহিল। উদ্বোধন উৎসৱৰ পাছত 'কি ন'ট এড্ৰেছ' দিব মাধৱানন্দই।

সন্ন্যাসী হৰিনাৰায়ণৰ গেৰুৱা কাপোৰৰ পৰা অহা এটা সেমেকা গোন্ধ কমলাদেৱীৰ নাকত লাগিল। আজি তেওঁ এডাল নহয় তিনিডাল একমুখী ৰুদ্ৰাক্ষৰ মালা পিন্ধি আহিছে। তেওঁৰ জঁটাৰ পৰাও এটা ভেকেটাভেকেট গোন্ধ ওলাই আহিছে।

প্ৰধানমন্ত্ৰী ছাৰ অনিৰুদ্ধ জগন্নাথে তেওঁৰ সুদীৰ্ঘ ভাষণ শেষ কৰাৰ পাছত আন এগৰাকী মন্ত্ৰী উঠিল মৰিছাছৰ ওপৰত ৰামায়ণৰ প্ৰভাৱৰ বিষয়ে ক'বলৈ। উদাত্ত কণ্ঠেৰে তেওঁ ক'লে, "ভাৰত মহাসাগৰে আঁকোৱালি লৈ থকা

এই মহাদ্বীপে ৰামায়ণক নিজৰ হৃদয়ত স্থান দি ৰাখিছে। মই অলপতে ভাৰতৰ পৰা আহিছোঁ। কিন্তু আমাৰ মৰিছাছবাসীৰ দৰে ভাৰতে ৰামায়ণ সাহিত্যক এতিয়া হৃদয়ত ধৰি ৰখা মোৰ দৃষ্টিগোচৰ নহ'ল। (মৰিছাছবাসী দৰ্শকৰ হৰ্ষোল্লাস আৰু হাত-চাপৰিৰ ধ্বনিয়ে সভাগৃহ মুখৰ কৰি তুলিলে) মৰিছাছবাসীয়ে ৰামায়ণক নিজৰ কৰি লোৱাৰ কাহিনী অনেক পুৰণি। ইয়াৰ বীজ প্ৰথমে সিঁচিছিল জবৰজং পেশীবহুল দেহৰ ভাৰতীয় সৈনিকসকলেহে—যিসকলৰ বীৰত্বত বৃটিছসকল মুগ্ধ হৈছিল। ১৮১০ চনত ইংৰাজে মৰিছাছ অধিকাৰ কৰাৰ সময়তে সোতৰশ ভাৰতীয় সৈনিক মৰিছাছলৈ আহিছিল। এই সৈনিকসকলে পুৱা আৰু গধূলি ৰামচৰিতমানসৰ পদ দোহাৰিছিল। ভূয়িয়া পৰ্বতৰ তলত সিহঁতৰ ছাউনী আছিল। বৃটিছ চৰকাৰৰ সোঁহাত স্বৰূপ আছিল এই সৈনিকসকল। বৃটিছ চৰকাৰে এই সৈনিকসকলৰ মন যোগাবলৈ এজন পুৰোহিতো আনি দিছিল। এই পুৰোহিতৰ সন্তান পণ্ডিত ৰামদত্ত মিশ্ৰই বাৰানসীৰ শ্ৰীভেংকটেশ্বৰ প্ৰেছৰ ৰামচৰিতমানসৰ অজস্ৰ লিপি আনি ঘৰে ঘৰে বিলাই দিছিল। এশ তিনি বছৰ ধৰি এই সৈনিকসকলে আৰম্ভ কৰা ৰামায়ণ পাঠ আজিও চলি আছে। শুনা যায় এই ৰামায়ণ আৰু পুৰোহিত যদি নাহিলহেঁতেন, তেতিয়া হ'লে এই সৈনিকসকলেও হেনো বিদ্ৰোহ কৰি টালি-টোপোলা বান্ধি ভাৰতলৈ উভতি গ'লহেঁতেন। আৰু শুনক, হনুমানক সকলোৱে অনুকৰণ কৰিছিল। সিহঁত হনুমানৰো ভক্ত আছিল। সিহঁতে এডাল গছৰ পৰা আন এডাল গছলৈ জঁপিয়াইছিল আৰু সৰু-সুৰা নদী পাৰ হোৱাৰ আখৰা কৰিছিল। হনুমানৰ চৰিত্ৰই সেই সময়ত এক জাগৰণ আনিছিল। হনুমানৰ প্ৰভুভক্তি আৰু বল-বীৰ্যৰ কথা প্ৰচাৰিত হৈছিল। হনুমান সংকটমোচন নামে জনাজাত হৈ পৰিছিল। ভাৰতীয় সৈনিকসকলে জঁপিয়াই নদী পাৰ হোৱা কাৰ্যই আমাক নিশ্চয় এশ পঁচাশী বছৰৰ আগৰ বাৰানসী-নিবাসী হনুমানভক্ত টেকৰাম ভট্টৰ কথা সোঁৱৰাই দিব। তেওঁৰ কাহিনী ঐতিহাসিক আছিল। টেকৰাম ভট্টৰ কাহিনী আপোনালোকে নিশ্চয় পাহৰা নাই। তেতিয়া ভাৰতত বগা চাহাবসকলৰ যুগ আছিল। টেকৰাম ভট্টই বাৰানসীৰ চিত্ৰকূট ৰামলীলাত হনুমানৰ ভাও লৈ ছোঁঘৰত লম্ফ-জম্ফ কৰি আছিল। হঠাৎ হনুমানৰূপী টেকৰাম ভট্টৰ চকু পৰিল খ্ৰীষ্টান মিছনেৰি বিছপ মেকফাৰছনৰ। বিছপ চাহাবে টেকৰাম ভট্টৰ ওচৰলৈ গৈ চিঞৰিবলৈ ধৰিলে, "মই ৰামচৰিতমানসৰ হনুমানৰ চমৎকাৰিত্বৰ কথা শুনিছিলো। মন্ত্ৰৰ বলত তেওঁ নিজৰ শৰীৰ দুই যোজন, ত্ৰিছ যোজনৰ পৰা এশ যোজন কৰাৰ কথা শুনিছিলো।

আকৌ ক্ষুদ্ৰ ৰূপ ধাৰণ কৰি ৰাক্ষসী সুৰেষাক চলনা কৰাৰ কথাও শুনিছিলো। শুনা—সত জোজন তেহি আনন কীনহা। অতি লঘুৰূপ পবনসুত লীনহা।' মৈনাকৰ পৰা হনুমানৰ প্ৰচণ্ড জাঁপ বাল্মীকিৰ কলমত যেন আৰু প্ৰখৰ। আৰু মহেন্দ্ৰ পৰ্বতৰ ওপৰৰ পৰা হনুমানৰ জাঁপ এক বিস্ময়কৰ দৃশ্য। সেই সময়ত বৃক্ষৰ শুভ্ৰ ফুলবোৰ সৰি সৰি পৰ্বতক বিচিত্ৰ কৰি তুলিছিল। উঃ কি বৰ্ণনা কবি, বাল্মীকিৰ। আকাশমাৰ্গত গৰুড়ৰ দৰে গমন, মেঘজাল ছিন্ন কৰাৰ অদ্ভুত দৃশ্য! জানানে টেকৰাম ভট্ট, দুশ পাঁচটা শ্লোকেৰে হনুমানৰ বীৰত্বৰ কি বিস্ময়কৰ বৰ্ণনা দিছে বাল্মীকিয়ে? তুমি তাৰ এটা ক্ষুদ্ৰ কণিকাও দেখুৱাব পাৰিবানে?"

আখৰাই-আখৰাই শৰীৰ চৰ্চা কৰি ফুৰা টেকৰাম ভট্টই কিছু সময় ধৰ্মযাজক বিছপ মেকফাৰছনৰ মুখলৈ ট-টকৈ চাবলৈ ধৰিলে—কি কয়? কি কয় গোৰা পুৰোহিতে?

বিছপ মেকফাৰছনে আটাহ পাৰি উঠিল, "ৰামচৰিতমানসৰ হনুমানে অনেক যোজন পাৰ হৈছিল এক চমৎকাৰ কাণ্ড দেখুৱাই। তুমি এই ৰামলীলাত সাতাইছ হাত বহল সৌ বৰুণা নদীখনকে পাৰ হৈ দেখুওৱা। নহ'লে এইবোৰ ভাওৰ কি মূল্য? কিঁ মূল্য সাজ-পোছাক চং-ঢঙৰ?"

বিছপ মেকফাৰছনৰ লগত অহা দলটোৱেও আটাহ পাৰি উঠিল, "এই হনুমানে যদি সাতাইছ হাত দীঘল বৰুণা নদী পাৰ হ'ব নোৱাৰে, তেনেহ'লে কি মূল্য আছে—কি মূল্য আছে এই ৰামলীলাৰ?" টেকৰাম ভট্টৰ শৰীৰৰ নোম এডাল এডালকৈ থিয় হৈ উঠিল। মেকফাৰছনৰ পিনে চাই মূৰ দোঁৱাই তেওঁ ক'লে— "চাহাব, আমাৰ ৰামলীলা চাবা আৰু আন আন পাদ্ৰীহঁতকো আনিবা।" বুকু ফিন্দাই প্ৰচণ্ড গৰ্বেৰে আকৌ টেকৰাম ভট্টই আৰ্তনাদ কৰি উঠিল— "আহিবা পাদ্ৰী চাহাব, আহিবা।"

তাৰ পাছত টেকৰাম ভট্টই চকু মুদি গভীৰ সাধনাত বহিছিল।

সময় আহিল। লোকে লোকাৰণ্য হৈ পৰিল ৰামলীলাৰ স্থল। সকলোৱে কোৱা-মেলা কৰিবলৈ ধৰিলে—টেকৰাম ভট্টই আজি চমৎকাৰ কাণ্ড দেখুৱাব!

বিছপ মেকফাৰছন চাহাব দলে-বলে আহি হাজিৰ হ'ল। সভাৰ একাষে তেওঁলোকক কাঠৰ চকী পাৰি বহুওৱা হ'ল।

ইতিমধ্যে অপূৰ্ব সংগীতৰ মূৰ্চ্ছনা শুনা গ'ল ঃ

*"সিন্ধুতীৰ এক ভূধৰ সুন্দৰ।*
*কৌতুক কুদি চঢ়েউতা উপৰ*

*বাৰ বাৰ ৰঘুবীৰ সভাঁৰী*
*তৰকেউ পবন তনয় বলভাৰী।"*

(হনুমানে জাঁপ মাৰি থিয় হ'ল সাগৰৰ পাৰৰ এক অপূৰ্ব সুন্দৰ পৰ্বতৰ শৃংগত! শ্ৰীৰামচন্দ্ৰৰ নাম স্মৰণ কৰি শক্তিশালী বানৰবীৰে প্ৰচণ্ড শব্দ কৰি থিয় হ'ল।)

মুখত চাৰি সেৰ ওজনৰ হনুমানৰ ধাতুৰ মুখা পিন্ধি টেকৰাম ভট্ট বিজুলী বেগেৰে আহি দৰ্শকৰ সন্মুখত উপস্থিত হ'ল। তাৰ পাছত সাগৰ লংঘনৰ সংগীত বজাৰ লগে লগে টেকৰাম ভট্ট বিজুলী বেগেৰে বৰুণা নদীৰ তীৰলৈ লৰ মাৰিলে। পিছে পিছে দৰ্শকসকল আৰু ফাদাৰ মেকফাৰছনৰ সমদল। চকুৰ পচাৰতে এক প্ৰচণ্ড শব্দ কৰি টেকৰাম ভট্টই জাঁপ মাৰি বৰুণা নদীৰ আনটো পাৰত লুটি খাই পৰিলগৈ।

অবিশ্বাস্য কাণ্ড! অবিশ্বাস্য কাণ্ড!!—ফাদাৰ মেকফাৰছনে যেন নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে।

নাৱৰীয়াই টেকৰাম ভট্টৰ প্ৰাণশূন্য দেহটো নাৱত তুলি লৈ আহিল।

শুনক, ভক্তিৰ উদাহৰণ দেখুৱাই টেকৰাম ভট্টই চমক খুৱাই দিলে ফাদাৰ মেকফাৰছনক। আপোনালোক ভাৰতৰ পৰা অহা ৰামায়ণ আগ্ৰহী পণ্ডিত ভক্ত; আপোনালোকে নিশ্চয় জানে—টেকৰাম ভট্টৰ সেই পাঁচ সেৰ ওজনৰ মুখা আৰু লম্বা নেজ এতিয়াও বাৰাণসীত তেওঁৰ বাসগৃহত স্মৃতি স্বৰূপে ৰখা হৈছে।

আমাৰ মৰিছাছ দ্বীপলৈয়ো অনেক টেকৰাম ভট্ট আহিছিল।

১৮২৫ চনত দক্ষিণ-পশ্চিম অঞ্চলৰ গ্ৰেণ্ড নদী সাঁতুৰি পাৰ হোৱা ৰামজয় সিং আৰু গুনেছ পাণ্ডে আমাৰ মৰিছাছৰ টেকৰাম ভট্টই আছিল। হনুমানৰ মুখা পিন্ধি সিহঁতে কুঁহিয়াৰৰ খেতিত ঘূৰি ফুৰিছিল। আপোনালোকে শুনি ভাল পাব যে আমাৰ এই ৰামায়ণৰ বিশ্বমেলাৰ সমাপ্তিৰ পাছতে পৰ্ট লুইছত যি শোভাযাত্ৰা হ'ব, সেই শোভাযাত্ৰাত আমাৰ পুলিচৰ প্ৰধান বিষয়াই তেজস্বী হনুমানৰ সাজ-পোছাক পিন্ধি পথ নিৰ্দেশ কৰিব।

(সভাগৃহ হাত-তালিৰে মুখৰ হৈ উঠিল।)

"আজি ডেৰশ বছৰ ধৰি মৰিছাছৰ গাঁৱে-ভূঁয়ে হনুমান জীয়াই আছে। হনুমানৰ ৰঙা ধ্বজা আমাৰ চোতালৰ একোণত এক পবিত্ৰ বাতাবৰণৰ স্বাক্ষৰ বহন কৰি এতিয়াও উৰি আছে। আপোনালোকে নিজ চকুৰেই চাই আহক

আমাৰ পুৰণা গাঁও পঞ্চৱতী, ব্ৰহ্মস্থান, লালমাটি, আমাৰ প্ৰথম প্ৰধানমন্ত্ৰী ৰামগোলামৰ জন্মস্থান কেৱল নগৰ, মাহেবাৰ্গ। এই স্থানসমূহৰ নাম একেই আছে; একেই আছে ইয়াৰ ওপৰৰ হনুমানৰ ৰঙা নিচান। আপোনালোকে ঘৰে ঘৰে এই ৰঙা নিচান দেখিব। আমাৰ পূৰ্বপুৰুষসকলে কুঁহিয়াৰৰ শুকান পাতেৰে সজা পঁজাৰ ওপৰত এই নিচান উৰুৱাইছিল। এতিয়া পঁজাবোৰ পকাঘৰলৈ ৰূপান্তৰিত হৈছে যদিও সেই পঁজাৰ ওপৰৰ ৰঙা ধ্বজা আপোনালোকে দেখিবই।"

কমলাদেৱীৰ কাষত বহা ল'ৰা এটাই ফুচফুচাই ক'লে, "এই মন্ত্ৰী মহোদয়ৰ পূৰ্বপুৰুষসকলে মুচীৰ কাম কৰিবলৈ ইয়ালৈ আহিছিল। আমাৰ অনেক মন্ত্ৰীৰ পিতৃপুৰুষ...।"

কমলাদেৱীয়ে ল'ৰাটোৰ পিনে ভালদৰে চাই চঁক খাই উঠিল। এইটোৱেই গাড়ীত গাইডৰ কাম কৰি অহা প্ৰেমকুমাৰ ৰাসপাল। কেতিয়ানো সি আহি তাইৰ ওচৰত বহিল, তাই গমেই পোৱা নাছিল। এইবাৰহে তাই ল'ৰাটোলৈ ভালদৰে চালে। নাকৰ তলত যত্নৰে কাটি লোৱা গোঁফ। মূৰত মাদাগাছ্কাৰৰ পৰা অহা দাসইঁতৰ বংশধৰৰ দৰে ঘন আৰু কেঁকোৰা চুলি। পিন্ধনত টাইট পটলুন আৰু কৰ্ডৰ জেকেট।

"হনুমান! হনুমান! বৃটিছ যুগতে কুঁহিয়াৰৰ খেতিৰ তিনি ক্ৰোশ দূৰে দূৰে গঢ়ি উঠা আমাৰ পূৰ্বপুৰুষৰ গাঁৱত এইদৰেই হনুমানৰ ৰঙা নিচান উৰিছিল। আজিও সেই নিচান উৰি আছে। আমাৰ হনুমান শ্যামদেশৰ সেই হনুমান নহয়— যাৰ শাৰীৰিক প্ৰেম প্ৰস্ফুটিত হৈছিল বিভীষণৰ পুত্ৰী বেনজাকাল, মেঘনাদৰ পত্নী সুমান মাচাকৰ প্ৰতি। আনকি জৈন ৰামায়ণ পউমচৰিতাৰ হৰিমালিনী, চন্দ্ৰনখা, পদ্মৰাগা বা নল নন্দিনীৰ দৰে ৮০০০ মহিষী লৈ কামকেলি কৰা হনুমানো আমাৰ নহয়। বাল্মীকি ৰামায়ণৰ ভৰতে দান দিয়া ১৬ গৰাকী যোড়শী কন্যা লাভ কৰা হনুমানো আমাৰ মৰিছাছবাসীৰ বাবে নহয়। মৰিছাছবাসীয়ে আঁকোৱালি লৈছে তুলসীৰ সেই বাল ব্ৰহ্মচাৰী হনুমানক। অতুল বলবান হনুমান—স্বৰ্ণ পৰ্বতৰ দৰে যাৰ শৰীৰৰ ৰং, ৰাক্ষসসকলক ভস্ম কৰা অগ্নিৰ দৰে যাৰ ক্ষমতা, জ্ঞানীসকলৰ মাজত মধ্যমণি স্বৰূপ, বানৰৰ ৰজা, ৰামৰ দূত— সেই হনুমানকহে আমি প্ৰণাম কৰোঁ।"

(আকৌ এবাৰ হাত-তালিৰ ধ্বনিত সভাগৃহ গমগমাই উঠিল।)

"আপোনালোকে মৰিছাছৰ হিন্দু গাঁওসমূহৰ 'বৈঠাকা'ৰ নাম নিশ্চয়

শুনিছে। আমাৰ বগা চাহাবৰ দিনতে গঢ়ি উঠিছিল বৈঠাকাসমূহ। এইবোৰ অসম দেশৰ নামঘৰৰ দৰেই আছিল। আমাৰ পূৰ্বপুৰুষ সেই কৰ্মঠ শ্ৰমিকসকলে মূৰৰ ঘাম মাটিত পেলাই, হাড়ক মাটি কৰি খেতিৰ কাম কৰিছিল আৰু উভতি আহি বহিছিল বৈঠাকাত। আজিও এই বৈঠাকাত অহৰহ তুলসীৰ সেই গীতৰ ধ্বনি গুঞ্জৰিত হৈ থাকে ঃ

কুপথ কুতৰ্ক কুচালি কলি কপট দম্ভ পাখণ্ড।
দহন ৰাম গুণ গ্ৰাম জিমি ইন্ধন অনল প্ৰচণ্ড।

(শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰ প্ৰচণ্ড দাবানলৰ দৰে। ই কলি কালত মানুহৰ চৰিত্ৰ আক্ৰমণ কৰা দোষসমূহক শুকান কাঠৰ দৰে পুৰি ভস্ম কৰি পেলায়। কুপথ, কুতৰ্ক, কুচাল, কপটতা আৰু ঘৃণনীয় অহংকাৰক পুৰি ছাইত পৰিণত কৰি পেলায়।)

(আকৌ এবাৰ হাত-তালিৰ শব্দত সভাঘৰ মুখৰিত হৈ উঠিল।)

"শুনক, আজিও মৰিছাছৰ অনেক স্থানত 'ৰামচৰিতমানস'ৰ অখণ্ড পাঠ চলি আছে। এই দ্বীপলৈ অহা এক স্বামী মহাৰাজে গীতা প্ৰেছৰ দ্বাৰা প্ৰকাশিত ৰামায়ণৰ এক লাখ কপি গাঁৱে গাঁৱে বিনামূল্যে বিতৰণ কৰি দিছিল। সুখৰ কথা এয়ে যে আমাৰ এই দ্বীপলৈ ঐশ্বৰ্য-বিভূতি সকলো আহিছে। আমাৰ পূৰ্বপুৰুষসকলে যি স্বপ্ন দেখিছিল সেই স্বপ্ন এতিয়া সাকাৰ হোৱাৰ উপক্ৰম হৈছে। তেওঁলোকৰ ভাগৰুৱা অস্থি-চৰ্মৰ ওপৰত সোণৰ পদুম প্ৰস্ফুটিত হোৱাৰ উপক্ৰম হৈছে।"

(আকৌ হাত-তালিৰ শব্দ শুনা গ'ল)

"কিন্তু আমাৰ সেই পূৰ্বপুৰুষৰ ভাগৰুৱা আৰু ক্ষত-বিক্ষত অস্থিপুঞ্জক সান্ত্বনাৰ প্ৰলেপ দি জীয়াই ৰখা শ্ৰীৰামচৰিতক আধুনিক জগতৰ ধন-উল্লাসৰ প্ৰচণ্ড ধুমুহাই এতিয়াও উটুৱাই নিব পৰা নাই। ৰামায়ণ ভাৰত আৰু মৰিছাছৰ আত্মা হৈ চিৰদিন জীয়াই থাকিব।"

হৰ্ষোল্লাস আৰু হাত-চাপৰিৰ মাজত মন্ত্ৰীগৰাকীয়ে তেওঁৰ ভাষণ সমাপ্ত কৰিলে। পেণ্টৰ পকেটৰ পৰা ৰুমাল উলিয়াই তেওঁ কপালৰ ঘাম মচিলে।

এইখিনিতে ঘোষণা কৰা হ'ল যে তলৰ হলঘৰত চাহ-জলপানৰ ব্যৱস্থা কৰা হৈছে।

কিছু সময়ৰ বাবে সভা ভংগ হ'ল। প্ৰধানমন্ত্ৰী ছাৰ অনিৰুদ্ধ জ্ৰগন্নাথে এইখিনি সময়তে সকলোৰে পৰা বিদায় ল'লে। তেওঁৰ পিছে পিছে প্ৰকাণ্ড

প্ৰকাণ্ড গাড়ীবোৰত অহা কেইবাগৰাকী মন্ত্ৰীয়েও বিদায় ল'লে।

ইতিমধ্যে তলৰ হলঘৰ লোকে লোকাৰণ্য হৈ পৰিল। ছিংগাপুৰ হৈ অহা আন এটা ভাৰতীয় দলো আহি উপস্থিত হ'ল।

সভাৰ দ্বিতীয় অধিৱেশন আৰম্ভ হোৱাৰ আগেয়ে সকলোৱে পেট ভৰাই চাহ-জলপান খাই লোৱাই উচিত বুলি ভাবিলে। সভাৰ দ্বিতীয় অধিৱেশনত তুলসীৰ ৰামায়ণৰ দৰ্শনৰ বিষয়ে ক'ব মাধৱানন্দই।

দেশে দেশে, পৰ্বতে-পাহাৰে, সাগৰে-সাগৰে ৰামায়ণৰ জয়যাত্ৰাৰ কাহিনী ক'ব স্বয়ং শাস্ত্ৰী মহাৰাজে।

প্ৰকাণ্ড প্ৰকাণ্ড ক'কাক'লাৰ বটলবোৰ পলকতে শেষ হ'বলৈ ধৰিলে।

কমলাদেৱীয়ে মাধৱানন্দৰ লগত একেলগে বহি চাহ খাব বুলি ভাবি আছিল। কিন্তু তেওঁক অকলে লগ পোৱাৰ আৰু সাধ্য নাই। ছাত্ৰৰ দলটোৱে তেওঁক ইতিমধ্যে বেৰি ধৰিছে।



চাৰি

# কমলাদেৱী আৰু প্ৰেমকুমাৰ ৰাসপাল

"মই আপোনাক লক্ষ্য কৰি আছো। আপুনি একেদৰে থিয় হৈ আছে। আগবাঢ়িও যোৱা নাই পিছলৈয়ো চোৱা নাই।"

"বৰ ভিৰ! বৰ ভিৰ!"

"আহক আহক, আপোনাক মই সৰু বাটেৰে লৈ যাওঁ। আপুনি কফিকাপ খাই মোৰ লগত এপাক মাৰিও আহিব পাৰিব।"

"তোমাৰ লগত এপাক!"

কমলাদেৱীয়ে প্ৰেমকুমাৰ ৰাসপালৰ মুখলৈ মূৰ তুলি চালে। মূৰত মাদাগাছকাৰৰ পৰা অহা ল'ৰাহঁতৰ দৰে এক মূৰ ঘন আৰু কেঁকোৰা ক'লা চুলিৰে, ঘেঁহু বৰণীয়া যুৱক প্ৰেমকুমাৰ ৰাসপাল। পাতল শৰীৰ।

"হয় হয়, কিছু ঠাই এতিয়াই চাই আহিব পাৰিব। ছাত্ৰৰ দল এটাই ইতিমধ্যে পলাই পত্ৰং দিলেই। মই ভালদৰে জানো সিহঁতৰ সৰহভাগেই আহে দেশ চাবলৈ আৰু ফূৰ্তি কৰিবলৈ। সুধিবচোন আপুনি বালী ক'ৰ ৰজা আছিল? সীতাক কোনে হৰণ কৰিছিল?" হাঁহিবলৈ ধৰিলে প্ৰেমকুমাৰে।

কমলাদেৱীয়ে ল'ৰাটোলৈ আকৌ এবাৰ মূৰ তুলি চালে। কথা-চহকী। কিন্তু সৰল যেন ভাব হয়।

কমলাদেৱীক হাতত ধৰি নিয়াৰ দৰে ভিৰৰ মাজেৰে নি সি এখন টেবুলৰ ওচৰত থিয় কৰালে। ভিৰৰ মাজেৰে বগুৱা বাই যোৱাৰ দৰে গৈ সি দুকাপ কফি যোগাৰ কৰিবলৈ সক্ষম হ'ল। দুয়ো মুখামুখিকৈ থিয় হৈ কফি খালে।

হঠাৎ কমলাদেৱীয়ে প্ৰেমকুমাৰ ৰাসপালৰ মুখলৈ চাই ক'লে, "সভাৰ দ্বিতীয় অধিৱেশন আৰম্ভ হোৱাৰ আগেয়ে মই তোমালোকৰ অপ্ৰবাসী ঘাট চাই আহিব খোজো। কিবা ব্যৱস্থা কৰিব পাৰিবানে?"

প্ৰেমকুমাৰ ৰাসপালে যেন এনে এটা কথা শুনিবলৈহে সাজু হৈ আছিল। সি ক'লে, "অপ্ৰবাসী ঘাট কিয়? পৰ্টলুইছ! পৰ্টলুইছ! ফৰাছী ৰাজ্যপাল মাহে দা লাবৰ্দ'নিছৰ সপোনৰ নগৰ। দুশ যাঠি বছৰৰ আগেয়ে এটি অপূৰ্ব পৰ্বতৰ বুকু ফালি গঢ়ি তোলা হৈছে এই নগৰ। চাব পাৰিব ফৰাছী ক'ল'নিয়েল প্ৰাসাদসমূহ, চীনৰ কাছিনো, অষ্টদশ শতিকাৰ বেৰেকসমূহ—যি ঠাইৰ পৰা প্ৰথমবাৰৰ বাবে পালতৰা জাহাজবোৰে আহি মৰিছাছত লংগৰ পেলাইছিল! পৰ্টুগীজৰ জাহাজ, ফৰাছী জাহাজ। মোৰ গাড়ী আছে। আহক আহক!"

কমলাদেৱী কিছু চিন্তিত হৈ আছিল। তাই ক'লে, "নাই, সেইবোৰলৈ মই যাত্ৰীসকলৰ লগতে যাম।"

"তেতিয়াহ'লে মই আপোনাক 'দুমাইল লে পাইলেছ' উদ্যানলৈ লৈ যাম। তিনি হাজাৰ একৰ মাটি জুৰি থকা এই এলেকাত আমাৰ পূৰ্বপুৰুষসকলৰ প্ৰথম চেনিকলটো সজাই থোৱা দেখা পাব। বিশ্বাস কৰক, সেই যুগৰ ঘোঁৰাগাড়ীবোৰো একেদৰে থোৱা হৈছে। উঠি চাব পাৰিব।"

কমলাদেৱীয়ে এক প্ৰকাৰ আটাহ পাৰি উঠিল, "নাই নাই, মই অপ্ৰবাসী ঘাটলৈহে যাব খুজিছোঁ। ক'ব নোৱাৰো কিয় সেই ঘাটে মোক এনেদৰে আকৰ্ষণ কৰে। মই জানো আমাৰ সমদল তালৈ যাব। কিন্তু তাৰ আগেয়ে মই অপ্ৰবাসী ঘাট চাব খোজোঁ।"

কমলাদেৱীয়ে বৰ লৰালৰিকৈ কফি কাপ খালে। এৰা, কিজানি শাস্ত্ৰী মহাৰাজৰ চকুত পৰেই। তেওঁ বৰ ভক্তি আৰু প্ৰেমেৰে শ্ৰীৰামচন্দ্ৰৰ জয়যাত্ৰাৰ কাহিনী ক'ব। দাশৰথীৰ এই খোজ কেনেদৰে সিংহল, তিব্বত, শ্যাম, ব্ৰহ্মদেশ, বালিদ্বীপ আদিত প্ৰকট হৈ পৰিল এই কথা ক'ব। জুইৰ ফিৰিঙতিৰ দৰে তেজস্বী আৰু পদ্মপত্ৰৰ দৰে কোমল এই খোজ! দাশৰথীৰ এই খোজৰ কাহিনী ভাবুক হৈ ব্যক্ত কৰি বহুবাৰ তেওঁ অচেতন হৈ পৰিছে। বহুবাৰ মানুহে ধৰা-মেলা কৰি তেওঁক মঞ্চৰ পৰা নমাই আনিবলগীয়া হৈছে। কমলাদেৱীৰ নিজৰ ওপৰত যেন ধিক্কাৰ জন্মিল। তাই কিয় পৰম ভক্তিৰ ভাবেৰে বহি শ্ৰীৰামচন্দ্ৰৰ কথা শুনি থাকিব পৰা নাই? কিয় তাই পৰা নাই, সন্ন্যাসী হৰিনাৰায়ণৰ দৰে, ভাণ্ডাৰী দম্পতীৰ দৰে আচৰণ কৰিব? এতিয়া এই মুহূৰ্ততো তাইৰ মন মাধৱানন্দৰ আশে-পাশে ঘূৰি ফুৰিছে। তেওঁ বক্তৃতা দিয়াৰ সময়ত তাই অপ্ৰবাসী ঘাটৰ পৰা নিশ্চয় উভতি আহিব পাৰিব।

দুয়ো ভিৰ ঠেলি ঠেলি বাহিৰলৈ ওলাই আহিল। পিছফালৰ দুৱাৰেদি

ওলাই আহি এটি দৃশ্য দেখি হঠাৎ তভক খাই দুয়ো থিয় হৈ ৰ'ল। কোন টলকত জঁটাধাৰী সন্ন্যাসীয়ে বাহিৰলৈ ওলাই আহি আসন পাতি বহি লৈছে কোনেও তৰ্কিবই নোৱাৰিলে। হাত আৰু কপাল দেখুৱাবলৈ বহু মানুহ তেওঁৰ ওচৰত উবুৰি খাই পৰিছে। ভিৰৰ মাজতো জঁটাধাৰীৰ গেৰুৱা বস্ত্ৰ, কমণ্ডলু আৰু ক'লা ডাড়িকোছা কমলাদেৱীৰ চকুত পৰিল—"আকৌ ব্যৱসায় আৰম্ভ কৰি দিছে সন্ন্যাসীয়ে!"

"আকৌ ব্যৱসায়?"

কমলাদেৱীয়ে নিজকে সংযত কৰি ৰাখিলে। জঁটাধাৰীৰ কথা প্ৰেমকুমাৰ ৰাসপালক তাই ক'ব নোৱাৰিলে।

প্ৰেমকুমাৰ ৰাসপালে নিজেই গাড়ী চলালে।

কুঁহিয়াৰৰ খেতিৰ মাজেৰে আগুৱাই গ'ল জকমকীয়া গাড়ী। এনেকৈ ভালদৰে পৰিচয় নোপোৱা মানুহ এটাৰ লগত ওলাই আহি ভাল কৰিলেনে বাৰু তাই? স্বামী মহাৰাজে এবাৰ কৈছিল—বিদেশত ঠাই চোৱাৰ সুযোগ পালে কেতিয়াও নেৰিবা। আমাৰ মণ্ডলীৰ সীমিত পুঁজিৰে আমি সকলোৰে চাহিদা পূৰণ কৰিব নোৱাৰোঁ।

কিন্তু সভাৰ মাজৰ পৰা এনেকৈ উঠি অহা ভাল হ'লনে? এয়া অহৰহ মাধৱানন্দক ওচৰত নোপোৱাৰ ক্ষোভ নেকি?

হঠাৎ প্ৰেমকুমাৰ ৰাসপালৰ মাতত তাইৰ তন্ময়তা ভাগিল।

"মই অপ্ৰবাসী ঘাটলৈ মানুহ আনিবলৈ ভাল নাপাওঁ।"

"কিয়?"

"আমাৰ ইমানবোৰ সুন্দৰ সাগৰ থকা সত্ত্বেও আমি কিয় বাৰে বাৰে অপ্ৰবাসী ঘাটলৈ যাব লাগে? গ্ৰেণ্ড বেইতে কিমান সুন্দৰ সুন্দৰ বিচ আছে! আমাৰ লেৰেবেৰেৰ সমুদ্ৰৰ নীলা পানীত পৰ্টুগীজ আৰু ফৰাছীহঁতে সাঁতুৰি-নাদুৰি জীৱন কটাইছিল। আগ্নেয়গিৰিৰ পৰা উৎপন্ন হোৱা দ্বীপসমূহ চাবলৈ আমি কেপ মাথিউৰেঅক্সৰ সাগৰৰ পাৰলৈ যাব পাৰোঁ। নাইবা ব্লু বে'—ছাতিৰ দৰে নাইবা চালি ধৰি থকা ময়ূৰ পুচ্ছৰ দৰে ফিলাও গছে আৱৰি থকা ব্লু বে'।

আকৌ এবাৰ কমলাদেৱীয়ে নিজকে ধিক্কাৰ দিলে। এনেদৰে এই মানুহটোৰ লগত অপ্ৰবাসী ঘাটলৈ অহা ভাল হ'লনে? সঁচা কথা শাস্ত্ৰী মহাৰাজে নিজেই কৈছিল— বিদেশত এনে ধৰণৰ সুযোগ পালে নেৰিবা; কেতিয়াও

নেৰিবা। কিন্তু তাইৰ হৃদয়ৰ গভীৰ গহ্বৰত এক অন্য প্ৰশ্নই ফণা তুলি উঠিছে—তাই মাধৱানন্দৰ বাবেই আহিছে নেকি? সদায় অহাৰ দৰে? একমাত্ৰ মাধৱানন্দৰ বাবে?

প্ৰেমকুমাৰ ৰাসপালে ৰাস্তাৰ কাষতে গাড়ী ৰখালে। অপ্ৰবাসী ঘাট ৰাস্তাৰ পৰা বৰ বেছি দূৰৈত নহয়। এই ঘাটৰ এক অন্য নাম আছিল। পৰ্টুগীজৰ সময়তো, ফ্ৰাছীসকলৰ সময়তো আৰু পাছত বৃটিছৰ ৰাজত্বতো অন্য নাম আছিল।

গাড়ীৰ পৰা নামি দুয়ো ৰাস্তা পাৰ হৈ পুৰণি চিৰিবোৰৰ ওচৰলৈ নামি গ'ল।

মৰিছাছৰ সুন্দৰ বিচবোৰৰ তুলনাত এই ঘাটৰ পানী পৰিষ্কাৰ। কিছু দূৰৈত লংগৰ পেলাই থৈছে প্ৰকাণ্ড প্ৰকাণ্ড দুখন জাহাজে।

পানীৰ ওচৰলৈ দুয়ো নামি গ'ল। প্ৰেমকুমাৰ ৰাসপালে পকেটৰ পৰা ৰুমাল উলিয়াই চিৰিৰ ওপৰৰ ধূলি মচি তাইক বহিবলৈ দি ক'লে, "এই ঘাটৰ কি নাম আছিল সেই কথা মোক নুসুধিব। সেই ১৮৪৩ চনতে দলে দলে আহিছিল ভাৰতীয় গিৰ্মিটীয়া বনুৱাইঁত। এক হিচাপ মতে ১৮৪৩ৰ পৰা ১৯০৭ চনলৈ আমাৰ এই মৰিছাছ দ্বীপত ৪৫০,০০০ জন ভাৰতীয় আহি হাজিৰ হৈছিল। আমাৰ লেখক বিষ্ণুদয়ালে লিখা মতে ১৮৪৬ চনত ভাৰতীয়ৰ সংখ্যা আছিল ৫৬,২৪৫; কিন্তু ১৮৬০ চনত হ'লগৈ ৩০৩,০০০। বাপৰে বাপ! সেই সময়ত হেনো এক লাখ দহ একৰ ভূমিত কুঁহিয়াৰ ৰোৱা হৈছিল। আমাৰ শ্ৰমিকইঁতে কি গায় জানেনে? গায়—

ৰামজী কী ইখ কী তু চুস লেইলী মিঠবা।
হমাৰো খাতিৰ ছোড় গাইলে সীঠিয়া হো ৰামা।"

কমলাদেৱীয়ে হাঁহি মাৰি ক'লে—"মই তোমালোকৰ মাটি খান্দি চাওঁ ৰ'বা। মাটিও নিশ্চয় মিঠা কুঁহিয়াৰৰ দৰে। মই চাকি চাওঁ নে বাৰু? এয়া চাৰিওফালে মাথো মিঠা গোন্ধ!"

"নাই নাই, চাকি চাব নালাগে। কাৰণ ইয়াত তেজ আৰু ৰঙা ঘামো মিহলি হৈ আছে।"

কমলাদেৱী কিছু সময় মনে মনে ৰ'ল। তাইৰ প্ৰকাণ্ড চুলিকোছা পিঠিৰ ওপৰত খহি পৰিল। অপলক দৃষ্টিৰে প্ৰেমকুমাৰ ৰাসপালে কমলাদেৱীলৈ চাই ৰ'ল। সম্ভৱ এই ক'লা ঘন চুলিয়ে তাক অনেক কথা সোঁৱৰাই দিলে, অনেক

চৰিত্ৰক হয়তো চকুৰ আগলৈ লৈ আহে এই চুলিয়েই। ক'ত যে উধাও হৈ গৈছে।

এই চুলি! সকলোৱে এতিয়া ফৰাছী আৰু পৰ্টুগীজহঁতক অনুসৰণ কৰিব খোজে। মই মণ্ডলীৰ মানুহ এই দ্বীপলৈ আহিলেই অভিমন্যু অনতৰ 'লাল পসীনা' (অৰ্থাৎ ৰঙাঘাম) নামৰ কিতাপখন পঢ়িবলৈ দিম।

লাল পসীনা! ৰঙা ঘাম...?

দুয়ো এইবাৰ চিৰিত বহিল। সাগৰৰ ঢৌৰ শব্দ মাজে মাজে বিকুলৰ শব্দৰ দৰে লাগিছিল। চিৰিত ঠেকা খোৱা ঢৌৰ পানী ছিটিকি আহি দুয়োৰে শৰীৰত পৰিল। আচৰিত কথা—কমলাদেৱীয়ে যেন কল্পনাহে কৰি ল'লে এয়া তাইৰ ওচৰত যে বহি আছে তজবজীয়া মৰিছাছৰ ডেকাটো—তাক অলপো অচিনাকি যেন লগা নাই। এৰা, চিনাকি হোৱাৰ পাছত মাত্ৰ কেইটামান ঘণ্টাহে বাগৰি গৈছে। কোনে জানো কৈছিল মৰিছাছলৈ আহিলে ভাৰতীয়সকলৰ মন এনেকুৱাই হয়। এজনৰ হৃদয়ৰ ধ্বনিয়ে আন এজনক স্পৰ্শ কৰি যায়!

কমলাদেৱীয়ে কল্পনা কৰিলে এয়া প্ৰেমকুমাৰ নহয়, মাধৱানন্দহে তাইৰ ওচৰত বহি আছে। মাধৱানন্দ?

তাই ধৰমৰকৈ উঠিব খুজিলে—"উঠা উঠা, সভা আৰম্ভ হৈ গৈছে চাগৈ!"

"কি হ'ব পিছে সভা আৰম্ভ হ'লে? একেই কথা শুনি থাকিবা, সদায় একেবোৰ কথাই এই বায়ুমণ্ডলত উৰি ফুৰে। ঘূৰি-ফুৰি আহি আকৌ মানুহৰ বুকুতেই প্ৰতিধ্বনিত হয়!"

এই নতুন চিনাকি মানুহটোৰ কথা কমলাদেৱীয়ে ভালদৰে বুজিব নোৱাৰিলে।

হয় হয়! শাস্ত্ৰী মহাৰাজে ভক্তিত গদ-গদ হৈ একেবোৰ কথাকে ক'ব। সেই দশৰথৰ পুত্ৰৰ ভৰিৰ খোজৰ কথা। হাজাৰ বছৰৰ আগৰ ইণ্ডোনেছিয়াৰ ৰামায়ণ 'ককবিন'ৰ পোছাক পিন্ধি ঘূৰি ফুৰা দশৰথৰ পুত্ৰ! ব্ৰহ্মদেশৰ চেগুন গছেৰে ভৰা সেউজীয়া ভূমিত 'ৰামজামন'ৰ পোছাক পিন্ধি ঘূৰি ফুৰা দশৰথৰ পুত্ৰ! জাভাৰ কাঁইটীয়া বননিত 'সেতৰকাণ্ড'ৰ পোছাক পিন্ধি ঘুমুটিয়াই ফুৰা ৰাম? শ্যামদেশৰ 'ৰামকিয়েন'ৰ পোছাক পিন্ধি ভগ্ন মন্দিৰত ভ্ৰমি ফুৰা শ্ৰীৰাম! ভক্তিত গদ-গদ হৈ অনেক কথা ক'ব শাস্ত্ৰী মহাৰাজে! কোনো প্ৰয়োজন নাই, কোনো প্ৰয়োজন নাই এতিয়াই উভতি যোৱাৰ।

"কোৱা লাল পসীনা অৰ্থাৎ ৰঙা ঘামত অভিমন্যু অনতে কি লিখিছে?"

"দূৰৈৰ পৰা কুঁৱলী ফালি ফালি এখন জাহাজ অহা দেখা গৈছে। লতা-পাতে আবৰি থকা এক ভগ্ন মন্দিৰহে যেন আগুৱাই আহিছে। বিকুলৰ শব্দৰ দৰে পাৰত ঠেকা খোৱা ঢৌবোৰৰ শব্দ মাজে মাজে গভীৰ হৈ উঠিছে। যেন জানোৱাৰেহে শব্দ কৰিছে। এৰা, লাল পসীনাৰ চৰিত্ৰবোৰে স্বপ্নত দেখা দিয়ে। কেতিয়াবা আমি চৰ্দাৰৰ কৰ্কশ কণ্ঠ শুনা পাওঁ। জুই হৈ আহে সেই কণ্ঠ— "অৰে অৰে ছোটে সুৱৰোন কি বাপ! ঔৰত সে মজা লুট-লুটকৰে বচ্চে পৈদা কৰনা তো খুব আতা হেই; পৰ খেত মে জাঁগাৰ কে চোৰ নিকলে...।"

আটাহ পাৰি উঠিল কমলাদেৱীয়ে, "হৈছে হৈছে! চুপ থাকা। ৰঙা ঘামৰ আন কথা কোৱা। কাহিনী কোৱা।"

"কাৰ কাহিনী ক'ম? কুন্দনৰ নে গৌতমৰ? নে ঘোঁৰাই টনা বাগীত উঠি এখন খেতিৰ পথাৰৰ পৰা আন এখন পথাৰলৈ চাবুক লৈ ঘূৰি ফুৰা লংগড় বা চাহাবৰ কথা ক'ম? কেতিয়াবা হয়তো এই বাগীত ঘোঁৰা নাছিল— মানুহ, মানুহে টানিছিল।"

"ইস্। সঁচাকৈয়েনে?"

"শুনক, আজি মণ্ডলীৰ মাজত মই বিলাই দিম বিষ্ণুদয়ালে লিখা মৰিছাছৰ ইতিহাস। অকল আমাৰ ভাৰতীয় শ্ৰমিকসকলেইনে? মাদাগাছ্কাৰৰ পৰা অহা নিগ্ৰোইঁতৰ কথাও পঢ়িব সকলোৱে। শুনক কমলাদেৱী, ভ্ৰাতৃয়েই আছিল সিহঁত আমাৰ। জেনেৰেল হলৰ উক্তিৰ বিষ্ণুদয়ালে তেওঁৰ কিতাপত উদ্ধৃতি দিছে। ২৪ নম্বৰ পৃষ্ঠা পঢ়িব। জাহাজত অহা নিগ্ৰোইঁতৰ কাহিনী মৰ্মান্তিক। মৰ্মান্তিক। জেনেৰেল হ'লে লিখিছে,—"The height of the deck (of such a ship) from the water casks is only two feet and those unfortunate Negroes are obliged to lie down with the head of one between the thighs of the other who is placed behind him and soon to the extremity of the vessel and the numbers showed in all a small compass exceed any calculation..."

"হৈছে হৈছে আৰু ক'ব নালাগে। সেই দিন পাৰ হৈ গৈছে। এতিয়া সকলোৰে হাতত সোণ-ৰূপৰ চন্দুকৰ চাবি। কি বিস্ময়কৰ পৰিবৰ্তন।"

"শুনক, বিষ্ণুদয়ালে জেমছ প্ৰৰিঅ'ৰৰো উদ্ধৃতি দিছে। জীৱ-জন্তুৰ আৰু মানুহৰ মাজত কোনো পাৰ্থক্য নাছিল আমাৰ এই মৰিছাছৰ ভূমিত—"The unfortunate Negro toiling and sweating under the labour of dragging carts through the town or heavy roads in the country, seems

the only legitimate beasts of burden, in the opinion of the White. Even the ass is exempted from almost all duties but that of carring his master..." ২৪ নম্বৰ পৃষ্ঠা পঢ়ি চাব।"

বনৰীয়া ডাল-পাত শৰীৰত মেৰিয়াই প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ যেন হৈ পৰা জাহাজখন বেগেৰে আগবাঢ়ি আহিছে।

পানীৰ ঢৌৱে মাজে মাজে আহি দুয়ো বহি থকা চিৰিত মূৰ আফলিয়াইছে। একেবাৰে আঁঠুলৈকে কাপোৰবোৰ তিতি গ'ল যদিও এই নতুন চিনাকি মানুহটোৰ লগত এনেদৰে বহি থাকি এইবাৰ কমলাদেৱীৰ বেয়া নালাগিল।

"কোৱা, আৰু কোৱা প্ৰাচীন মৰিছাছৰ কথা। কুঁহিয়াৰৰ খেতিৰ কথা। সৌৱা, সৌখন জাহাজ—জাহাজ নহয় যেন বনৰীয়া হাতী। অটব্য অৰণ্য এখনকে যেন পিঠিত তুলি আনিছে!"

"এৰা, ঠিকেই কৈছো। মই আমাৰ পূৰ্বপুৰুষক অনা জাহাজবোৰত বনৰীয়া হাতীৰ লগতে তুলনা কৰোঁ। মোৰ চকুৰ আগত অহৰহ কিছুমান বস্তা ঘূৰি ফুৰে। কেতিয়াবা সেই বস্তা পৰ্বতৰ সমান ওখ হৈ পৰে। কেতিয়াবা বস্তাবোৰ মোৰ মূৰৰ ওপৰত বাগৰি পৰাৰ দৰে ভাব হয়। শুনক, অভিমন্যু অনতে এই বস্তাৰ মাজত জীৱনৰ সৰ্বস্ব হেৰুওৱা ফুলবস্তিৰ কাহিনীও লিখিছে। আপুনি 'ৰঙা ঘাম'ৰ ৮৫ নম্বৰ পৃষ্ঠা পঢ়িব।"

"কি আছে ৮৫ নম্বৰ পৃষ্ঠাত?"

"অভিমন্যু অনতৰ সেই ছবি মোৰ মনৰ মাজত খোদিত হৈ আছে। অনেক বছৰৰ আগেয়ে এই দ্বীপলৈ ফুলবস্তি আহিছিল। সেইবাৰ বিহাৰৰ সেই ভূমিত ভয়ানক আকাল। গৰু-গাই মৰি খাস্তাং। ভূতৰ ওপৰত দানহৰ দৰে আহি পৰিছিল মহামাৰী। ফুলবস্তিৰ ককায়েক এই দ্বীপলৈ আগেয়েই গুচি আহিছিল। সেই সময়তে ধনৱা চৰ্দাৰে কুৰি-পঁচিছটা মানুহ লৈ মৰিশালিত জীয়া মানুহ বিচাৰি ফুৰিছিল। দুগৰাকীমান তিৰোতাও আছিল। মাকে ফুলবস্তিক ঠিকাদাৰৰ হাতত গতাই দিছিল এই ভাবিয়েই যে তাই ককায়েকক লগ পাব। ভাৰতত তেতিয়া স্বতন্ত্ৰতাৰ যুদ্ধ আৰম্ভ হৈ গৈছিল। গাঁৱে গাঁৱে গৈ মানুহক সক্ৰিয় কৰি তুলিবলৈ ফুৰস্তিৰ ককাকে উঠি-পৰি লাগি গৈছিল। ৰাংকুকুৰৰ দৰে ইংৰাজ চিপাহীয়ে সিহঁতক খেদি ফুৰিছিল। চব পলাই আহিছিল ঠিকাদাৰৰ চাউল আৰু চেনিৰ বস্তা হৈ এই দ্বীপলৈ। চব বস্তাৰ কথা। নাক-মুখ নথকা

বস্তাৰ কথা। ফুলবন্তিকো চাউলৰ বস্তা বুলি আনি কোনোবাই এদিন একোণত পেলাই দিলে।”

“বস্তা?”

“জাহাজত এনেকুৱা বস্তা আঁতৰাই সেই ৰাক্ষসৰ দৰে ঠিকাদাৰ তাইৰ ওচৰত বহিছিল। তাৰ হাত তাইৰ ‘লেহেংগা’ৰ ওচৰলৈ যোৱাৰ লগে লগে আন এটা বস্তা ফালি যেন একুৰা জুইহে ভমককৈ জ্বলি উঠিল। কোনোবা এটাই ডিঙিত চেপি ধৰি বস্তাৰ দ’মৰ ওচৰত ঠিকাদাৰক আফাল মাৰি পঠিয়ালে। থতমতকৈ উঠি ঠিকাদাৰে মানুহটোলৈ কটমটকৈ চালে। তাৰ পাছত সাপৰ দৰে চোঁ মাৰি বস্তাৰ মাজে মাজে সি পাৰ হৈ গ’ল। যোল বছৰীয়া ফুলবন্তিয়ে হেনো চিনি পাইছিল ল’ৰাটোক। ভোকত ৰ’ব নোৱাৰি জাহাজত উঠা মানুহ আছিল সি। সেই জাহাজে এই অপ্ৰবাসী ঘাটতে লংগৰ পেলাইছিল।”

কমলাদেৱীৰ চকুৰ আগৰ সৌৱা সাগৰৰ ঢৌবোৰ যেন লংগৰৰ লোৰ শিকলি হৈ পৰিল। ঝন-ঝন-ঝন তাৰ শব্দ।

“এৰা, ভাৰতৰ পৰা শ্ৰমিক লৈ অহা জাহাজবোৰে এই ঘাটতে লংগৰ পেলাইছিল। দঁলে দলে নামি আহিছিল উদং ভৰিৰ কংকালসাৰ চেহেৰাৰ মানুহবোৰ। অভিমুন্য অনতে ঠিকেই লিখিছে—ফুলবন্তি অহা সেই জাহাজত ৩২০ টা কুলী আহিছিল। কিন্তু বন্দৰত আহি যেতিয়া জাহাজ লাগিল, তেতিয়া কুলী থাকিল ৩১৯ টা।”

কমলাদেৱীয়ে আৰ্তনাদ কৰি উঠিল, “মই বুজিছোঁ। ফুলবন্তিক ৰক্ষা কৰা মানুহটো নাই। নহয়নে?”

প্ৰেমকুমাৰ ৰাসপাল নিৰুত্তৰ হৈ থাকিল। আকৌ ঢৌৰ পানীৰ ছিটিকনি দুয়োৰে শৰীৰত পৰিল। লংগৰৰ লোৰ শিকলিৰ ঝনঝননিৰ নিচিনা শব্দ শুনা গ’ল।

প্ৰেমকুমাৰে ক’লে, “ফুলবন্তিৰ অৱস্থাৰ কথা অনতে ঠিকেই লিখিছে। তাইৰ অৱস্থাৰ কথা সুধিবলৈ আৰু কোনো নাহিল। হিন্দ মহাসাগৰৰ গভীৰতাক কোনেও জুখিব নোৱাৰে। এই সাগৰৰ ভিতৰৰ আৱাজ বাহিৰলৈ কেতিয়াও নাহে। পাষাণত ঢৌৰ কোব—জোৱাৰ-ভাটাৰ আৱাজ ফুলবন্তিয়ে বৃদ্ধা অৱস্থালৈকে শুনি আছিল।”

“প্ৰেমকুমাৰ, তুমি বস্তাৰ কথা কৈছিলা!”

“হয় হয়, মই অহৰহ বস্তাৰ ছবি চকুৰ আগত দেখোঁ! কুঁহিয়াৰৰ পগোৱা

গুড়ৰ দৰে বৰণৰ। জানোৱাৰৰ ছালৰ দৰে বৰণৰ—বস্তা। মাথোঁ বস্তা!"

"কিন্তু কিয় বস্তাৰ দৃশ্য তুমি দেখা?"

"শৈশৱৰ পৰাই দেখি আহিছোঁ..."

কিছু সময় নিস্তব্ধ হৈ থাকিল প্ৰেমকুমাৰ। তাৰ পাছত সি ক'লে, "বৰ ভয়ানক কথা শৈশৱত শুনিছিলো। ককাই মোৰ পিতাক লৈ যেতিয়া এই দ্বীপলৈ আহিছিল মোৰ পিতাৰ তেতিয়া বয়স চাৰি বছৰ আছিল। সেইবাৰ শ্ৰমিকইঁতৰ লগত নিমখৰ বস্তা আহিছিল। বৰ প্ৰয়োজন আছিল নিমখৰ বস্তাৰ। মানুহৰ জীৱনতকৈও বেছি। হিন্দ মহাসাগৰত হঠাতে অহা তুফানে বস্তাবোৰ তিতাই পেলাব বুলি আশংকা কৰা হ'ল। তিতিলে বস্তাৰ ওজন বাঢ়ি যাব। জাহাজ ডুবাৰ আশংকা হ'ল। চৰ্দাৰে বাছি বাছি কিছুমান শ্ৰমিকক জাহাজৰ ডেকৰ মূৰত গোট খুৱালে। তাৰ পাছত—"

"তাৰ পাছত?"

"ওজন কমাবলৈ সিহঁতক সাগৰত পেলাই দিলে। মোৰ ককাও সিহঁতৰ মাজত আছিল।"

প্ৰেমকুমাৰ একেবাৰেই নিস্তব্ধ হৈ পৰিল।

আৰ্তনাদ কৰি উঠিল কমলাই। আপোনা-আপুনি তাইৰ হাত প্ৰেমকুমাৰৰ চুলিৰ ওচৰলৈ আগুৱাই গ'ল।

"নাই নাই; মই আৰু কেতিয়াও তোমাক বস্তাৰ কথা নোসোধোঁ। তুমি বস্তাৰ কথা পাহৰি যোৱা। পাহৰি যোৱা প্ৰেমকুমাৰ—ই এক কাহিনী আছিল বুলি পাহৰি যোৱা।"



## পাঁচ

# শাস্ত্ৰী মহাৰাজৰ খং

সভাৰ মাজৰ পৰা সাধাৰণতে শাস্ত্ৰী মহাৰাজ ওলাই নাহে। কিন্তু আজি হঠাৎ বাহিৰলৈ ওলাই আহিল। কোঁ-কোঁৱাই গৈ তেওঁ বাহিৰৰ প্ৰাংগণৰ জঁটাধাৰীৰ আড্ডাৰ ওচৰত থিয় হ'ল।

ইতিমধ্যে অজস্ৰ মানুহে জঁটাধাৰীক বেৰি ধৰিছিল। তেওঁ বহি আছিল গাদীৰ ওপৰত। এই গাদী ক'ৰ পৰা আহিল কোনেও গম নাপালে। কোনোবা ভক্তই থিতাতে আহি গাদীখন দি থৈ গ'ল। জঁটাধাৰীয়ে বৃত্তাকাৰ ফ্ৰে'মৰ চছমা এযোৰ পিন্ধিছে। চছমাৰ এখন কাঁচ নাই অৰ্থাৎ সোঁ চকুটোৰ সন্মুখৰ কাঁচখন নাই। এই কাঁচখন তেওঁ নিজেই ভাঙি লৈছে নে সঁচাকৈয়ে ক'ৰবাত খুন্দা লাগি ভাগিছে জনা নাযায়।

ভিৰ ঠেলি ঠেলি যেতিয়া শাস্ত্ৰী মহাৰাজ জঁটাধাৰীৰ ওচৰত থিয় হ'ল, তেতিয়া এটা যেন বোমাহে ফুটিল। চিঞৰি উঠিল জঁটাধাৰীয়ে—"অৰে অৰে অৰে মহাৰাজ! আপ ইহা! বম! শিৱ শম্ভু বম বম! কাশীৰ ঈশ্বৰ, কলিযুগৰ পাপনাশকাৰী, কল্যাণৰ কল্পতৰু, গিৰিজাপতি, গুণনিধি শ্ৰীশংকৰক নমঃ। বম! বম! বম!"

(বিষ্ণু আৰু পৰমব্ৰহ্মৰ অৱতাৰ শ্ৰীৰামৰ এই সভালৈ এক শিৱভক্ত অহা বিস্ময়কৰ কথা নহয়। কাৰণ তুলসীয়ে স্বয়ং শ্ৰীৰামচন্দ্ৰৰ মুখেৰেই কৈ গৈছে—"শিৱদ্ৰোহী মম ভগত কহাৱা। সো নৰ সপনেহু মোহি ন পাৱা।" অৰ্থাৎ যিজনে শিৱৰ শত্ৰুতা কৰে আৰু নিজে মোৰ ভক্ত বুলি দাবী কৰে—সেইজনে সপোনতো মোক নাপাব।)

শাস্ত্ৰী মহাৰাজে জঁটাধাৰীৰ ওচৰত থিয় হৈ লম্ফ-জম্ফ কৰিবলৈ ধৰিলে—"তুমি যোৱাবাৰেই এইদৰে ব্যৱসায়ত নবহোঁ বুলি ঘোষণা কৰিছিলা।

আজি আকৌ তুমি ব্যৱসায়ত বহিছা। তুমি আমাৰ ৰামভক্তসকলৰ ইজ্জত নষ্ট কৰিছা!”

শাস্ত্ৰী মহাৰাজে খঙতে টিঙিৰিতুলা হৈ কোঁ-কোঁৱাই আগবাঢ়ি আহি জঁটাধাৰী বহি থকা গাদীখন ওলোটাই দিলে। মহাৰাজ আখৰাত ব্যায়াম কৰা মানুহ। তেওঁৰ শৰীৰৰ বল প্ৰচুৰ। লেংপেঙীয়া চেহেৰাৰ জঁটাধাৰী দূৰলৈ ছিটিকি পৰিল। লগে লগে গাদীৰ তলৰ নোট আৰু মুদ্ৰাবোৰ প্ৰকট হৈ পৰিল। জকমকাই উঠিল ডাঙৰ মাছৰ বাকলিৰ দৰে লগা চক্ৰাকাৰ মুদ্ৰা এসোপা। ছাৰ শিউসাগৰ ৰামগোলামৰ ছবি থকা মুদ্ৰা।

মহাৰাজ যেনেদৰে কোঁ-কোঁৱাই আহিছিল, তেনেদৰেই গৈ ৰ'জমেৰিৰ চিত্ৰ প্ৰদৰ্শনীৰ ওচৰত থিয় হ'ল। কোনোবাই সম্ভৱ তেওঁৰ কাণৰ কাষত হৰণৰ সেই বিশেষ চিত্ৰখনৰ কথা কৈছিলেই। সকলোৰে পূজ্য সেই জগৎজননী সীতা হৰণৰ ছবিৰ কথা শুনি সম্ভৱ তেওঁ আৰু বৈ থাকিব নোৱাৰিলে। নগ্ন ছবি? ইস ইস ইস! এই হাজাৰ হাজাৰ দৰ্শকে চাব তেনে এখন ছবি? উঃ! কোনোবাই সাহ কৰিছিল নে বৈদেহীক তেনে ধৰণে দেখুৱাবলৈ? কিবাকৈ তেওঁৰ পৱিত্ৰ শৰীৰত হাত লাগে বুলি তুলসীদাসে মায়াসীতা এজনীকহে হৰণৰ সময়ত পৰ্ণ কুটীৰত ৰাখিছিল। প্ৰকৃত সীতাক অগ্নিদেৱতাৰ 'জিম্মা'ত ৰখা হৈছিল।... আনকি গুণভদ্ৰই উত্তৰ পুৰাণত দেখুৱাই গৈছে—ৰাৱণে সাহ কৰা নাছিল সীতাক স্পৰ্শ কৰিবলৈ। এই পুৰাণ মতে হৰণৰ সময়ত সীতাই ৰাক্ষসৰ স্পৰ্শৰ পৰা বাচিবলৈ নিজেই ৰথত উঠিছিল। শৃংগাৰ ৰসত সিদ্ধহস্ত মহাকবি কম্বনে হৰণৰ দৃশ্য দেখুৱাবলৈ থেৰোগেঁৰো কৰিছিল। এক যোজন ভূভাগত থকা জুপুৰিটোৰে সৈতে সীতাক তুলি আনিছিল ৰাৱণে—এনে বৰ্ণনা দিলে শৃংগাৰ ৰসৰ বৰ্ণনাত সিদ্ধহস্ত কবি কম্বনে!

নৃসিংহ পুৰাণেও লিখি থৈ যোৱা নাই নে স্বয়ং অগ্নিদেৱতাই এক পৰ্দা হৈ আহি জগৎজননী সীতাক ৰাৱণৰ স্পৰ্শৰ পৰা ৰক্ষা কৰি গ'ল বুলি? সীতাক সাধাৰণ নাৰীৰ দৰে সম্ভোগ কৰিব খোজা ৰাৱণে জানো তেওঁক মহলৰ ভিতৰলৈ নিব পাৰিলে? দপ্‌দপ্‌কৈ জ্বলি উঠা জুইৰ বেহু অতিক্ৰম কৰে কোনে? আৰু ভাবাৰ্থ ৰামায়ণে কি কৈ গৈছে? হৰণৰ সময়ত মায়াসীতা নিৰ্মাণ কৰিবলৈ অপাৰগ হোৱা দেৱতাসকলক সীতাই কোৱা নাছিলনে, “মই নিজেই নিজৰ ছায়া তৈয়াৰ কৰিম আৰু দেৱতাৰ কাৰ্য সম্পন্ন কৰিম” বুলি? আঃ এই ফিৰিঙিইঁতে পঢ়ক—বাবা বুদ্ধে পঢ়ক জগৎজননী জয় হওক!

ইস ইস ইস! জগৎজননীৰ এনে এক অশ্লীল চিত্ৰ আজি এই মহাসভাত প্ৰদৰ্শিত হৈছে! এই চিত্ৰৰ ওচৰত ভিৰ কৰি মানুহ থিয় হৈছে! সকলোৱে এইখন চিত্ৰকে চাই আহিছে! ধিক্কাৰ! ধিক্কাৰ!

কোঁ-কোঁৱাই শাস্ত্ৰী মহাৰাজে চিৰি পাৰ হৈ প্ৰদৰ্শনীৰ ওচৰত থিয় হ'লগৈ। তেওঁ ভিৰ ঠেলিয়েই যাব লগা হ'ল। তেওঁৰ কপালত ঘাম বিৰিঙি উঠিল। উত্তৰীয়ৰে তেওঁ ঘাম মচি ল'লে। চিত্ৰখনৰ ওচৰত ভিৰ কৰি থকা অনেক মানুহে তেওঁক দেখি পিছ হুঁহকি গ'ল। উত্তৰীয়ৰে চশমা মচি লৈ তেওঁ আগুৱাই আহি পুংখানুপুংখভাৱে চিত্ৰখন পৰীক্ষা কৰিবলৈ ধৰিলে। পৰম ভক্ত শাস্ত্ৰী মহাৰাজৰ খং আৰু লাজত দুয়োখন কাণ ৰঙা পৰি উঠিল। তেওঁৰ ওঁঠ কঁপিল; নাকৰ পাহিও কঁপি উঠিল।

ভয়ত পেপুৱা লাগি ভিৰৰ মাজত থিয় হৈ থকা ৰ'জমেৰিয়ে আগুৱাই আহি শাস্ত্ৰী মহাৰাজৰ আঁঠু দুটা খামুচি ধৰি লৈ ক'লে, "মহাৰাজ! ক্ষমা কৰক! ক্ষমা কৰক। চাওক মোৰ এই নোটবুকত চব কথা লিখা আছে। এয়া, এয়া, এয়া —সীতা হৰণৰ আগমুহূৰ্তৰ ৰাৱণৰ অহংকাৰ... মই পঢ়ি শুনাইছোঁ, দয়া কৰি শুনক! 'মুৰ্খ পণ্ডিতমানিনী মৈথিলী! তুলি কিয় ৰাজ্যভ্ৰষ্ট, পৰিমিতায়ু ৰামৰ প্ৰতি এতিয়াও অনুৰক্ত? সেই দুৰ্মতি ৰামে স্ত্ৰীৰ কথাত মানে এক মুৰ্খ স্ত্ৰীৰ কথাত ৰাজ্য ত্যাগ কৰি হিংস্ৰ জন্তুৰে ভৰা এই বনত ঘুমুটিয়াই ফুৰিছে!' আৰু এয়া ৰাৱণে মোহিত হৈ সীতাক গ্ৰহণ কৰিলে... চাওক এয়া স্বয়ং বাল্মীকিয়ে লিখি গৈছে আকাশৰ ৰোহিণীক যেন বুধ গ্ৰহে গ্ৰহণ কৰিলে...। মহাৰাজ, মহাৰাজ, এয়া চাওক—ৰাক্ষসে বাওঁহাতেৰে পদ্মাক্ষী সীতাৰ কেশপাশ আৰু দক্ষিণহস্তেৰে উৰুদ্বয় গ্ৰহণ কৰিলে। তদুপৰি এয়া চাওক—চকুৰ পচাৰতে ৰাৱণে মায়াময়, সোণ খটোৱা, গৰ্দ্দভযুক্ত, কাণ ফলা শব্দ কৰা ৰথত সীতাক কোলাত লৈ..."

"চুপ, ৰ'জমেৰি, চুপ!"

"মহাৰাজ, সমগ্ৰ ৰামায়ণ মানৱৰহে কাহিনী আছিল! মইনো কি ক'ম মহাৰাজ? ফাৰ্কুহাৰ আদি চাহাবে নিজে কৈ গৈছে—আদিৰ পৰা অন্তলৈ ৰাম এজন মানুহ। সীতাক উৰুত ধৰি টানি নিয়াৰ কথা বাল্মীকিয়ে স্পষ্টকৈ লিখিছে। সীতাক উৰুত অৰ্থাৎ কৰঙনত ধৰি ৰাৱণে টানি নিছিল। কৰঙনলৈ হাত গ'লে সীতাৰ গুপ্তঅংগলৈ কিমান দূৰ থাকে, মোৰ চিত্ৰত তাৰ এটা সংকেতহে দিছোঁ, মহাৰাজ।"

শাস্ত্ৰী মহাৰাজে আৰ্তনাদ কৰি উঠিল—"অঃ। অঃ। অঃ।" তেওঁৰ বুকুতহে কোনোবাই যেন কুঠাৰ বহুৱাই দিলে। জীৱনত তেওঁ কোনো দিনে নকৰা কাম এটা কৰিলে। কোঁ-কোঁৱাই আগুৱাই গৈ চিত্ৰখন ষ্টেণ্ডৰ পৰা আঁজোৰ মাৰি নমাই আনিলে; তাৰ পাছত সেইখন ৰ'জমেৰিৰ ইজেল, ৰং, কাগজ আৰু লাংখালিংখি বস্তুৰে ভৰা দ'ম এটাৰ ওপৰলৈ আছাৰ মাৰি পেলাই দিলে।

ৰ'জমেৰি স্তব্ধ আৰু বিস্ময়াভিভূত হৈ থিয় হৈ থাকিল। দৰ্শকসকলেও মুখ মেলি থিয় হৈ থাকিল।

শাস্ত্ৰী মহাৰাজ যিপিনে আহিছিল সেইপিনে আকৌ কোঁ-কোঁৱাই গৈ সভাগাৰৰ ভিতৰ সোমাল।

ৰ'জমেৰিয়ে চিত্ৰখন তুলি লৈ হাও-হাওকৈ কান্দিবলৈ ধৰিলে।

চাৰিওফালৰ পৰা অনেক মানুহে দৌৰাদৌৰিকৈ তাইৰ ওচৰলৈ আহি প্ৰচণ্ড কোহালৰ সৃষ্টি কৰিলে।

## ভুৱনমোহিনী আৰু তেওঁৰ নৃত্য

সভাগাৰ দৰ্শকেৰে ঠাহ খাই পৰিছিল। সৰগৰ অপ্সৰা এজনীয়েহে যেন মৰ্ত্যত পদাৰ্পণ কৰিছে। ভৰিত নূপুৰৰ বাহিৰেও জয়পুৰী 'পাইজেব'। সৰু সৰু ৰূপৰ মণি খটোৱা 'পাইজেব'। ভৰিৰ প্ৰত্যেকটো আঙুলিতে আঙঠি। ভৰিৰ পতাত 'মেহেন্দি'ৰ অপূৰ্ব কাৰুকাৰ্য। হাতৰ তলুৱাতো মেহেন্দিৰ কাৰুকাৰ্য। হাতত জয়পুৰী খাৰু (পেঙ্গুনচি); মূৰত বানাৰসী চিটিপটি (চ ভনণ্টি)। জকমকাই আছে এই চিটিৰ মুক্তা আৰু বাখৰসমূহ। দীঘল বেণীত বন্ধা আছে বুণ্ডেলখণ্ডী 'বিজ'। শুকুলা মেঘৰ দৰে ৰঙৰ, ছাতিৰ দৰে খোলখোৱা প্ৰকাণ্ড ঘাগৰাত থকা গুণাৰ কাৰুকাৰ্যই সকলোৰে চকু জলক-তবক লগাইছে। মুখৰিত হৈ উঠিছে সভাগাৰ তেওঁৰ ভৰিৰ টকৰৰ শব্দত। নূপুৰৰ শব্দই যেন শিলাবৃষ্টিৰহে সৃষ্টি কৰিছে ঃ

*ধান ধা তাকিত ধা*
*ধান ধা তাকিত ধা*

তাইৰ অপূৰ্ব-সুন্দৰ চকুযোৰ যেন এই মুহূৰ্তত ৰহস্যময় হৈ উঠিছে—চুম্বকৰ দৰে হৈ পৰিছে। মাজে মাজে মেঘৰ গৰ্জনৰ দৰে শব্দ কৰি সভাগাৰ মুখৰ কৰি তুলিলে।

ৰামায়ণ মণ্ডলীৰ লগত এতিয়ালৈকে যিখন কেইজনী নৃত্যাংগনা আহিছে সেইবোৰৰ ভিতৰত ভুৱনমোহিনী অনুপম, অনন্যা। শাস্ত্রী মহাৰাজে জানে তাই অনন্য ভক্ত। তাইৰ দৰে ৰামায়ণৰ কাহিনীৰ কৰিঅ'গ্ৰাফি কোনেও কৰিব নোৱাৰে।

*ধান ধা তাকিত ধা*

*ধান ধা তাকিত ধা*

সাজ-সজ্জা কৰি শাৰী পাতি বহি একেবাৰে মচগুল হৈ বজাবলৈ আৰম্ভ কৰা তবলচী, চেতাৰবাদক, পাখোৱাজবাদক, হাৰমনিয়ামবাদক, সাৰেংগীবাদক, ঘোষক আৰু গায়ক এক অনন্য মাদকতাৰে নৃত্যৰ তালৰ লগত যেন এক হৈ গ'ল...।

*ধান ধা তাকিত ধা*

*ধান ধি তাকিত ধা*

ভুৱনমোহিনীয়ে পৰিৱেশন কৰিছে "পুষ্প বাটিকা" প্ৰসংগ। মহাকবি কম্বন আৰু গোস্বামী তুলসীদাসৰ 'পুষ্প বাটিকা' প্ৰসংগ এক কৰি গুঠি তেওঁ এক অভিনৱ কৰিঅ'গ্ৰাফিৰ সৃষ্টি কৰিছে। আজিকালি ভাৰতীয় নৃত্যাংগনাসকলে অভিনৱ অথচ মোঁহময়ভাৱে ৰামায়ণৰ কাহিনী নৃত্যত ব্যৱহাৰ কৰিছে।

এক অপূৰ্ব সুৰৰ তালে তালে ভুৱনমোহিনীয়ে তেওঁৰ নৃত্য আৰম্ভ কৰিছে। মঞ্চত সৃষ্টি হৈছে এক অপূৰ্ব বীথিকা। কম্বনে দেখুৱাই যোৱা মতে মঞ্চত ভ্ৰমৰৰ গুঞ্জন উঠিছে। অনেক মোহময়ী নাৰীৰ নূপুৰৰ শব্দত জনজনাই উঠিছে মঞ্চ। গীতৰ লগে লগে সংবাদ আৰম্ভ হৈছে। দশৰথৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰৰ এয়া সুন্দৰ তনু। কালৰূপ মত্ত হস্তীৰ ওচৰত তেওঁ সিংহৰ দৰে শক্তিশালী। তেওঁ নিৰ্গুণ আৰু সগুণো। তেওঁ কমল নয়ন। তুলসীদাস ভাং গছৰ দৰে আছিল, কিন্তু শ্ৰীৰামৰ নামেই তেওঁক তুলসী গছলৈ ৰূপান্তৰিত কৰিলে।

জো সুমৰিত ভয়ে ভাঙ্গ তে<br>
তুলসী তুলসী দাসু...

হয়। হয়। সেই মোহৰূপ অৰণ্যক ধ্বংস কৰা শ্ৰীৰাম। তেওঁৰ ভেদ আৰু দণ্ড নীতিৰে ৰাজ্য চলোৱাৰ আৱশ্যক নহৈছিল। ৰজাৰ হাতৰ দণ্ড লাঠী হৈ দণ্ডী সন্ন্যাসীৰ হাতলৈ গ'ল। কাৰাগাৰ, ফাঁচীকাঠ, শূল, ধনুৰ্বাণ, তৰোৱাল চব উধাও হৈ গ'ল।

সংগীতৰ লগে লগে আৰু তিনিগৰাকী নৃত্যপটিয়সী মঞ্চত থিয় হ'ল। এইসকল মৰিছাছৰে শিল্পী চাগৈ।

এয়া হ'ল পুষ্প বাটিকা। শ্ৰীৰামচন্দ্ৰক দেখি কাম-বিভোৰ হোৱা নাৰীৰ প্ৰতিচ্ছবি নৃত্যাংগনাসকলে প্ৰদৰ্শন কৰিছে। হুবহু কম্বনৰ ৰামায়ণকে অনুসৰণ কৰিছে ভুৱনমোহিনীৰ পাৰ্টিয়ে। ঘোষকে সংগীতৰ লগে লগে ঘোষণা কৰি গ'ল—আঃ! শ্ৰীৰামচন্দ্ৰৰ ৰূপ দৰ্শনৰ পাছত এইসকল নাৰী এনেদৰে আগুৱাই আহিল যেন হৰিণীৰ দলে সমগ্ৰ পৃথিৱীৰ পানী শুকাই যোৱা বাবে তথা আকাশৰ পৰা বৃষ্টি নহা বাবে এনে এক স্থানত লৰি আহি থিয় হৈছেহি য'ত পানী দেখা গৈছে।

মধুমক্ষীয়ে গুণগুণাই অমৃতৰ ওপৰত বিৰাজমান হ'ল। দুৰ্লভ আভৰণেৰে অলংকৃত নাৰীসকলে বন্ধন এৰি বাগৰি পৰা নিজৰ কেশগুচ্ছলৈ আৰু মন দিয়া নাই। কঁকালৰ পৰা খহি পৰা অলংকৃত মেখেলাৰ প্ৰতিও তেওঁলোকে ধ্যান দিয়া নাই। ডিঙিৰ পৰা বাগৰি পৰা পুষ্পৰ মালাৰ দৰে নিজৰ উত্তৰীয়ৰ প্ৰতিও চকু দিয়া নাই। মধু পান কৰা ভ্ৰমৰৰ দৰে লৰি আহিছে। সৌৱা। এগৰাকীয়ে আনগৰাকীক বাট এৰি দিয়া, বাট এৰি দিয়া বুলি কৈ লৰি আহিছে।

সংগীতৰ লগে লগে আকৌ ঘোষণা কৰা হ'ল ঃ

... মৃগনয়না এক নাৰীৰ দুয়ো নয়নৰ পৰা বৰ্ষাৰ বাৰিধাৰাৰ দৰে পানী বৈ আহিছিল। তাইৰ সুডৌল স্তনযুগল এনে ঘন আছিল যে এডাল সূতাও মধ্য ভাগেৰে পাৰ হৈ যাব নোৱাৰিছিল। তাইৰ এই স্তনযুগল মন্মথৰ ধনুৰ বাণেৰে বিক্ষিপ্ত আছিল। সৌৱা তাইৰ তুলাৰ দৰে আঙুলি। তাই তাইৰ দীৰ্ঘ নয়ন প্ৰভু শ্ৰীৰামচন্দ্ৰৰ শৰীৰৰ বৰণৰ পৰা কাজল আনিহে আঁকি লৈছে নেকি? নাই, নাই—একো ক'ব পৰা নাযায়। কিজানি মেঘৰ দৰে বৰ্ণৰ শ্ৰীৰামচন্দ্ৰৰ শৰীৰলৈ দৃষ্টি দিয়াৰ বাবেই এই অপূৰ্ব নয়ন ক'লী হৈ পৰিল। নাই নাই, মহাকবি কম্বনে একো বুজা নাই।

কোমল আম্ৰপত্ৰৰ দৰে শৰীৰৰ তথা উজ্জ্বল কপালৰ এগৰাকী সুন্দৰীয়ে মন্মথে সকলোতে পুষ্পবাণৰ সৃষ্টি কৰা দেখি চিঞৰি উঠিল—সেয়া কোন যি চক্ৰৱৰ্তী দশৰথৰ আজ্ঞাৰ প্ৰতি ধনুৰ্ধাৰী শ্ৰীৰামৰ প্ৰতি অনাদৰ কৰি আভৰণভূষিত অবলাক বাণেৰে ক্ষত-বিক্ষত কৰি তুলিছে?

শ্ৰীৰামচন্দ্ৰৰ প্ৰেমত মগ্ন, লক্ষ্মীদেৱীৰ দৰে ৰূপৱতী সৌৱা আন এগৰাকী নাৰীয়ে নিজৰ শৰীৰৰ আৱৰণ ধৰি ৰাখিব পৰা নাই। এক বস্ত্ৰেৰে তেওঁ এনে ধৰণে থিয় হৈ আছে যে দেখিলে ভাব হয়—সৌন্দৰ্যক সূক্ষ্মভাৱে চালি-জাৰি

চাব পৰা এক চিত্ৰকৰে সকলো প্ৰকাৰৰ ইন্দ্ৰিয়-অনুভৱৰ শ্ৰেষ্ঠ 'কামানুভৱ'কহে এক নাৰীৰ ৰূপত সৃষ্টি কৰিছে।

আঃ। আঃ সৌৱা নৃত্যৰতা আন এগৰাকীৰ আক্ষেপৰ ধ্বনি শুনা গৈছে ঃ শ্ৰীৰাম, তোমাৰ হৃদয় লোহাৰ দৰে কঠোৰ। তথাপি তুমি এক মুগ্ধাক প্ৰাপ্ত কৰিবৰ বাবে মেৰুসদৃশ ধনু ভাঙি দুই খণ্ড কৰিছা। হে পুণ্যস্বৰূপ, মদনৰ ধনু ভাঙি তুমি মোক গ্ৰহণ কৰা।

অশ্ৰুপূৰ্ণ নয়নেৰে স্বৰ্ণভূষিত তপিনাৰে এক ৰমণী এনে ধৰণে ব্যাকুল হৈ পৰিল যে তাইৰ সমস্ত সৌন্দৰ্যই শৰীৰক ত্যাগ কৰি যেন আঁতৰি গ'ল। তাই আৰ্তনাদ কৰি উঠিল—উঃ, এয়া সম্ভৱ নে যে মুনি আৰু শ্ৰেষ্ঠ ৰজাসবৰ দ্বাৰা পৰিবেষ্টিত শ্ৰীৰামচন্দ্ৰই অকলে আহি মোক স্বপ্নত দেখা দিব? মই তেওঁক তেনেই ওচৰৰ পৰা স্পৰ্শ কৰিব পাৰিমনে?

সৌৱা সৌৱা, চেনিৰ ৰসৰ দৰে মিঠা কথা কোৱা এক অপূৰ্ব সুন্দৰীয়ে শ্ৰীৰামচন্দ্ৰৰ ৰথৰ পিছে পিছে লৰিবলৈ ধৰিছে। তাইৰ চুলি মেল খাই পৰিল। এজনীয়ে আন এজনীক প্ৰশ্ন কৰিবলৈ ধৰিলে—হে সখী, তুমি ৰামচন্দ্ৰ আগবাঢ়ি যোৱা সেই মাৰ্গৰেঁ মোৰ মন আগুৱাই যোৱা দেখিছিলানে?

নিজৰ পৌৰুষত্বতে মোহিত, নাৰীসকলৰ পৰা একো আকাংক্ষা নকৰা, সৌৱা ৰাম আগুৱাই গৈছে। এয়া উচিত নে বাৰু? কৰুণা নো কি এই কথাও তেওঁ নাজানেনে? নে তেওঁ সংযমী, তত্ত্বজ্ঞ? নাই নাই, তেওঁ হত্যাকাৰী। তেওঁ হত্যাকাৰী।

সৌৱা সৌৱা—চন্দনৰ ৰসেৰে লিপ্ত, উচ্চ স্তন আৰু ডম্বৰুৰ দৰে কঁকালেৰে শোভিত এক নাৰী বাগৰি পৰিল। —উঃ। এই নাৰী বাচিব নে বাৰু? বাচিব নে বাৰু?

কম্বনৰ ৰামায়ণৰ হিন্দী অনুবাদক ৰাজাগোপালনৰ অনুবাদ ওজস্বী কণ্ঠেৰে ঘোষণা কৰি এইবাৰ ঘোষক কিছু সময় স্তব্ধ হ'ল। সাৰেংগীৰ অপূৰ্ব সুৰ বাজিয়েই থাকিল।

এগৰাকী-দুগৰাকীকৈ এইবাৰ নৃত্যাংগনাসকল মঞ্চৰ পৰা ওলাই গ'ল।...

কিছু সময় বিৰতি লোৱাৰ পাছত এইবাৰ শ্ৰীৰামচন্দ্ৰৰ বেশেৰে মঞ্চত পদাৰ্পণ কৰিলে ভুবনমোহিনীয়ে। লগে লগে এক অপূৰ্ব সংগীতৰ ধ্বনিত মুখৰ হৈ পৰিল সভাগাৰ। ঘোষকৰ কণ্ঠ আকৌ শুনা গ'ল ঃ ৰাজ-অভিষেকতো যিগৰাকী প্ৰসন্ন নহয়, বনবাসৰ দুখত যি মলিন নহয়, যাৰ ডিঙি বনমালাই

শোভিত কৰে, যাৰ দেহৰ বৰণ গভীৰ সমুদ্ৰৰ বৰণৰ দৰে, সেই দাশৰথী ৰামচন্দ্ৰক প্ৰণাম। অযোধ্যাৰ কুমাৰক প্ৰণাম।— সেই নগৰ য'ত ঋষি আৰু সিদ্ধপুৰুষসকল সম্পদৰ একোখন বিশাল নদী। এই নদী ফেনে-ফোটোকাৰে উপচি আহি অযোধ্যা সাগৰত পৰিছে। উত্তৰাবৰ্তৰ আটাইতকৈ প্ৰখ্যাত নগৰ অযোধ্যা— অথৰ্ব বেদে যাক দেৱতাৰ বাসস্থান বুলি বন্দনা কৰি গৈছে। বেদে সেই অযোধ্যাক 'গোলোক'ৰ হৃদয়ত বাস কৰে বুলি বন্দনা কৰি গৈছে। ধনুৰ্ধাৰী শ্ৰীৰামচন্দ্ৰৰ ধনু আৰু বাণে ৰক্ষা কৰা অযোধ্যাৰ আকাশৰ পূৰ্ণচন্দ্ৰ ৰামচন্দ্ৰৰ জয় হওক। কম্বুজৰ হস্তী আৰু বাহ্লীকৰ ঘোঁৰাই সুশোভিত কৰি ৰখা অযোধ্যাৰ হৃদয়ৰ ৰত্ন শ্ৰীৰামচন্দ্ৰৰ জয় হওক।

*ধান ধা তাকিত ধা*
*ধান ধা তাকিত ধা*

নূপুৰৰ শব্দই মুখৰ কৰি তুলিলে সভাগাৰ।

শ্ৰীৰামচন্দ্ৰ লক্ষ্মণৰ সৈতে এইবাৰ মঞ্চত উপস্থিত হ'ল। তেওঁৰ কৌতূহলী দৃষ্টি বনলতাৰ ওপৰত পৰিল। তেওঁৰ মনৰ বিহ্বলতা এক অপৰূপ ভংগীৰে তুলি ধৰিলে ভুৱনমোহিনীয়ে। অপূৰ্ব সংগীত আকৌ গুঞ্জৰিত হৈ উঠিল। ঘোষকে শ্ৰীৰামচন্দ্ৰৰ কণ্ঠেৰে ক'লে—আঃ। সৌৱা চন্দ্ৰমা। এই চন্দ্ৰমাক সীতাৰ মুখৰ দৰে বুলি মই কেনেকৈ কওঁ? চন্দ্ৰৰ জন্ম সমুদ্ৰত। হলাহল বিহ চন্দ্ৰৰ ভ্ৰাতৃ। চন্দ্ৰত কলংকও আছে। এই চন্দ্ৰ সীতাৰ অপূৰ্ব মুখমণ্ডলৰ দৰে বুলি কেনেকৈ কওঁ?... চন্দ্ৰৰ বৃদ্ধি হয়, ঘাটিও হয়। সন্ধি অনুসাৰে ৰাহুৱে গ্ৰাস কৰে। ... হে চন্দ্ৰ, তুমি চকোৱাৰ বাবে যন্ত্ৰণাস্বৰূপ। পদুম ফুলৰ শত্ৰু। তোমাৰ কত দোষ। সীতাৰ মুখৰ লগত কেনেকৈ তুলনা কৰো মই?

*ধান ধা তাকিত ধা*
*ধান ধা তাকিত ধা*

দুঘণ্টাৰ পাছত ভুৱনমোহিনীয়ে তেওঁৰ নৃত্য সমাপ্ত কৰিলে। কম্বন আৰু তুলসীদাসৰ বৰ্ণনাৰ এক অনন্য সংমিশ্ৰণ কৰি ভুৱনমোহিনীয়ে এক স্বৰ্গীয় পৰিবেশৰ সৃষ্টি কৰিলে। তেওঁ যে সম্পূৰ্ণৰূপে সমৰ্পিত এক অনন্যা নৃত্যপটিয়সী এই কথা তেওঁ প্ৰমাণ কৰি দেখুৱালে। সকলোৰে মুখে মুখে উচ্চাৰিত হৈ উঠিল—বাঃ ভুৱনমোহিনী। বাঃ ভুৱনমোহিনী।...

হাততালিৰ প্ৰচণ্ড গুমগুমণিৰ মাজেৰে ভুৱনমোহিনীয়ে মঞ্চৰ পৰা নামি গ্ৰীণ ৰুমৰ ভিতৰত সোমাল।

ভুৱনমোহিনীয়ে এনে এক কষ্টসাধ্য নৃত্য পৰিৱেশন কৰাৰ পাছত কিছু বিশ্ৰাম ল'বলৈ ইচ্ছা কৰে। তেওঁৰ বাবে এক কোমল শয্যা মজুত হৈ থাকে। তেওঁ কোবাকুবিকৈ আহি চৰাইৰ পাখিৰে কৰা কোমল গাৰুত মূৰ থৈ ঢলি পৰে।

ফোঁপাই-জোপাই ঘামিজামি তেওঁৰ শয্যাৰ পিনে আগবাঢ়ি যাব খোজোতেই ভুৱনমোহিনীয়ে দুৱাৰমুখত দুজন পুৰুষক থিয় হৈ থকা দেখিলে। ফিট-ফাট সাজ-পোছাক। মূৰত টুপী। ভুৱনমোহিনীক দেখি দুয়ো মূৰ দোঁৱাই অভিবাদন কৰিলে। ক'লে, "সদাগৰ অনন্তবৰ্ধন ৰামগোলামে আপোনাক 'দাৱাত' দি পঠিয়াইছে। মন্ত্ৰী ভৰতৰামনো আহিব।"

"কিন্তু ইয়াৰ পৰা পৰ্টলুইছ বহুদূৰ নহ'বনে?"

ওখ টুপী পিন্ধা বিষয়াজনে নিজৰ পাণ্ডিত্য প্ৰকাশ কৰিবলৈকে যেন আৰ্তনাদ কৰি উঠিল—"সমগ্ৰ মৰিছাছৰ এহেজাৰ মাইলৰ পথ আমি কিমান গতিৰে পাৰ হ'ব পাৰোঁ জানে নে মহাশয়া? মালয়েছিয়াৰ পাছত পৃথিবীৰ ভিতৰত ভাল পথ বোধহয় আমাৰেই আছে। মহাশয়া, বাহিৰত গাড়ী ৰৈ আছে। আমি পলম কৰা উচিত নহ'ব।"

হাড়ভঙা পৰিশ্ৰমৰ পাছত সেই কোমল  বিছনাখনত কিছু সময় তাই বিশ্ৰাম ল'ব খুজিছিল যদিও এতিয়া আৰু নহ'ব। ফ্ৰান্সৰ পৰা আৰম্ভ কৰি ইষ্টানবুললৈকে কাপোৰৰ ব্যৱসায় থকা অনন্তবৰ্ধনৰ নিমন্ত্ৰণক কেতিয়াও তাই উপেক্ষা কৰিব নোৱাৰে। আৰু মন্ত্ৰী ভৰতৰামন? কোনগৰাকী উচ্চকাংক্ষী নৃত্যাংগনা আছে যি এনে প্ৰস্তাৱ দলিয়াব পাৰে? অনেক অভিজ্ঞতাৰে অভিজ্ঞ ভুৱনমোহিনীয়ে সদাগৰজনৰ নিমন্ত্ৰণক দলিয়াই পেলাব নোৱাৰিলে।

তবলচী, গায়ক সকলোৱে জানে যে ভুৱনমোহিনীয়ে কাৰ্যক্ৰমৰ শেষত বিশ্ৰাম ল'বলৈ ভাল পায়। এইখিনি সময়তে তেওঁ কিছু পানীয়ও সেৱন কৰে। সৰোদবাদকে পানীয়ৰ গিলাচ এটা লৈ থিয় হৈ আছিল।

কাপোৰ-কানি সলাবলৈ ভুৱনমোহিনীয়ে কোঠাৰ দুৱাৰ বন্ধ কৰি দিলে। সৰোদবাদকৰ হাতৰ পৰা গিলাচটো লৈ ঘোট-ঘোটকৈ পানীয়খিনি যেন একে উশাহতে গিলি পেলালে। তাৰ পাছত তেওঁ কাৰুকাৰ্য কৰা বাখৰখচিত বাজুবন্দ কাণৰ মিনা কৰা লটকন, এনামেল (enamelled) আৰু সোণৰ কাম কৰা ডিঙিৰ নেকলেছ, এনামেলৰ লগত মণিমুক্তা খটোৱা ভৰিৰ 'পাইজেব', বক্ষবন্ধনী, উত্তৰীয় ইত্যাদিত নিয়াৰিকৈ মাৰি থোৱা ছেফটিপিন ইত্যাদি লাহে লাহে খুলিবলৈ

ধৰিলে। কঁকালৰ পৰা পিনবোৰ খোলাৰ সময়ত ভুবনমোহিনীয়ে এক অনন্য অনুভূতি অনুভৱ কৰিলে। উঃ। এই হাতবোৰ? কেতিয়াবা উঠি আহে কঁকালৰ ওপৰলৈ, কেতিয়াবা ডিঙিৰ ওচৰলৈ আহি পিঠিলৈ খহি পৰে। ... খহি পৰা পৰ্বতৰ মাটি আৰু পাষাণৰ টুকুৰাৰ দৰে এই হাতবোৰে কেতিয়াবা অস্ত্ৰ হৈ আহি যেন আক্ৰমণ কৰে। চোকা অস্ত্ৰ ...। অৰণ্যৰ গুহাৰ পৰা মুকলি হোৱা অজগৰৰ দৰে লগা এই হাতে কেতিয়াবা তাইক চেপি চেপি কুঁহিয়াৰৰ সিঠাৰ দৰে একোণত পেলাই থৈ যায়।

কোনো উপায় নাই। সহায় তাইক লাগিবই। কাকো তাই ক্ষুণ্ণ কৰিব নোৱাৰে। ঠিকেই লিখিছিল মোহময়ী অভিনেত্ৰী হেডি লেমাৰে ঃ “I have always felt that if a man gives you a solid gold key to his door he is entitled to the courtesy of a visit.”

আকৌ দুৱাৰত টোকৰ পৰিল।

ভুবনমোহিনী এইবাৰ কোবাকুবিকৈ বাহিৰলৈ ওলাই আহিল।

অটোগ্ৰাফ ল'বলৈ থিয় হৈ থকা ভিৰ এটাই তেওঁক বেৰি ধৰিলে।



ছয়

# কমলাদেৱীৰ সংশয়

"প্রভু শ্ৰীৰামচন্দ্ৰই এবাৰ নিজৰ বাহুবল আৰু প্ৰতাপেৰে সমুদ্ৰৰ পানী শুহি পেলাইছিল। তেতিয়াই শত্ৰুৰ স্ত্ৰীসকলৰ চকুৰ লোতকেৰে সমুদ্ৰ ভৰি পৰিল; সেইবাবেই সমুদ্ৰ লৱণযুক্ত হৈছে"— হনুমানৰ কথা শুনি শ্ৰীৰামচন্দ্ৰই মিচিকিয়াই হাঁহি মাৰিলে।

(লংকা কাণ্ড ঃ ৰামচৰিতমানস)

কমলাদেৱীয়ে লংকা কাণ্ডৰ কথাকে পঢ়ি আছিল। তাই ৰাতি নৌ পুৱাওঁতেই শুই উঠিছিল। তাইৰ মনৰ অৱস্থা বৰ ভাল নাছিল। সভা আৰম্ভ হোৱা দুদিন হৈ গ'ল, অথচ এবাৰো তাই মাধৱানন্দক অকলশৰে লগ পোৱা নাই। সময়ে পাখি লগা কাঁড়ৰ দৰে গতি কৰিছে। বয়সৰ ভয় লগা চিহ্নসমূহ তাই নিজৰ শৰীৰতে আবিষ্কাৰ কৰিছে। ৰূপহী তিৰোতাক কুটি কুটি শেষ কৰা এই বয়স নামৰ ভয়ানক কীটৰ কথা তাই পাহৰিয়েই থাকে; কিন্তু আজি পুৱাই মুখ-হাত ধোৱাৰ সময়ত নিজৰ দেহৰ ওপৰত যেন এই কীটৰ আক্ৰমণৰ ছবি তাই দেখা পাইছে।

কমলা চিৰি বগাই তললৈ নামি আহিল। কাহিলি কাহিলি পুৱা। দূৰৈৰ সৌ সাগৰ কুঁৱলীৰ এখন আঁঠুৱাৰ তলতহে যেন কোঁচ-মোচ খাই পৰি আছে। আঁঠুৱাৰ মাজেৰে দেখা দিয়া সাগৰৰ টুকুৰাবোৰ ফিৰিংগী চাহাবৰ মেমৰ গালৰ টুকুৰাৰ দৰে দেখা গৈছে। বাৰাণ্ডাত ভৰি দি কমলাদেৱীয়ে দেখিলে— ৰ'জমেৰিৰ কোঠাৰ দুৱাৰ খোলা। ভুমুকিয়াই চাই দেখিলে তাই নিমখৰ বস্তা এটাৰ দৰে কুঁচি-মুচি বহি আছে। হুৰমুৰকৈ ভিতৰলৈ সোমাই গৈ কমলাই ৰ'জমেৰিক সাবটি ধৰিলে।

"মই বস্ত্ৰ-বাহানি সামৰি যাবলৈকে ওলাইছিলো।"

"যাবলৈ?"

"হয় হয়, যাবলৈ। কিন্তু মাধৱানন্দই আহি বুজাই থৈ গ'ল।"

"মাধৱানন্দ তোমাৰ কোঠালৈ আহিছিল?"

"মোৰ কোঠালৈ আহি এঘণ্টা ধৰি তেওঁ মোক বুজালে। আমি দুয়ো আজি আকৌ সা-সৰঞ্জাম লৈ যাম।"

কমলাদেৱীৰ বুকু ধপধপাবলৈ ধৰিলে। পুৰুষ মানুহ। হাজাৰ সুন্দৰী প্ৰেমিকা ওচৰত থাকিলে নিজৰ মন বান্ধি ৰাখিব পাৰে নে বাৰু?

কিন্তু মাধৱানন্দ এনে নহয়।

মাধৱানন্দ এনে নহয়?

এইখিনি সময়তে কমলাদেৱীৰ মনত পৰিল শ্যামদেশৰ বিশ্ব সন্মিলনতো মাধৱানন্দৰ পিছ লৈছিল এজনী ফৰাছী ছাত্ৰীয়ে। সেইবাৰ সভাৰ দহোটা দিন কমলাদেৱীয়ে পানীৰ পৰা মাটিলৈ উফৰি পৰা মাছৰ দৰে ছটফটাই আছিল।

বৰ আচৰিত কথা এয়ে যে সেইবাৰ স্বয়ং মাধৱানন্দই নিজে 'বালি বধ' আৰু 'নাৰদৰ মোহভংগ' নামৰ কাহিনী দুটাৰ 'কৰিঅ'গ্ৰাফ' কৰিছিল। নৃত্যাংগনা আছিল ভুৱনমোহিনী। 'বালি বধ' প্ৰসংগত তেওঁ বাল্মীকি, কম্বন আৰু তুলসীদাসৰ সংমিশ্ৰণ ঘটাইছিল। আনহাতে 'নাৰদৰ মোহভংগ' প্ৰসংগত তেওঁ পুৰাণ আৰু তুলসীৰ ৰামায়ণক ৰাখিছিল। ৰামচৰিতমানসৰ দশৰথৰ পুত্ৰৰ মুখৰ সেই বাণী অক্ষুণ্ণ ৰাখিছিল।... কৰিঅ'গ্ৰাফত সেই একেই বাণী প্ৰতিধ্বনিত হোৱা নাছিলনে যিবোৰ বাণীয়ে তাইৰ মনক এক ধৰণৰ কষ্ট দিছিল, যন্ত্ৰণা দিছিল?

—শুনা মুনি নাৰদ, তুমি মোক প্ৰশ্ন কৰিলা—তুমি বিবাহ কৰিবলৈ বিচাৰিছিলা, মই তোমাক বিবাহ কৰিবলৈ নিদিলো। এতিয়া শুনা, মই কিয় নিদিলো ঃ

*কাম ক্ৰোধ লোভাদি মদ*
*প্ৰবল মোহ ধাৰি।*
*তিনহ মহ অতি দাৰুণ দুখদ*
*মায়াৰূপী নাৰী।*

(মোহৰ শক্তিশালী সেনাবোৰেই হৈছে কাম, ক্ৰোধ, লোভ আৰু অহংকাৰ।

এইবোৰৰ ভিতৰত অমানুষিক যন্ত্ৰণা দিব পৰা গৰাকীয়েই হৈছে নাৰী।)

*সুনু মুনি কহ পুৰাণ শ্ৰুতি সন্তা*
*মোহ বিপিন কহুন নাৰি বাসন্তা।*
*জপ, তপ, নেম জলাশয় ঝাৰী।*
*হোই গ্ৰীষ্ম সোখে চব নাৰী।*

(হে মুনি শুনা! মোহৰূপী বন জাতিষ্কাৰ কৰিবলৈ স্ত্ৰী বসন্ত ঋতুৰ দৰে। জপ, তপ, নিয়ম আদি জলাশয়সমূহক স্ত্ৰী জাতিয়ে প্ৰখৰ ৰ'দ হৈ শুকুৱাই পেলায়।)

*কাম ক্ৰোধ মদ মতসৰ ভেকা।*
*ইনহিন হৰষপদ বৰষা একা।*
*দুৰ্বাসনা কুমুদ সমুদাই।*
*তিনহ কহন সৰদ সুখদাই।*

(বাৰিষা ঋতু হৈ কাম, ক্ৰোধ, মদ আৰু দ্বেষ ইত্যাদিকহে নাৰীয়ে হৰ্ষিত কৰে। বেয়া বাসনাসমূহ কুমুদৰ দৰে যাক শৰৎ ঋতু হৈ নাৰীয়ে সদায়ে সুখহে দিয়ে।)

*পাপ ওলুকনিকৰ সুখকাৰী।*
*নাৰী নিবিড় ৰজনী অধিআৰী।*
*বুধি বল সীল সত্য সব মীনা।*
*বনসী সম ত্ৰিয় কহহিন প্ৰবীনা।।*

(নাৰী হৈছে পাপ ৰূপী ফেঁচাক সুখ দিয়া অন্ধকাৰ ৰাতিৰ দৰে। বুদ্ধি, বল, শীল আৰু সত্য—এই সকলোবোৰেই হৈছে মাছ। চতুৰ নাৰীয়ে এইবোৰকে জালত পেলায়।)

"সকলো প্ৰকাশ দুখৰ কাৰণেই হৈছে যুৱতী স্ত্ৰী। এই সকলোবোৰ কাৰণৰ বাবেই হে মুনি, মই তোমাক বিয়া কৰাবলৈ মানা কৰিছোঁ...।"

সূত্ৰধাৰে কৈ গৈছিল—চঞ্চলমতি নাৰদৰ মন কাবু কৰিবৰ বাবে ভগৱান ৰামচন্দ্ৰই নাৰীৰ বিষয়ে এনে উক্তি কৰিবলগীয়া হৈছিল।

অৰণ্য কাণ্ডৰ শেষৰ ফালে তুলসীদাসৰ দোহা আৰু চৌপাঞসমূহ ভৰি আছে এনে উক্তিৰে। স্বয়ং ভগৱান ৰামৰ মুখেৰেই প্ৰকাশ হৈছে এনে উক্তি। মাধৱানন্দই ৰাম আৰু নাৰদৰ কথোপকথনেৰে এক অনন্য নাট্যৰূপ দিছিল সেইবাৰ। হয় হয়, সেইবাৰেই ওখ হিলৰ জোতা পিন্ধা মৌৰ দৰে বৰণৰ সুন্দৰী

যন্ত্ৰাছী ছাত্ৰীগৰাকী মাধৱানন্দৰ পিছে পিছে ঘূৰি ফুৰিছিল।—আৰু পানীৰ পৰা উফৰি তপ্ত বালিত পৰা মাছৰ দৰে শ্যামদেশত সেইবাৰ কমলাই ছটফটাই আছিল। নাই, তাই মাধৱানন্দক লৰচৰ কৰাব নোৱাৰিলে। শিলৰ গম্বুজৰ দৰে একে ঠাইত থিয় হৈ থাকিল মাধৱানন্দ।

ৰ'জমেৰিয়ে আৰ্তনাদ কৰি উঠিল, "তুমি কিয় তেনেদৰে থিয় হৈ আছা?"

কমলা কিংকৰ্তব্যবিমূঢ় হোৱাৰ দৰে হ'ল। তাই কিছু সময় একে ঠাইতে থিয় হৈ ৰ'জমেৰিৰ মুখলৈ ট-টকৈ চাই থাকিল।

"কি চাইছা কমলা?"

"একো চোৱা নাই! একো চোৱা নাই।"

কমলাই সাগৰৰ পাৰলৈ যাব বুলি ভাবিছিল। কিন্তু অহা বাটেৰে তাই কোবাকুবিকৈ গৈ আকৌ নিজৰ কোঠাত সোমাল। খোলা খিৰিকীৰে তাই দেখিলে সাগৰৰ বালিৰ ওপৰত সৌৱা মাধৱানন্দ ঘূৰি ফুৰিছে। তেওঁৰ মুক্ত চুলি আৰু গেৰুৱা উত্তৰীয়ত সূৰুযৰ প্ৰথম কিৰণ আহি উবুৰি খাই পৰিছে। সৌৱা কিছু দূৰৈত ছাত্ৰ-ছাত্ৰীহঁতে শামুক বিচাৰি ঘুমুটিয়াই ফুৰিছে। হাউলি হাউলি সাগৰৰ শামুক বিচৰা সিহঁতক ড'ড' চৰাইৰ ছবিৰ দৰে দেখা গৈছে।

উঃ। মাধৱানন্দই জানে নে তাইৰ মনৰ কথা? খোলাখুলিভাৱে চব কথা জনাবলৈও সংকোচ হয়। তথাপি—তেওঁ জনা নাইনে? স্বামী হৰিপদে এবাৰ কোৱা কথা কিছুমান তাইৰ মনত পৰিল ঃ মনৰ দুৰ্দমনীয় আকাংক্ষাক প্ৰকাশ নকৰিলে্ও সি এক অদৃশ্য শক্তি হৈ প্ৰকাশিত হয়। ইয়াৰ বাবে কোনো বাক্যৰ প্ৰয়োজন নহয়, ইয়াৰ বাবে কোনো শব্দৰ প্ৰয়োজন নহয়। নিজৰ শৰীৰৰ পৰা ভাঁহি উঠে এক জ্যোতি—অনন্য, অদৃশ্য, অদাহ্য জ্যোতি।

তেতিয়াহ'লে?

নিজৰ মনক কাবু কৰিব নোৱৰা এই অৱস্থাৰ কথা ভাবি কমলাৰ অৱশ্যে ধিক্কাৰ জন্মিল। দশৰথৰ পুত্ৰৰ দুয়ো চৰণ কল্পনা কৰি তাই কাতৰ প্ৰাৰ্থনা কৰিলে।

সভাৰ প্ৰাংগণত ৰ'জমেৰিৰ চিত্ৰসমূহ আকৌ পৰিপাটিকৈ থোৱাত মাধৱানন্দই সহায় কৰিলে। সকলো কথা কমলাই নীৰৱে লক্ষ্য কৰি থাকিল। আজি সভাগাৰ লোকে লোকাৰণ্য হৈ পৰিছে। সন্ন্যাসী হৰিনাৰায়ণে ৰামায়ণৰ প্ৰভাৱৰ বিষয়ে ভাষণ দি আছে। তেওঁৰ ভাষণ শুৱলা। মাজে .মাজে তেওঁ সুললিত কণ্ঠেৰে গীতো পৰিৱেশন কৰিছে। জ্ঞান আৰু বৈৰাগ্যৰ বিষয়ে তেওঁ

নিজস্ব ধাৰণাৰ কথা অকপটভাৱে প্ৰকাশ কৰি ভাষণ আৰম্ভ কৰিছে ঃ হয়, মহাকবি তুলসীদাসে নাৰীৰ প্ৰতি কটূক্তি কৰা বুলি শুনা যায়। এয়া বৰ আক্ষেপৰ কথা বুলিও শুনা যায়। কিন্তু যিগৰাকী মহাকবিয়ে কৌশল্যাৰ দৰে অপূৰ্ব মাতৃ-মূৰ্তিৰ সৃষ্টি কৰিছে, তেওঁ সঁচাকৈয়ে নাৰীৰ প্ৰতি অসন্তুষ্ট আছিল বুলি ক'ব পাৰিনে?

সুললিত সুৰেৰে তেওঁ গাই শুনালে কৌশল্যাৰ ভৰতৰ প্ৰতি থকা স্নেহগাঁথা ঃ

"অস কহি মাতু ভৰতু হিয়ে লাএ
থয় পয় স্ৰবহিন নয়ন জল ছাএ।"

(এনেকৈ কৈ মাতৃয়ে ভৰতক সাবটি ধৰিলে। তেওঁৰ স্তনৰ পৰা দুগ্ধ ব'বলৈ ধৰিলে। দুয়ো নয়ন লোতকেৰে ভৰি আহিল।)

সেই জানই জেহি দেহু জানঈ
জানত তুমহহিন তুমহহিন হোই জাঈ।।

(তুমি যাক জ্ঞান দিয়া তেওঁ সকলো বুজি পায়। তোমাক জানিলে সকলো তুমি হৈ যায়।)

পিছৰ পিনে বহি থকা ভক্ত দুগৰাকীমানে আকৌ আটাহ পাৰি উঠিল—

"জয় শ্ৰীৰামচন্দ্ৰৰ জয়।
জয় দশৰথৰ পুত্ৰৰ জয়।"

শুনা, এবাৰ শ্ৰীৰামচন্দ্ৰ সাগৰৰ প্ৰতি ৰুষ্ট হৈছিল। বিনয়েৰে কোৱা কথা সাগৰে মানি ল'ব পৰা নাছিল। আক্ষেপ কৰি উঠিছিল মহাপ্ৰভুৱে ঃ

কাটেহিন শই কদৰী পৰই কোটি
জতন কোও সীচ।
বিনয় ন মান খাগোস সুনু ডাটেহিন
লই নবনীচ।

(কোনোবাই অনেক উপায় কৰি ৰুলেও কলগছে ফল নিদিয়ে, ইয়াক কাটিলেহে ই ফল দিয়ে। এইদৰে নীচহঁতে বিনয়েৰে কোৱা কথা নামানে। ধমকি দিলেহে নত হয়।)

সেই সাগৰে নিজৰ ভুল বুজিব পাৰি গলবস্ত্ৰ হৈ ৰামচন্দ্ৰক কৈছিল ঃ

প্ৰভু ফলকীনহ মোহি সিখ দী নহী।
মৰজাদা পুলি তুমহাৰী কীনহী।।

ঢোল গঁৱাৰ সুদ্র পসু নাৰী।
সকল তাড়না কে অধিকাৰী।

(হে প্ৰভু, তুমি মোক দণ্ড দি শিক্ষা দিলা। ঢোল, গঁৱাৰ, শূদ্ৰ, পশু আৰু নাৰী এই সকলোবোৰ প্ৰহাৰৰহে যোগ্য।)

সন্ন্যাসী হৰিনাৰায়ণে গল খেকাৰি মাৰি ইফালে সিফালে চালে। চকু বিস্ফাৰিত কৰি শিৱসিন্ধু ট্ৰাষ্টৰ খৰচত অহা ছাত্ৰ দুটাই সন্ন্যাসী হৰিনাৰায়ণৰ মুখৰ পিনে ট-টকৈ চাই আছে। কালি সভালৈ অহা আৰু তেওঁক বাক্যবাণেৰে থকা-সৰকা কৰা মেধাৱী ছাত্ৰীকেইগৰাকী আহি পোৱা নাই। দৰ্শকৰ শাৰীত সৰহভাগেই ভক্তৰ দল। আজি এজাক বগা চাহাবো আহিছে। ছাত্ৰকেইটাই বাক্যবাণ নিক্ষিপ্ত কৰাৰ আগেয়ে সন্ন্যাসী হৰিনাৰায়ণে ক'লে—তুলসীদাস আছিল সন্ত পৰম্পৰাৰ মানুহ। ভাৰতৰ এই সন্ত পৰম্পৰাই নাৰীৰ সংস্পৰ্শত হোৱা মোহ আদিক সাধনাৰ প্ৰচণ্ড বাধা বুলি ভাবিছিল। তুলসীদাসে নাৰীৰ সম্বন্ধে যি কৈ গৈছে তাক আমি ৰূপক হিচাপেও ল'ব পাৰো। এই নাৰী সমস্যাৰ গভীৰ ৰহস্যৰ কথা মই মোৰ পৰৱৰ্তী ভাষণত আলোচনা কৰিম। কিন্তু এই কথা মনত ৰাখিব পূৰ্বৰ মহান কবিসকলেও এই সংকেত দিছিল।

দাদু দয়ালে কৈ যোৱা না ই নে নাৰীৰ কটাক্ষই চাবি হৈ নৰকক দুৱাৰৰ তলা খুলি দিয়ে। কবীৰৰ 'সাখী' সমূহতো নাৰীৰ প্ৰতি কটূক্তি ভৰি আছে ঃ কামিনী সেই তীক্ষ্ণ জ্বালা—দূৰৈৰ পৰা চালেও যেন শৰীৰ ভস্ম কৰি পেলায়; ত্ৰাহি মধুসূদন... ত্ৰাহি মধুসূদন।

ঠিক এই সময়তে দৰ্শকৰ মাজৰ পৰা এটা কৰ্কশ আৱাজ শুনা গ'ল—"মাইকীবোৰৰ ছাল-বাকলি এৰুৱায়েই বাকী ৰখা নাই; ক'লা চিয়াহীৰে লিখিও থৈ গৈছে।"

দৰ্শকসকল উচপিচাই উঠিল—ইস ইস ইস। কাৰ আৱাজ এয়া? কাৰ আৱাজ? কোনে কৈছে তেনেকৈ?

সন্ন্যাসী হৰিনাৰায়ণৰ ওচৰত বহি থকা শাস্ত্ৰী মহাৰাজে আটাহ পাৰি উঠিল, জয় ঈক্ষ্বাকুবংশী দাশৰথীৰ জয়।

লগে লগে মাইকৰ ওচৰলৈ গৈ সন্ন্যাসী হৰিনাৰায়ণে ক'লে, "শুনক ৰামায়ণ প্ৰেমীসকল, নাৰদ আৰু ৰঘুনাথৰ কথোপকথনত নাৰীৰ প্ৰতি যি ৰোষ প্ৰকাশ পাইছে সেয়া ভগৱানৰ এক চাতুৰীহে আছিল। সেয়া নাৰদৰ দৰে চঞ্চল

স্বভাৱৰ ঋষিক শিক্ষা দিয়াৰ এক চাতুৰীহে আছিল। এই বিষয়ে আমি বিস্তাৰিতভাৱে আলোচনা কৰিবলৈ এটা ছত্ৰ ৰাখিছোঁ।"

ঠিক এই সময়তে আকৌ সেই আটাহ শুনা গ'ল—"মই এইবোৰ একো শুনিব খোজা নাই। মই শান্তি পোৱা নাই। প্ৰভুক কোৱা মোৰ ল'ৰাটো আনি দিয়ক।"

দৰ্শকে ফুচফুচাবলৈ ধৰিলে—"এয়া মণ্ডলৰ পত্নী! উগ্ৰবাদীহঁতে ল'ৰাটো ধৰি নি মাৰিছেই নে... হে হে মানুহজনী পৰে এতিয়া।"

টৰাউ বিচধাৰ চৰাইখানালৈ ধৰা-মেলাকৈ মণ্ডলৰ পত্নীক লৈ অহা হ'ল। শাস্ত্ৰী মহাৰাজে মণ্ডল-দম্পতীৰ লগত কমলাদেৱী আৰু মাধৱানন্দকে পঠিয়ালে। দুয়ো ধৰা-মেলা কৰি মণ্ডল-দম্পতীক গাড়ীৰ পৰা নমাই আনিলে।

চৰাইখানালৈ আহি মণ্ডলৰ পত্নীৰ হুচ আহিল। তেওঁ এইবাৰ পুত্ৰৰ নাম লৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। কমলাদেৱীয়ে তেওঁক সাবটি ধৰি সান্ত্বনা দিবলৈ চেষ্টা কৰিলে।

ৰাতি দোভাগ হৈ আহিল। মণ্ডলৰ পত্নীৰ ওচৰৰ পৰা কমলাদেৱী উঠি নগ'ল। মাধৱানন্দয়োঁ মণ্ডলৰ লগত ভিতৰ-বাহিৰ কৰি থাকিল। এটা সময়ত নিদ্ৰাৰ বড়ি খাই মণ্ডলৰ পত্নী টোপনি গ'ল।

মাধৱানন্দৰ লগত মণ্ডল পত্নীক শুশ্ৰূষা কৰিবলৈ শাস্ত্ৰী মহাৰাজে তাইক তেতিয়াহ'লে ইচ্ছা কৰিয়েই পঠিয়াছে—ঠিক এনে এটা ভাব হ'ল কমলাৰ। চব জানে তেওঁ। চব জানে। মাধৱানন্দক ইমান ওচৰৰ পৰা দেখিলে, মাধৱানন্দৰ শৰীৰৰ সুবাস পালে। কমলাদেৱী ইমান বেছি আড়ষ্ট হৈ পৰে যে তাইৰ কণ্ঠ সম্পূৰ্ণৰূপে ৰুদ্ধ হৈ যায়। যোৱাবাৰ চিত্ৰকূট ধামত মাধৱানন্দৰ লগত দেখা হোৱাৰ সময়ত এবাৰ বুকু ডাঠ কৰি তাই ক'ব খুজিছিল—"মণ্ডলীত মই এনেদৰে ঘূৰি ফুৰোঁ একমাত্ৰ তোমাৰ বাবে, ... মোৰ বাবে তুমি আৰু দশৰথৰ পুত্ৰই খান্দি অনা ৰাস্তা একেটাই।"

এতিয়া এই মুহূৰ্তত তেনে ধৰণৰ কথা এটা মনলৈ আহিছিল—কিন্তু কি হ'ল? কি হ'ল এয়া? মুখ ফুটি কোনো কথা ওলাই নাহিল। স্তনৰ মাংসপেশী কঠিন হৈ পৰিল।

ঠিক এই সময়তে এক চমৎকাৰ কাণ্ড ঘটিল। হঠাৎ চৰাইখানা অভিমুখে এখন প্ৰকাণ্ড গাড়ী আগুৱাই আহিল। গাড়ীৰ ধ্বজাই সোঁৱৰাই দিলে এয়া দূতাবাসৰ গাড়ী। টৰাউ বিচধাৰ দুৱাৰমুখত প্ৰকাণ্ড গাড়ীখন ৰ'ল। পুলিচৰ

ক'লা সাজ-পোছাক পিন্ধা দুজন বিষয়া গাড়ীৰ পৰা নামিল। হাতত কাগজ লৈ তেওঁলোকে চৰাইখানাৰ চাংঘৰবোৰত ঘূৰ্মুটিয়াই ফুৰিলে। শেষত আহি মণ্ডল-দম্পতীয়ে বাস কৰা বঙলাৰ ওচৰত গাড়ীখন ৰ'লহি। দূতাবাসৰ বিষয়া এজন গাড়ীৰ পৰা নামি আহিল। বাহিৰত বহি থকা ভলণ্টিয়াৰ দুটাই অফিছাৰে অনা কাগজখন পঢ়ি চালে। এটা ভলণ্টিয়াৰ কোবাকুবিকৈ ভিতৰলৈ সোমাই আহিল।

মাধৱানন্দই ভলণ্টিয়াৰৰ পৰা কাগজখন ল'লে আৰু কুৰ্তাৰ পকেটৰ পৰা চশমা উলিয়াই পঢ়ি চালে। লগে লগে তেওঁৰ মুখ পোহৰ হৈ উঠিল। তেওঁ মণ্ডলক বাহুত ধৰি বাহিৰলৈ উলিয়াই নি কাগজখন দেখুৱালে।

বাহিৰত অফিছাৰ দুজন থিয় হৈ আহিছিল। দুয়ো হৃষ্ট-পুষ্ট মানুহ। নাকৰ তলত গোঁফ। মূৰত টুপী।

কাগজখন পঢ়াৰ লগে লগে মণ্ডলৰ চকু বিস্ফাৰিত হৈ পৰিল। তেওঁ থকথককৈ কঁপিবলৈ ধৰিলে।

সন্ত্ৰাসবাদীয়ে ধৰি নিয়া ছাত্ৰ কিছুমান পোৱা গৈছে। জম্মুৰ হাস্পতালত আছে। এটা অচেতন অৱস্থাত আছে। সেই ছাত্ৰটোক মণ্ডলৰ ল'ৰা বুলি সন্দেহ কৰা হৈছে। তৎক্ষণাৎ হাস্পতাললৈ গৈ চিনাক্ত কৰিব লাগে।

মণ্ডলৰ মূৰ আচন্ত্ৰাই কৰিবলৈ ধৰিলে। তেওঁৰ ওঁঠ কঁপিবলৈ ধৰিলে। সন্ন্যাসীসকলৰ দৰে তেওঁ ফুচফুচাই গাবলৈ ধৰিলে ঃ

জো আনন্দসিন্ধু সুখৰাসী।
সীকৰ তেঁ ত্ৰৈলোক সুপাসী।।
সো সুখধাম ৰাম অস নামা।
অখিললোক দায়ক বিশ্ৰামা।

(এয়ে সেই সুখধাম, ৰামচন্দ্ৰ আনন্দ সাগৰ, সুখময় ভগৱানৰ কৃপাতে তিনিলোকৰ প্ৰাণী সুখী হয়। এয়ে ৰাম—সকলো লোকৰ বিশ্ৰামদায়ক ৰাম।)

আটাহ পাৰি থাকিল তেওঁ, "জয় হওঁক। জয় হওঁক ইক্ষ্বাকু বংশীৰ জয় হওঁক।"

মাধৱানন্দই তেওঁৰ গাত ধৰি জোকাৰিবলৈ ধৰিলে—"আপুনি জ্ঞানী মানুহ। হুচলৈ আহক। আপুনি নিজে গৈ চিনাক্ত কৰিব লাগিব। আপুনি জম্মুলৈ যাব লাগিব। সৌৱা অফিছাৰ দুজন ৰৈ আছে। উভতি যোৱাৰ বন্দবস্ত কৰক।"

নাই নাই, মণ্ডলে কাৰো পৰা একো শুনিব নোখোজে; হে ৰাম, হে ৰাম বুলি তেওঁ উত্ৰাৱল হৈ উঠিল।

মাধৱানন্দই চিঞৰিবলৈ ধৰিলে, “সেইটো আপোনাৰ ল’ৰা সঁচাকৈয়ে হয় নে নহয় এই কথা প্ৰমাণ কৰিব লাগিব। হুচলৈ আহক মণ্ডল, হুচলৈ আহক।”

## খ্ৰীষ্টান বাবা পোলিত চাহাবৰ অন্বেষণ

তৃতীয় দিনাৰ সভা আৰম্ভ হোৱাৰ আগেয়ে চৰাইখানাত হুলস্থূল লাগি পৰিল। খ্ৰীষ্টান বাবা পোলিত যোৱা ৰাতিৰ পৰা গায়েব হৈছে।

শাস্ত্ৰী মহাৰাজৰ মূৰত সৰগ ভাগি পৰিল। উত্তৰ কাশীৰ সন্ন্যাসী হৰিনাৰায়ণৰ ওচৰত ছাঁ হৈ থাকিবলৈ তেওঁ ভাল পাইছিল। সভাৰ শেষত দুয়ো একেলগে ‘ধ্যানতো’ বহিছিল। ভাষণৰ সময়তো শাস্ত্ৰী মহাৰাজ সন্ন্যাসীগৰাকীৰ ওচৰতে বহিছিল।

তেওঁ দুটা ভলণ্টিয়াৰ লৈ চৰাইঘৰৰ প্ৰত্যেকটো চাং বঙলাত পিটপিটাই চাবলৈ ধৰিলে। তেওঁৰ পিছে পিছে জঁটাধাৰী সন্ন্যাসী, দৰবাৰী গায়ক দুটা আৰু মাধৱানন্দয়ো পিটপিটাই চাবলৈ ধৰিলে। কিন্তু চৰাইঘৰৰ ক’তো পোলিত চাহাবক পোৱা নগ’ল। শাস্ত্ৰী মহাৰাজ, ভলণ্টিয়াৰ দুটা, জঁটাধাৰী, দৰবাৰী গায়ক, মাধৱানন্দ সকলোৱে সাগৰৰ পাৰে পাৰে তেওঁক বিচাৰিবলৈ ধৰিলে। এৰা, কিজানি হাতীৰ পেটৰ দৰে লগা প্ৰকাণ্ড শিলবোৰৰ আঁৰ হৈ বহি পোলিত চাহাবে ধ্যানেই কৰি আছে? নাই, নাই বেলজিয়ামৰ সাধকজনতো ধ্যানত বহা কোনেও কেতিয়াও দেখা নাই। তেওঁ যেন কিবা বিচাৰে। এক অন্য কিবা? এৰা, তেতিয়াহ’লে হোটেল ‘মাৰাটিম’লৈকে গ’ল নেকি? গোটেইজাক মানুহে পিটপিটাই চাৰিওফালে চাবলৈ ধৰিলে।

শাস্ত্ৰী মহাৰাজে জঁটাধাৰীক লৈ ওচৰৰ কুঁহিয়াৰৰ খেতিলৈও গ’ল। কিন্তু নাই, উত্তৰ কাশীৰ জঁটাধাৰীয়ে সময় অপব্যয় কৰিব নোৱাৰে। মন্ত্ৰী হৰিৰমণৰ ঘৰত আজি আড্ডা বহিব। যিহেতু সভাৰ প্ৰাংগণত আড্ডা বহুৱাবলৈ শাস্ত্ৰী মহাৰাজে আজ্ঞা নিদিয়ে, সেয়ে মন্ত্ৰীগৰাকীয়ে আহি শাস্ত্ৰী মহাৰাজৰ পৰা আজ্ঞা লৈ গৈছিল কিছু সময়ৰ বাবে জঁটাধাৰীক তেওঁৰ প্ৰাসাদলৈ নিবলৈ। তেওঁৰ বন্ধু-বান্ধৱো আহিব। কোষ্ঠী চাব, হাতো চাব। জ্যোতিষ শাস্ত্ৰত ধুৰন্ধৰ পণ্ডিত জঁটাধাৰী...।

শাস্ত্ৰী মহাৰাজে বাৰণ কৰে কেনেকৈ? মহামহিম মন্ত্ৰী মহোদয়ৰ পিতামহ কুঁহিয়াৰৰ খেতিত বনুৱা আছিল। ১৯৪৩ চনত বেল-বী আৰেলৰ মজদুৰ আৰু

চৰকাৰৰ মাজত হোৱা গুলীয়াগুলিত মন্ত্ৰী মহোদয়ৰ এক ভ্ৰাতৃ ধৰাশায়ী হৈছিল। ... এতিয়া মন্ত্ৰীৰ ঘৰ তিনি মহলীয়া হৈ গৈছে। অবিশ্বাস্য। অবিশ্বাস্য।... কপালত আৰু কি আছে—এই কথা তেওঁ যেন জানিবই লাগিব। জঁটাধাৰী সন্ন্যাসীয়ে সকলোৰে মনৰ এই অৱস্থাৰ 'ফায়দা' উঠাব লাগিব। গতিকে শাস্ত্ৰী মহাৰাজৰ লগত বুঢ়া ফিৰিংগিক বিচাৰি তেওঁ ঘূৰি ফুৰে কেনেকৈ?

শাস্ত্ৰী মহাৰাজৰ মেদবহুল শৰীৰ। তেওঁ অলপ খোজ কাঢ়িলেই ফোঁপাবলৈ ধৰে। কিছু সময় লৰা-ঢপৰা কৰাৰ পাছত জঁটাধাৰী সন্ন্যাসীয়েই ক'লে, "এতিয়া সভা আৰম্ভ হ'ব। সভাগৃহত আপোনাক দেখা নাপালে হুলস্থূল লাগিব। ফিৰিংগি পণ্ডিতৰ কথা পাহৰি যাওক। হাজাৰ হ'লেও ফিৰিংগি ফিৰিংগিয়েই হয়।"

শাস্ত্ৰী মহাৰাজে ভূমি চুই কৰ্ণ স্পৰ্শ কৰিলে, "জঁটাধাৰী। তুমি এনেকুৱা কথা মোৰ আগত আৰু উচ্চাৰণ নকৰিবা। মই সহ্য কৰিব নোৱাৰিম। পোলিত চাহাব খ্ৰীষ্টান হ'লেও শ্ৰীৰাম ভক্ত। শ্ৰীৰামৰ প্ৰিয় ভক্ত নিষাদৰ দৰে, শবৰীৰ দৰে, জটায়ুৰ দৰেই।"

জঁটাধাৰীৰ কথা শুনাৰ সময় নাই। তেওঁ উভতি যাবলৈ সাজু হ'ল আৰু যোৱাৰ সময়ত কৈ গ'ল, "শাস্ত্ৰী মহাৰাজ, তুমি মন্ত্ৰীগৰাকীক কথা দিছিলা। তেওঁৰ গাড়ী আহি ৰৈ আছে। মই যাবই লাগিব। শুনা মহাৰাজ! পৰ্ট লুইছত মই মন্ত্ৰীক কৈ পোলিত চাহাবক বিচাৰি উলিয়াবলৈ চেষ্টা কৰিম। কথা দিছোঁ। কথা দিছোঁ।"

শাস্ত্ৰী মহাৰাজৰ উত্তৰ আশা নকৰি জঁটাধাৰীয়ে উভতি লৰ দিবলৈ ধৰিলে।

আপোনা-আপুনি শাস্ত্ৰী মহাৰাজৰ মুখৰ পৰা ওলাই আহিল, "বিস্ময়কৰ। বিস্ময়কৰ। সন্ন্যাসীৰ এই ব্যৱহাৰ!"

নাই নাই— মানুহক তেওঁ সঁচাকৈয়ে চিনি পায়নে? ভক্তক? সকলো ভক্তৰ মনৰ পৃথিৱী একেনে? তেওঁ দাশৰথীৰ খোজ আৰু মজবুত হৈ এই বিশ্বৰ সোণালী ভূমিত পৰাৰ এক আশা বুকুত বান্ধি ঘূৰি ফুৰিছে। এয়া কেনে ধৰণৰ এক বিদ্যুৎ প্ৰবাহ? কোনে কৰোৱাইছে এই কাম তেওঁৰ হতুৱাই?

কুঁহিয়াৰৰ খেতিলৈ সূৰ্য্যৰ পোহৰ কুৰুকি কুৰুকি সোমাই আহিল। দ'ম খাই পৰি থকা শুকান পাতবোৰ কোনো মন্দিৰৰ খহি যোৱা প্ৰাচীৰৰ খণ্ডহৰৰ টুকুৰাৰ দৰে দেখা গ'ল। এই খণ্ডহৰৰ বুকুৰে শাস্ত্ৰী মহাৰাজে খোজ ল'লে।

যেতিয়া শাস্ত্রী মহাৰাজ চৰাইখানালৈ উভতি আহিল, তেতিয়া বেছি ভাগ যাত্রীয়ে মোকাৰ 'মহাত্মা গান্ধী ইনষ্টিটিউট'লৈ গমন কৰিছে। তেওঁৰ বাবে ৰৈ আছে সন্ন্যাসী হৰিনাৰায়ণ। দুয়োৰে কাৰণে গাড়ী সাজু হৈ আছে। বৰ চিন্তাক্লিষ্টভাৱে শাস্ত্রী মহাৰাজ উভতি আহিছিল। তেওঁৰ শৰীৰত লাগি অহা শুকান কুঁহিয়াৰৰ পাতৰ টুকুৰাবোৰ সন্ন্যাসী হৰিনাৰায়ণে জোকাৰি দিলে। আকৌ এবাৰ শাস্ত্রী মহাৰাজে চৰাইঘৰৰ কোঠাবোৰত পোলিত চাহাবক বিচাৰিব খুজিলে; কিন্তু ভলণ্টিয়াৰ দুটাই আটাহ পাৰি উঠিল—"নাই নাই মহাৰাজ, আপুনি কষ্ট কৰিব নালাগে। আমি চব চালো। ফিৰিংগি চাহাব ক'তো নাই। ফিৰিংগি চাহাব ক'তো নাই।"

আজি তৃতীয় দিনাৰ সভাৰ বিষয় আছিল—আজিৰ জগতত ৰামায়ণৰ প্রাসংগিকতা আৰু দেশ-বিদেশত ৰামায়ণৰ বিস্তাৰ।

এই গুৰুত্বপূর্ণ বিষয়টোৰ বিষয়ে ক'বলৈ মঞ্চত থিয় হৈছে উষাদেৱী শুক্লা, অ. পি. দ্বিৱেদী আৰু অধ্যাপক আদেশ। এইসকল পাছত আহি চামিল হোৱা মানুহ।

উষাদেৱী দক্ষিণ আফ্রিকাৰ প্রতিনিধি। বব কটা চুলি, ওখ হিলৰ জোতা, উন্নত নাক আৰু নতুনকৈ পেৰা কুঁহিয়াৰৰ ৰসৰ ফেনৰ দৰে গাৰ বৰণ। উষাদেৱীয়ে ১৮৬০ চনতে দক্ষিণ আফ্রিকাৰ নাটাললৈ অহা ভাৰতীয় শ্রমিকসকলৰ মাজত 'ৰামচৰিতমানস'ৰ প্রভাৱৰ বিষয়ে ক'বলৈ থিয় হ'ল। সেই ঊনবিংশ শতিকাৰ আগভাগতে কেনেদৰে ভাৰতীয় গৰীব শ্রমিকসকল দক্ষিণ আফ্রিকাৰ কুঁহিয়াৰৰ খেতিত উপস্থিত হৈছিল, তেওঁ তাৰ এক হৃদয়স্পর্শী বর্ণনা দিলে। দক্ষিণ আফ্রিকাৰ দিয়াছপোৰাত হিন্দু ধর্মৰ বিকাশৰ কথাও তেওঁ প্রকাশ কৰিলে। কেনেদৰে ভব্য মন্দিৰসমূহ গঢ়ি উঠিল তাৰ কথাও ক'লে। ১৮৬২ চনৰ মেথডিষ্ট মিছনৰ পাদ্রী ভেন লোনৰ (Van Loon) কাহিনীও শুনালে। তেওঁ উদাত্ত কণ্ঠেৰে আৰু ক'লে, "সেই ডেৰশ বছৰ আগৰে পৰা আহিবলৈ আৰম্ভ কৰা আমাৰ দক্ষিণ আফ্রিকাৰ শ্রমিকসকলৰ মাজত একোখন পঞ্চায়ত আছিল। সেই পঞ্চায়ত কোনো গোচৰৰ সিদ্ধান্তলৈ আহিব নোৱাৰিলে ৰামচৰিতমানস সন্মুখলৈ অনা হৈছিল। প্রত্যেকটো পৃষ্ঠা, প্রত্যেকটো দোহাক এটি এটিকৈ স্পর্শ কৰা হৈছিল। মাৰ-ধৰ কৰিবলৈ উন্মুখ হোৱা দুটা দল 'ৰামচৰিতমানস'ৰ সন্মুখত উবুৰি খাই পৰিছিল।"

এইখিনিতে সভাঘৰত বহি থকা গেৰুৱা বস্ত্ৰধাৰী সন্ন্যাসীসকলে জয়ধ্বনি দি উঠিল, "জয় শ্ৰী! জয় শ্ৰীৰাম!"

কিছু সময় তভক খাই উষাদেৱীয়ে আকৌ আৰম্ভ কৰিব খোজোতেই হঠাৎ নতুনকৈ অহা ছাত্ৰ এজাকে চিঞৰি উঠিল—"ক্যা এ জয় ৰাম, জয় ৰামজীকে বকৱাচ লগা ৰাখি হ্যায়?"

শাস্ত্ৰী মহাৰাজে দৰ্শকৰ মাজৰ পৰা উঠি দুয়োখন হাত দাঙি সকলোকে শান্ত কৰাৰ চেষ্টা কৰিলে। এনে কিছুমান ঠেৰুছিগা শ্ৰোতা সদায় আহে। অনেক সভাতে শাস্ত্ৰী মহাৰাজে মঞ্চৰ পৰা নামি গৈ এই উদণ্ড, গুৰু-গোঁসাই নমনা শ্ৰোতাক শান্ত কৰিবলগীয়া হয়। এবাৰ শ্যামদেশত উত্তৰ কাশীৰ আচাৰ্য গোবিন্দ বল্লভ মহাৰাজে সভা আৰম্ভ হোৱাৰ আগেয়ে এক বিকট চিঞৰ মাৰি হাতৰ মুঠিৰ পৰা শ্ৰীৰামচন্দ্ৰৰ দহটা সৰু সৰু অষ্টধাতুৰ মূৰ্তি উলিয়াই দিয়াৰ সময়তো উদণ্ড ল'ৰাহঁতে চকী-মেজত ভুকুৱাই আটাহ পাৰি উঠিছিল—"এ চব ক্যায়া লগা ৰাখি হ্যায়? চব ধুঙ্গি হ্যায়! নাটক কৰতা হ্যায়।"

উষা দেৱীয়ে আকৌ উদাত্ত কণ্ঠেৰে আৰম্ভ কৰিলে, "শুনক, দক্ষিণ আফ্ৰিকাৰ এক গৱেষকে অধ্যয়ন কৰি উলিয়াইছে যে ১৯২০ চনৰ পৰা ১৯৪০ চনৰ ভিতৰত অহা ভাৰতীয়সকলৰ আটাইতকৈ প্ৰিয় আছিল অযোধ্যা কাণ্ডৰ সেই শাৰীটি—ৰঘুকুল ৰীতি সদা চলি আয়ি প্ৰাণ জাহু পৰ বচন না জায়ি।"

(ৰঘুকুলৰ এয়ে নিয়ম আছিল যে প্ৰাণ গ'লেও বচন নগৈছিল।)

সভাঘৰত আকৌ কোৰ্হাল লাগিল। গেৰুৱা বস্ত্ৰধাৰী সন্ন্যাসীসকলে উল্লাসেৰে গাই উঠিল, "ৰঘুকুল ৰীতি সদা চলি আয়ি প্ৰাণ জাহু পৰ বচন ন জায়ি।"

উষা দেৱীয়ে আকৌ ক'লে, "দক্ষিণ আফ্ৰিকালৈ যে অন্ধকাৰ দিন অহা নাই এনে নহয়। ১৯৫০ চনত বগা চৰকাৰে বলবৎ কৰা গ্ৰুপ এৰিয়া এক্ট নম্বৰ ৪০ -এ আমাক প্ৰচণ্ড প্ৰহাৰ কৰিলে। আমাৰ সংঘবদ্ধ পৰিয়াল .......... ছেদেলি-ভেদেলি হৈ পৰিল। ৰামায়ণ সভাবোৰো ছেদেলি-ভেদেলি হৈ পৰিল।"

উষা দেৱী শুকাই তেওঁৰ সুন্দৰ নাকটো ৰুমালেৰে মচি লৈ ক'লে, "কিন্তু এইখিনি সময়তে কিছুমান ধাৰ্মিক অনুষ্ঠান আগুৱাই আহিল 'ৰামচৰিতমানস' নামৰ এই বটবৃক্ষৰ গুৰিত পানী ঢালিবলৈ। দক্ষিণ আফ্ৰিকালৈ ৰামকৃষ্ণ মিছন আহিল। 'ডিভাইন লাইফ ছছাইটি' আহিল। ১৯৮৬ চনত ৰামকৃষ্ণ মিছনে দহ হাজাৰ কপি 'ৰামচৰিতমানস' ছপাই ৰাইজৰ মাজত বিলাই দিলে।"

গেৰুৱা কাপোৰ পিন্ধা সন্ন্যাসীসকলে আকৌ আৰ্তনাদ কৰি উঠিল, "জয় দশৰথৰ পুত্ৰৰ জয়।"

উষা দেৱী শুক্লাই সকলোৰে পিনে চাই মূৰ দোঁৱালে।

"ৰামচৰিতমানসে নিজৰ জয়যাত্ৰা আকৌ পূৰ্ণ উদ্যমেৰে আৰম্ভ কৰিলে। ১৯৮৯ চনৰ ৰাম নৱমীত আমাৰ দক্ষিণ আফ্ৰিকাৰ ডাৰবান চহৰত এক অভিনৱ অখণ্ড পাঠ চলিল। দক্ষিণ আফ্ৰিকাৰ হিন্দু সমাজে এই অখণ্ড পাঠত ভাগ ল'লে। এই ডাৰবান চহৰক দাশৰথীৰ খোজৰ ধ্বনিয়ে ঝংকৃত কৰি ৰাখিলে। পবিত্ৰ কাঠৰ ধোঁৱা আৰু ধূপৰ সুবাসে ডাৰবান চহৰ প্লাৱিত কৰি ৰাখিলে।"

(পাঠক, শাস্ত্ৰী মহাৰাজ যদিও দৰ্শকৰ লগত বহি আছিল তেওঁৰ মন কিন্তু বক্তৃতাত নাছিল। পোলিত চাহাব আহি পোৱা নাই কাৰণে তেওঁ উচপিচাই আছিল। ক'লৈ গ'ল? ক'লৈ গ'ল পোলিত চাহাব? জঁটাধাৰীয়ে মন্ত্ৰীক কৈ বিচাৰি উলিয়াব বুলিও কথা দিছিল। পিছে কোনো খবৰ নাই।)

এইবাৰ অধ্যাপক আদেশে মঞ্চত উঠিয়েই থুঁতৰিৰ তলৰ গোঁফকোছা বাওঁ হাতেৰে মোহাৰি ল'লে। তেওঁৰ গাৰ বৰণ বগা। বক্তৃতা দিবলৈ সাজু হোৱাৰ লগে লগে তেওঁৰ গাৰ বৰণে পকা ডিমৰুৰ বৰণ ল'লে। শাস্ত্ৰী মহাৰাজে সম্ভৱ চিন্তাত ৰ'ব নোৱাৰি এইবাৰ দক্ষিণ দুৱাৰেদি গৈ একেবাৰে ৰ'জমেৰিৰ চিত্ৰ-প্ৰদৰ্শনীৰ ওচৰত থিয় হ'ল।

ৰ'জমেৰি চিগাৰেট হুপি হুপি টুল এখনত বহি আছিল। শাস্ত্ৰী মহাৰাজক দেখি তেওঁ ঘপকৰে উঠি থিয় হ'ল আৰু চিগাৰেটটো লুকুৱাবলৈ চেষ্টা কৰিলে।

"পোলিত চাহাবক দেখিছিলানে?"

ৰ'জমেৰিয়ে মূৰ জোকাৰি ক'লে, "নাই দেখা, নাই দেখা। দুদিন ধৰি মই তেওঁৰ ছাঁটোকে দেখা নাই।"

শাস্ত্ৰী মহাৰাজ কোঁ-কোঁৱাই ভিতৰলৈ সোমাই গ'ল।

সভাগাৰত অধ্যাপক আদেশে ওজস্বী কণ্ঠে বক্তৃতা দি আছে—"শুনক,. ভাৰত অন্বেষণ কৰিবলৈ অহা স্পেনিছ যাত্ৰী ক্ৰিষ্টফাৰ কলম্বাছে কেৰিবিয়ান সাগৰৰ দক্ষিণৰ দ্বীপমালাকে ভাৰতবৰ্ষ বুলি ভাবিছিল। এই সুন্দৰ ভ্ৰান্তিক ঐতিহাসিক সত্য কৰাৰ ইচ্ছাৰে এই দক্ষিণৰ দ্বীপসমূহৰ নাম ৱেষ্ট ইণ্ডিজ অৰ্থাৎ পশ্চিম ভাৰত ৰাখিছিল। ক্ৰিষ্টফাৰ কলম্বাছে ১৪৯৮ চনৰ ৩১ জুলাইত ত্ৰিনিদাদৰ মৰুগাত জাহাজৰ লংগৰ পেলালে।"

দৰ্শক এজনে প্ৰশ্ন কৰিলে—"দশৰথৰ পুত্ৰৰ খোজ তাত কেতিয়া পৰিল?"

আন এজন ভক্তয়ো আটাহ পাৰি উঠিল, "দশৰথৰ খোজ পৰিবলৈ সময়েই লাগে নে স্থানেই লাগে? প্ৰভু সৰ্বব্যাপী সগুণ, নিৰ্গুণ ব্ৰহ্ম ...।"

"দাশৰথীৰ জয়ধ্বজা লৈ ১৮৪৬ চনৰ ৩০ মে'ৰ দিনা কলিকতা বন্দৰৰ পৰা 'ফতেল ৰোজা' নামৰ জাহাজত অহা ২১৩ জন ভাৰতীয় শ্ৰমিকে ত্ৰিনিদাদৰ পৰ্ট অব স্পেইনত পদাৰ্পণ কৰিলে। এটা শ্ৰমিকক সাগৰত ডুবি মৰিল। ১৮৯৩ চনলৈকে ৪৮,০৪৬ জন ভাৰতীয় শ্ৰমিক ইয়ালৈ অনা হৈছিল। উত্তৰ প্ৰদেশৰ ফৈজাবাদ, গোৰখপুৰ, চুলতানপুৰ, গাজীপুৰ ইত্যাদি ঠাইৰ পৰা অনেক শ্ৰমিক আহিছিল। বিহাৰৰ মজফৰপুৰ, দাৰভাংগা, গয়া, বংগৰ বৰ্ধমান পৰগনা..."

নাই নাই, শাস্ত্ৰী মহাৰাজৰ আৰু শুনিবলৈ মনৰ অৱস্থা নাই। ক'লৈ গ'ল? ক'লৈ গ'ল এই ৰামভক্ত ফিৰিংগি? আকৌ এবাৰ ওলাই যাব নেকি তেওঁ?

সন্ন্যাসী স্বামী হৰিনাৰায়ণে তেওঁৰ মনৰ অৱস্থা লক্ষ্য কৰি পিন্ধি থকা ৰুদ্ৰাক্ষৰ মণি জপি মানুহবোৰৰ মাজতে সাধনাত বহিল।

অধ্যাপক হৰিশংকৰ আদেশৰ কণ্ঠ আকৌ শুনা গ'ল, "ত্ৰিনিদাদৰ কবীৰ পন্থী সমাজ, শিৱনাৰায়ণী সমাজ আৰু সনাতনধৰ্মী হিন্দু সমাজে অভিবাদন কৰাৰ সময়ত সীতাৰাম-সীতাৰাম বুলিহে অভিবাদন কৰে। ভাগৱতগীতা নাইবা উপনিষদেও ৰামায়ণৰ স্থান ল'ব পৰা নাই। আনকি মৃত্যুৰ সময়তো ৰামচৰিতমানসহে পাঠ কৰা হয়।"

দৰ্শকৰ মাজৰ পৰা এজন দৰ্শকে উঠি ক'লে, "মৰাশ শ্মশানলৈ চাণ্ডিত তুলি সৎকাৰ কৰিবলৈ নিয়াৰ সময়ত 'ৰাম নাম সত্য হ্যায়' বুলি যি বাণী মতা হয়, সেই বাণীও তুলসীদাসৰ মুখৰ পৰাই অহা বুলি শুনা যায়।"

আদেশ চাহাবে হাঁহি মাৰি ক'লে, "এই বাণী কেনেদৰে প্ৰচলিত হ'ল তাৰ এক কিংবদন্তি শুনা যায়।"

ঠিক এই সময়তে বাহিৰত হৈ-চৈ লগাৰ শব্দ শুনা গ'ল। ক'ৰবাৰ পৰা আহি সভাৰ প্ৰাংগণত ছিটিকি পৰিল পোলিত চাহাব। কান্ধত লৈ অহা প্ৰকাণ্ড বস্তা এটাত মৰিছাছৰ হিন্দু-মুছলমানে কাইথী লিপিৰে লিখা এক বোজা পাণ্ডুলিপিও সভাৰ মজিয়াত ছিটিকি পৰিল। ধূলি-বালিৰে লেটিপেটি হৈ আহিছে তেওঁৰ চাৰ্ট আৰু ট্ৰাউজাৰ। ধূলি-বালিৰে পোত খাই আহিছে তেওঁৰ গধপা জোতা। এটা জংগলী জানোৱাৰৰ দৰে তেওঁ আহি সভাগাৰৰ মজিয়াত ছিটিকি পৰিল।



সাত

# মৰিছেশ্বৰনাথ শিৱজ্যোতিৰ লিংগম মন্দিৰত

চতুৰ্থ দিনা কোনো সভা নাছিল। আছিল এক যাত্ৰা। 'মৰিছেশ্বৰনাথ শিৱজ্যোতিৰ লিংগম' মন্দিৰলৈ যাত্ৰা।

এই যাত্ৰাৰ বাবে ৰামায়ণ-মণ্ডলীৰ যাত্ৰীসকল বহুদিনৰে পৰা সাজু হৈ আছিল।

'গংগা তালাব'ৰ স্বচ্ছ নিৰ্মল পানীৰ কথা সকলোৱে শুনিছিল। মৰিছাছত ডাচসকলৰ ৰাজত্বৰ সময়তে কিছুমান ভাৰতীয় যাত্ৰীয়ে সেই ঠাইত এক শিৱ মন্দিৰৰ স্থিতিৰ বিষয়ে কল্পনা কৰিছিল। অনেক কিংবদন্তি সিঁচৰতি হৈ আছে 'মৰিছেশ্বৰনাথ শিৱজ্যোতিৰ লিংগম মন্দিৰ'ৰ বিষয়ে। এই মন্দিৰৰ চিত্ৰ আঁকিবলৈ ৰ'জমেৰিয়ে এবোজা লাংখালিংখি সৰঞ্জাম পিঠিত লৈ ফুৰোৱা বেগটোত সুমুৱাই ল'লে। টাৰাউ বিচধাৰ চৰাইখানাত কোনো নাথাকিল।

দৰবাৰী গায়ক দুগৰাকীয়ে গোটেই পথছোৱা তুলসীদাসৰ শিৱ বন্দনাসমূহ গাই গ'ল। মাজে মাজে বাছত অন্য যাত্ৰীসকলেও তেওঁলোকৰ লগতে গালে—

"সিব দ্ৰোহী মম ভগত কহাৱা
সো নৰ সপনেহু মোহি ন পাৱা।।
শংকৰ বিমুখ ভগতি চহ মোৰী।
সো নৰ মুঢ় মন্দমতি খোৰী"

(যি নৰে শিৱৰ শত্ৰুতা কৰে আৰু মোৰ ভক্ত বুলি কয়, সেই নৰে সপোনতো মোক ভাল পাব নোৱাৰে। শংকৰবিমুখ হৈ মোৰ ওচৰলৈ ভক্তি বিচাৰি অহাজনো মূৰ্খ।)

জবা, গুলমোহৰ আৰু ওখ ওখ বকুল গছ, নাৰিকল গছ, পাতাবাহাৰ আৰু বনৰীয়া কাঁইটীয়া জোপোহাৰে ভৰা অৰণ্যৰ মাজেৰে, সুন্দৰ মসৃণ পথেৰে বাছ আগুৱাই গ'ল।

এসময়ত মৰিছাছৰ গংগা সৰোবৰৰ ওচৰত গাড়ী ৰ'লহি। এজন এজনকৈ বাছৰ যাত্ৰীসকল নামি আহিল।

পোলিত চাহাবক শাস্ত্ৰী মহাৰাজে ধৰি-মেলি বাছৰ পৰা নমাত সহায় কৰি দিলে। সেই ৰহস্যময় অন্তৰ্ধানৰ পাছত তেওঁৰ শৰীৰৰ অৱস্থা ভালে থকা নাছিল। সম্ভৱ তেওঁ সেই দুদিন বৰকৈ ঘূৰ্মুটিয়াই ফুৰিছিল। ছপা 'ৰামচৰিতমানস' এই দ্বীপলৈ অহাৰ আগেয়ে শ্ৰমিকহঁতে হাতেলিখা পাণ্ডুলিপি সংগ্ৰহ কৰিবলৈ তেওঁ যেন উত্ৰাৱল হৈ উঠিছিল। এৰা, তেওঁ ভাবিছিল চাগে—এই শৰীৰ আৰু শেষ হৈ আহিছে, তেওঁৰ বৃহৎ গ্ৰন্থ 'তুলসী দৰ্শন'ৰ শেষ অধ্যায়ৰ কাম তেওঁ লাহে লাহে সম্পূৰ্ণ কৰি আনিছে। কি ঠিক—এই পাণ্ডুলিপিৰ মাজতো তেওঁ কিজানি এক অনন্য তথ্য আৱিষ্কাৰ কৰিব পাৰে? এৰা, তেওঁৰ অৱস্থা সেই বৃটিছ পণ্ডিত ফ্ৰেড্ৰিক গ্ৰাওছ চাহাবৰ দৰেই হৈছিল। মথুৰাৰ আশে-পাশে ঘূৰ্মুটিয়াই ফুৰোঁতে তেওঁৰ বুকুত যক্ষ্মাৰ কীটে বাহ লৈছিল। তেতিয়া মথুৰাৰ উত্তৰে আছিল পঞ্জাৱৰ গুড়গাঁও জিলা, পূবে আছিল আলিগড় আৰু ইটাহ, দক্ষিণে আগ্ৰা আৰু পশ্চিমে ভৰতপুৰ। চাহতা তেহচিলৰ কাঁইটীয়া জোপোহা, বকুল আৰু নিমৰ জংগল, গ্ৰীষ্মত উত্তৰৰ মৰুৰ পৰা অহা জুইৰ দৰে বতাহতো আওকাণ কৰি ফ্ৰেড্ৰিকে ঘূৰ্মুটিয়াই ফুৰিছিল। মথুৰাৰ পণ্ডিতহঁতে চাহাবৰ পৰা সাত হাত দূৰৈত 'কালিম'ৰ ওপৰত বহি ৰামচৰিতমানসৰ তত্ত্ব বুজাইছিল। অকল ৰামচৰিতমানসৰ সেই অনুবাদেইনে? ১৮৩৭ চনৰ মথুৰাৰ দুৰ্ভিক্ষত ৰাজপুতানাৰ পৰা জৰাজীৰ্ণ হৈ দলে দলে অহা শৰণাৰ্থীৰ কাহিনীও ফ্ৰেড্ৰিক গ্ৰাওছে লিখিছিল। বুকুত যক্ষ্মাৰ কীট লৈ হাবিয়ে-বননিয়ে ৰামচৰিতৰ পাণ্ডুলিপি বিচাৰি ঘূৰি ফুৰা গ্ৰাওছ চাহাবৰ ভৰিৰ জোতাৰ ধপ ধপ আৱাজ মথুৰাৰ মহাবন আৰু বৰসানা নিকুঞ্জবনৰ মানুহেও শুনিছিল। ধপ ধপ ধপ জোতাৰ আৱাজ, কোট-পটলুন, মূৰত ফে'ল্ট হেট। কেতিয়া মৰিল ফ্ৰেড্ৰিক গ্ৰাওছ? কেতিয়া মৰিল?... পোলিত চাহাবৰ ৰূপত তেওঁ আকৌ পদাৰ্পণ কৰিছে এই বিশ্বত। এটা নশ্বৰ দেহ নষ্ট হৈ যোৱাৰ পাছত আন এক দেহৰ ভিতৰত সোমাইছে সেই একেই আকাংক্ষা, সেই একেই অন্বেষণৰ আত্মা হৈ। এৰা একেই দেহ-ঢিলা কোট-পটলুন, ধপ ধপ আৱাজ কৰা গেধেমা জোতা...।

ইতিমধ্যে এই শিৱমন্দিৰ মণ্ডলীৰ মানুহ আৰু আন আন ভক্তৰে ভৰি পৰিল। বম-বম-শিৱ বম-বম-শিৱ বুলি আটাহ পাৰি গৈ জঁটাধাৰী শিৱলিংগৰ ওচৰত ঢলি পৰিল। সাষ্টাংগে প্ৰণাম কৰাৰ দৰে পৰি তেওঁ বম-বম-শিৱ, বম-বম-শিৱ বুলি মন্দিৰৰ প্ৰাংগণত বাগৰি ফুৰিবলৈ ধৰিলে।

মন্দিৰৰ প্ৰাংগণলৈ চিৰি বগাই নামি আহিব লাগে। কমলাদেৱী খুপি খুপি তললৈ নামি আহিল। ভব্য জ্যোতির্লিংগম দেখি কিছু সময় তাই তভক মাৰি ৰ'ল। লিংগৰ পানী বাগৰি অহা অংশত চিত্ৰিত হৈ আছে এক সৰ্পৰ প্ৰতিমূৰ্তি। মাৰ্বলৰ ঢাপৰ ওপৰত বহুৱাই থোৱা হৈছে লিংগক। চাৰিওফালে বনৰীয়া ফুল আৰু লতাই আবৰি আছে গংগা তালাব। ওপৰৰ নীলা আকাশৰ প্ৰতিবিম্ব পৰি পানী আৰু গভীৰ নীলা হৈ গৈছে। যেন চকুৰ পতা আবৰি আছে কোনো সুন্দৰীৰ এটি নীলা চকু। ওপৰৰ আকাশৰ প্ৰতিবিম্ব গংগা তালাবৰ বুকুত এনেদৰে পৰিছে যেন টানি-আঁজুৰি আকাশকে বস্ত্ৰ কৰি পিন্ধি লৈছে গংগা তালাবে।

হঠাৎ কমলাৰ চকুত পৰিল এটি সমদল। পূজা শেষ কৰি দলটোৱে গংগা তালাবৰ পিনে ঢাপলি মেলিছে। ভালদৰে লক্ষ্য কৰি কমলাই দেখিলে— দলৰ আগে আগে গংগা তালাবক পূজা কৰিবলৈ যোৱা সেইজনী নৃত্যাংগনা ভুৱনমোহিনী। তাই এখন হালধীয়া শাৰী পিন্ধিছে। আজি শৰীৰত তাইৰ কোনো অলংকাৰ নাই। ভৰি উদং। দীঘল চুলিকোছা অসংলগ্নভাৱে পিঠিত পৰি আছে। পিছে পিছে সৌৱা লপৰ-থপৰ খোজেৰে শাস্ত্ৰী মহাৰাজ। কিছু আগেয়ে তেওঁ পোলিত চাহাবক নমাই আনিছিল; এতিয়া সৌৱা কোবাকুবিকৈ ভুৱনমোহিনীৰ পিছে পিছে ঢাপলি মেলিছে। তবলচী, সাৰেংগীবাদক, আনকি বিশাল বপুৰ পাখোৱাজবাদকগৰাকীয়েও ফোঁপাই-জোপাই সমদলৰ পিছে পিছে ঢাপলি মেলিছে। নৃত্যাংগনাগৰাকীক সকলোৱে ভক্তা বুলি জানে। কিন্তু এনে কি কাণ্ড ঘটিল যাৰ বাবে মৰিছেশ্বৰ শিৱ মন্দিৰত পুৱাৰ পৰা তাই বহি আছে পূজা দি? এই কথা কোনেও বুজি নাপালে।

মন্দিৰৰ প্ৰাংগণত থিয় হৈ কমলাদেৱীয়ে দেখিলে—যাত্ৰীসকলৰ সমদল এটাৰ মাজত থিয় হৈ প্ৰেমকুমাৰ ৰাসপালে ভাষণ দি আছে। ভাষণত কি ক'ব প্ৰেমকুমাৰে? সেই নিমখৰ বস্তাৰ কথা? হিন্দ মহাসাগৰৰ বুকুৰ ৰহস্যৰ কথা? জাহাজ নামৰ সেই পগলা হাতীৰ কথা?

চিৰিৰে নামি আহি তাই আনবোৰ যাত্ৰীৰ সৈতে 'কালিন'ত বহিল।

সকলোৱে মুখ মেলি প্ৰেমকুমাৰে ক'বলৈ ওলোৱা এক অদ্ভুত কাহিনী শুনিবলৈ সাজু হৈছে। আজি প্ৰেমকুমাৰ ৰাসপালে কুৰ্তা-পায়জামা পিন্ধি আহিছে। মূৰত গান্ধী টুপী। কপালত চন্দনৰ তিলক। গদ-গদ কণ্ঠেৰে সি ক'লে, "এয়া জগতৰ ঈশ্বৰ শম্ভু মহাৰাজ'! শ্ৰীশ্ৰীৰামচন্দ্ৰৰ হৃদয়দেৱতা শম্ভু।"

কালিনত বহি থকা জঁটাধাৰী আৰু হৰিনাৰায়ণেও চিঞৰি উঠিল,

"বম বম শিৱ।
বম বম শিৱ।"
দৰবাৰী গায়ক দুগৰাকীয়েও গাই উঠিল,
"সিৱ দ্ৰোহি মম ভগত কহাৱা
সো নৰ সপনেহু মোহি ন পাৱা।"

প্ৰেমকুমাৰ ৰাসপালে ওপৰলৈ হাত দাঙি সকলোকে শান্ত কৰি ক'লে, "মই এই মৰিছাছ দ্বীপত সংঘটিত হোৱা চমৎকাৰ কাহিনী আপোনালোকক ক'বলৈ সাজু হৈছোঁ। মৰিছেশ্বৰ শিৱৰ দেহত সেই 'চমৎকাৰ' সংঘটিত হৈছিল। সেই বিস্ময়কৰ কাণ্ড ঘটিছিল ১৯৮৯ চনৰ মাৰ্চ মাহৰ দুই তাৰিখে ঠিক পাঁচ বজাত। আমাৰ কমাণ্ডিং অফিচাৰগৰাকীয়ে শিৱলিংগমৰ ওচৰত মহাজ্যোতি জ্বলাব খোজোতেই এই স্বৰ্গীয় শিৱলিংগমৰ কাষত পুতি থোৱা ত্ৰিশূলৰ ওপৰত এক জ্যোতি আহি পৰিল। সেই প্ৰখৰ জ্যোতি লাহে লাহে শিৱলিংগৰ মাজত লিপ্ত হৈ গ'ল।"

এইখিনি সময়তে বম-বম আৱাজ হ'ল। গাত ভস্ম-ধূলি সানি মন্দিৰৰ প্ৰাংগণত বহি থকা জঁটাধাৰীয়ে আটাহ পাৰি উঠিল, "যাৰ মস্তকত গংগা, যাৰ কপালত বালচন্দ্ৰ, যাৰ গলত বিষ, যাৰ বুকুত সাপৰ যজ্ঞোপবীত, সেই মহেশ্বৰক প্ৰণাম। বম বম, শিৱশম্ভুত্ৰিপুৰাৰী, বম বম।"

তেওঁৰ লগত মন্দিৰৰ প্ৰাংগনত গোট খোৱা ভক্তসকলেও "বম বম শিৱশম্ভু" বুলি আটাহ পাৰিবলৈ ধৰিলে। কিছুমানে লিংগৰ ওচৰত মূৰ আফালিবলৈ ধৰিলে। প্ৰেমকুমাৰ ৰাসপালে হাত দাঙি সকলোকে শান্ত কৰিবলৈ চেষ্টা কৰি ক'লে, "সেইদিনা ইয়াত এছ, এম, এফ, অফিচাৰহঁত আৰু কিছু সেনাও মজুত আছিল। মহাদেৱৰ ত্ৰিশূলৰ পৰা সেইদিনা আপোনা-আপুনি পানী পৰিছিল, শংখধ্বনিৰ দৰে এক আৱাজ শুনা গৈছিল। শিৱশম্ভুৰ সন্মুখত থকা মুছলিনৰ কাপোৰ এখনত এটি ভৰিৰ খোজ পৰিছিল। সেই খোজৰ চিহ্ন লাহে লাহে এটা হাতীৰ শুঁৰলৈ পৰিৱৰ্তিত হৈছিল।"

মাৰ্বলৰ প্ৰাংগণত বহি থকা দৰ্শকসকলৰ মাজত আকৌ গুণগুণনি উঠিল। প্ৰেমকুমাৰে হাত দাঙি ক'লে—"এঘণ্টা জুৰি বৰষুণ। সেইবাৰ এই গংগা তালাবৰ পানী মন্দিৰৰ প্ৰাংগণলৈ আহিছিল। কিছু সময়ৰ পাছত পানী অন্তৰ্ধান হ'ল। কুঁৱলীৰ বুকুত গংগা তালাব ডুব গৈছিল। উজ্জ্বল হৈ আছিল শিৱশম্ভুৰ মস্তকৰ মণি।"

গোটেই শৰীৰত ভস্ম-ধূলি সানি লোৱা জঁটাধাৰীয়ে আকৌ আৰ্তনাদ কৰি উঠিল,

"বম। বম। শিৱ শম্ভু।

বম। বম। ত্ৰিপুৰাৰী..."

ৰসত মছগুল হৈ জঁটাধাৰীয়ে হাতত ত্ৰিশূল লৈ মন্দিৰৰ প্ৰাংগণত তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। আন আন যাত্ৰীয়ে লৰা-ঢপৰা কৰি সেই পৱিত্ৰ মুহূৰ্তত শিৱলিংগৰ বুকুত অংকিত হোৱা সৰ্প আৰু স্বস্তিকাৰ চিহ্ন চাবলৈ দবৰা-দবৰি লগালে।

গংগা তালাবৰ পাৰৰ এই শিৱ মন্দিৰৰ চাৰিওফালে ঘূৰা-পকা কৰি কমলাদেৱীয়ে ছবি আঁকি থকা ৰ'জমেৰিৰ ওচৰত থিয় হ'ল। ৰ'জমেৰি যেন এই মুহূৰ্তত সাধনাতহে বহিছিল। প্ৰখ্যাত শিল্পীসকলৰ কৰ্মই হৈছে গভীৰ সাধনা। ৰ'জমেৰি ইয়াৰ ব্যতিক্ৰম নাছিল।

ট্ৰে' এখনত চাহৰ গিলাছ লৈ ঘূৰি ফুৰা ভলণ্টিয়াৰ দুটাই দুয়োৰে সন্মুখত দুটা গিলাছ থৈ আগুৱাই গ'ল। কিছু সময়ৰ পাছত দুয়ো উভতি আহি দুটা প্ৰকাণ্ড প্ৰকাণ্ড ক'কাক'লাৰ বটলো থৈ গ'ল। ৰ'জমেৰিয়ে ব্ৰাছডাল একাষৰীয়াকৈ থৈ এইবাৰ কমলাৰ ওচৰত বহিলহি। ৰঙৰ ছিটিকনি পৰা এপ্ৰনখনতে তাই মুখ-হাত মচি ল'লে। দুয়ো মন্দিৰৰ চিৰিত বহি চাহৰ গিলাছত মুখ দিলে।

এই মৰিছেশ্বৰ শিৱ মন্দিৰৰ প্ৰধান পুৰোহিত আচাৰ্য উমানাথ শৰ্মা শাস্ত্ৰীয়ে ১৯৮৯ চনৰ সেই অদ্ভুত ঘটনাৰ কাহিনী পুনৰাবৃত্তি কৰি থকা শুনা গ'ল। শিৱ দৰ্শনৰ বাবে নতুন নতুন দল আহিছে। সকলোৱে লিংগৰ ওচৰত মূৰ দোঁৱাইছে। ৰ'জমেৰিয়ে প্ৰশ্ন কৰিলে, "মাধৱানন্দ আৰু পোলিত চাহাব ক'লৈ উধাও হ'ল?"

কমলাদেৱীয়ে উত্তৰ দিলে, "গংগা তালাবৰ সিপাৰে শ্ৰীৰামৰ পদচিহ্ন আৱিষ্কৃত হৈছে। তাকে দেখুৱাবলৈ সম্ভৱ মাধৱানন্দই মহাৰাজক লৈ গৈছে।"

"তুমি মাধৱানন্দক বুজি পাইছানে? তুমিতো মাধৱানন্দৰ লগত বহু ঠাইলৈ গৈছা—চিত্ৰকূট, অযোধ্যা, নন্দীগ্ৰাম, শ্যামদেশ—।"

কমলাদেৱীয়ে কোনো উত্তৰ নিদিলে। কেনেকৈ তাই প্ৰকাশ কৰিব তাইৰ জীৱনৰ সমস্ত পথ মাধৱানন্দৰ ওচৰলৈ আহি সমাপ্ত হৈ গৈছে বুলি? এই কথা তাই কেনেকৈ প্ৰকাশ কৰিব?... কিন্তু এনে কিছুমান আকাংক্ষা এই তেজ-মাংসৰ শৰীৰৰ মাজত পোত গৈ থাকে যিবোৰৰ প্ৰকাশ শব্দৰ সহায় নোহোৱাকৈও হ'ব পাৰে। মাৰাত্মক অস্ত্ৰৰ দৰে শব্দৰ সহায় নোহোৱাকৈ তেজ-মাংসৰ সৈতে সাঙোৰ খাই থকা সেই ভাব বাহিৰলৈ ওলাই আহে। এই কথা তাইৰ বিশ্বাস হৈ গৈছে। এইবাবেই শাস্ত্ৰী মহাৰাজক কোনো কথা প্ৰকাশ নকৰা সত্বেও তেওঁ সকলো কথা গম পাইছে।

ৰ'জমেৰিয়ে গিলাছটো একাষৰীয়াকৈ থৈ ক'লে, "মই যেতিয়া ছবি আঁকিবলৈ বহোঁ, তেতিয়া চব কথা পাহৰি যাওঁ। তুমি স্পেইনৰ শিল্পী গয়াৰ নাম শুনিছা নহয়? বৰ দীঘল নাম—ফ্ৰানছিস্কো' জোছে দ্যা গয়া।"

কমলাই মূৰ দুপিয়ালে।

"তেওঁ সাধনাৰ সময়ত এক অদ্ভুত ৰূপ ধাৰণ কৰিছিল। তেওঁৰ ইজেলৰ সন্মুখত বহা কাকো লৰচৰ কৰিবলৈ নিদিছিল। এবাৰ ইজেলৰ সন্মুখত বহি থকা ডিউক অৱ উইলিংটনৰ গালৈকে কটাৰী এখন মাৰি পঠিয়াইছিল। তেওঁৰ কেনভাছ কিহেৰে তৈয়াৰ হৈছিল জানানে? মুড আহিলে পুৰণা পেনেল, কাৰ্ড ব'ৰ্ড আদি সন্মুখত যি পায় তাকে ব্যৱহাৰ কৰিছিল। কেতিয়াবা নিজৰ বুঢ়া আঙুলিটোও ব্ৰাছ হিচাপে ব্যৱহাৰ কৰিছিল। মই পঢ়িছিলো এইবোৰ কথা।"

"বুঢ়া আঙুলি?"

"এৰা, বুঢ়া আঙুলি। সেইবাৰ মই মোৰ গুৰু লুজানৰ লগত ছাৰাগোছাৰ ওচৰত থকা গয়াৰ গাঁৱলৈ গৈছিলো। লুজান মোৰ গুৰুৰ দৰে আছিল। মোৰ তেতিয়া মনৰ অৱস্থা ভাল নাছিল। মোৰ স্বামীয়ে সেইবাৰেই নিজৰ ছাত্ৰী এজনীৰ সৈতে সম্বন্ধ আৰম্ভ কৰিছিল। মনৰ এনে ধৰণৰ অৱস্থাবোৰতে আমি ঠিক জালত পৰা হৰিণাৰ দৰে হওঁ। সেই জাল কুটি কুটি কেতিয়াবা কোনো হয়তো সাৰি যাব পাৰে, মহান হ'ব পাৰে, নিজকে নিৰ্মমভাৱে কাটি-কুটি শেষ কৰি পেলাবও পাৰে। মই তেনে দলৰ নাছিলো। মোৰ গুৰুতুল্য শিল্পী লুজানে মোক ৰঙৰ ৰহস্য শিকাইছিল। মই তেওঁৰ ৰঙৰ সৈতে বিলীন হৈ গৈছিলো। আমি দুয়ো সেইবাৰেই স্বামী-স্ত্ৰীৰ দৰে ছমাহ আছিলো।"

"স্বামী-স্ত্ৰী?"

কমলাদেৱীক তাই কোনো উত্তৰ নিদিলে। ইজেলৰ ওচৰলৈ তাই আগুৱাই গ'ল। শৰীৰত লিপিত খাই থকা পোছাকে তাইৰ দেহটোকেই যেন নাঙঠ কৰি তুলিছিল। এতিয়া এই দেহ একেবাৰেই যেন নাঙঠ হৈ পৰিল।

কমলাৰ বুকু ধপধপাবলৈ ধৰিলে। এনেয়েও তাই মাধৱানন্দৰ বাবে পহৰাদাৰৰ দৰে সজাগ হৈ থাকে। এনেকুৱা নাৰী এয়ে প্ৰথম চামিল হৈছে নেকি মণ্ডলীত? কিন্তু সৌৱা তাইৰ কেনভাছত ভাস্বৰ হৈ উঠিল মৰিছেশ্বৰ শিৱৰ মন্দিৰ। বিস্ময়কৰ। বিস্ময়কৰ। ইমান কম সময়তে এনে অপূৰ্ব চিত্ৰ। আপোনা-আপুনি তাইৰ মুখৰ পৰা ভক্তসকলৰ দৰে ওলাই আহিল—"জয় শিৱশম্ভুৰ জয়। জয় ত্ৰিপুৰাৰীৰ জয়।"

## ভুৱনমোহিনীৰ প্ৰত্যাৱৰ্তন

মৰিছেশ্বৰ মন্দিৰৰ সন্মুখৰ গংগা তালাবৰ পৰা পূজা দি ভুৱনমোহিনী ওপৰলৈ উঠি আহিল। তেওঁৰ লগত শাস্ত্ৰী মহাৰাজ, সাৰেংগীবাদক, তবলচী, বাঁহীবাদক আৰু গায়কৰ দলটোও ওপৰলৈ উঠি আহিল। মণ্ডলীৰ মাজত গুণগুণনি উঠিল, "সভা শেষ নকৰাকৈ কি কাৰণে ভুৱনমোহিনী ভাৰতলৈ উভতি যাবলৈ ওলাইছে? চাৰিওফালে বু-বু বা-বা..."

মন্দিৰৰ চিৰিত বহি কমলাই আকৌ শুনিলে, "কোনোবা ৰাষ্ট্ৰদূত নাইবা ৰাষ্ট্ৰপতিৰ বাবে 'কাৰ্যক্ৰম' যুগুত কৰা হৈছে চাগৈ।... শাস্ত্ৰী মহাৰাজেও তেওঁক ধৰি ৰাখিব নোৱাৰিব। তেওঁ আই, ছি, ছি, আৰ-ৰ জৰিয়তেহে আহিছে।"

"হয় হয়। কোনোবা সংঘৰ খৰচত অহা নৃত্যাংগনাসকলক শাস্ত্ৰী মহাৰাজে আদেশ-উপদেশ দিব পাৰে; ভুৱনমোহিনীকতো নোৱাৰে।"

মৰিছেশ্বৰৰ সন্মুখত মাৰ্বলেৰে কৰি থোৱা ষাঁড়টোৰ ওচৰত কমলাদেৱীয়ে কাপোৰ পাৰি বহি আছিল। সকলোৰে কথাবোৰ তাইৰ কাণত থহৰ-থহৰকৈ পৰিল। মন্দিৰৰ পুৰোহিত পণ্ডিত উমাকান্ত শাস্ত্ৰীয়ে তাইৰ সন্মুখতো প্ৰসাদৰ ঠোঙা এটা থৈ গ'ল। ক'কাক'লাৰ প্ৰকাণ্ড বটলটো তাই শেষ কৰিব নোৱাৰিলে।

এক ধৰণৰ বিষাদৰ বোধ তাইৰ হৃদয়ৰ গভীৰলৈ যেন কুৰুকি কুৰুকি সোমাই গ'ল। সঁচাকৈয়ে এই জীৱনত ভুৱনমোহিনীয়ে সকলো পাইছে। নিজৰ

কৃচ্ছ্রসাধনৰ ফলো তাই উপভোগ কৰিছে। তাৰ বাবে যদি তাই আঁজুৰি-আঁজুৰি শৰীৰৰ এখন ছাল বখলিয়াই পেলাবলগীয়াও হৈছে, সেই যন্ত্ৰণা তাইৰ সাধনা সফল হোৱা আনন্দতকৈ বেছি হ'ব নোৱাৰে। নিজ ইচ্ছাৰেই তাই শৰীৰৰ সেই ছাল বখলিয়াই পেলাইছে। সাপে জোকাৰি পেলোৱা মোটৰ দৰে দলিয়াই পেলাইছে। ক'ত উৰি গৈছে সেই ফুৰফুৰীয়া সাপৰ মোট? আৰু তাইৰ পতি?

মণ্ডলীৰ কোনোবা এটা ভক্তই এবাৰ কৈছিল—ভুৱনমোহিনীৰ পতি এবাৰ চিত্ৰকূটৰ মেলালৈ আহিছিল। সি তাইৰ ছাঁ হৈ আছিল। চাকৈ-চকোৱাৰ দৰে। মুখামুখিকৈ বহি দুয়ো পাণ চোবাইছিল—যেন এহাল তজবজীয়া প্ৰেমিক-প্ৰেমিকাহে। চেহেৰা যেন ধনুৰ্ধাৰী শ্ৰীৰাম আৰু স্বৰ্ণ বৰণীয়া বৈদেহীহে। ইস ক'ত মৰোঁ। ক'ত মৰোঁ। সেইবাৰো ভুৱনমোহিনীয়ে 'পুষ্পবাটিকা প্ৰসংগ' কৰিছিল। ... ভুৱনমোহিনীৰ চৰণক ধূলিকণাই আঘাত দিব বুলি ভাবি লৰি গৈ তাইৰ স্বামীয়ে নিজৰ পকেটত থকা ৰুমালেৰে মচি দিছিল মঞ্চৰ বুকু। দৰ্শকে গিৰ্জনি মাৰি হাঁহিছিল। হাঃ হাঃ হাঃ। হাঃ হাঃ হাঃ।

ভুৱনমোহিনীৰ সৈতে নিজৰ জীৱনক তুলনা কৰি কমলাই নিজকে ধিক্কাৰ দিলে। গংগা তালাবৰ পৰা পূজা কৰি ভুৱনমোহিনী, সাৰেংগীবাদক, আনকি বিশাল বপুৰ সৰোদবাদকটোৱেও ফোঁপাই-জোপাই ওপৰলৈ উঠি আহিল। তেওঁ খোজ কাঢ়োতে কষ্ট পাইছে। উঠি আহিয়েই ভুৱনমোহিনী জ্যোতিৰ্লিংগৰ ওচৰত উবুৰি হৈ পৰিল। তেওঁৰ পিঠিৰ চুলিৰ সৈতে জ্যোতিৰ্লিংগৰ ৰং একাকাৰ হৈ গ'ল।

জঁটাধাৰীয়ে আটাহ পাৰি উঠিল—

"বম। বম। শিৱ শম্ভু।

বম। বম।"

তেওঁৰ পাৰ্টিৰ সকলোৱে এটা এটাকৈ আহি জ্যোতিৰ্লিংগৰ ওচৰত দীঘল দি পৰিল। তাৰ পাছত সকলোৱে মন্দিৰ প্ৰদক্ষিণ কৰি ৰাস্তাত ৰৈ থকা গাড়ীৰ ওচৰলৈ ঢাপলি মেলিলে। যাবৰ সময়ত ভুৱনমোহিনীয়ে শাস্ত্ৰী মহাৰাজৰ ভৰিত পৰি প্ৰণাম কৰিলে। এইবাৰ শাস্ত্ৰী মহাৰাজে সকলোকে বিদায় দি তললৈ নামি আহিল। হঠাৎ মাৰ্বলৰ ষাঁড়ৰ ওচৰত বহি থকা কমলাৰ ওপৰত চকু পৰিল। তেওঁ কোঁ-কোঁৱাই আহি কমলাৰ ওচৰত থিয় হ'ল; ক'লে, "তুমি মাধৱানন্দৰ লগত কথা পাতিব পাৰিলানে?"

"ওঁহো।"

"তুমি মণ্ডলীৰ লগত চামিল হৈছা। তোমাৰ পথ দাশৰথীয়ে নির্ণয় কৰিব।"

তাইৰ দুয়ো নয়ন ভৰি আহিল। বৰ কষ্টেৰে তাই নিজৰ আৱেগক সংযত কৰি ৰাখিবলৈ চেষ্টা কৰিলে।

শাস্ত্ৰী মহাৰাজে মাৰ্বলৰ ষাঁড়টোৰ ওচৰত বহি ক'লে, "তুমি কিয় দুখী হোৱা কমলা? তুমি মণ্ডলীৰ লগত চামিল হৈছা। তোমাৰ পথ নিশ্চয় তেওঁ দেখুৱাই দিব। তুমি ৰামায়ণ সাহিত্যৰ ছাত্ৰী। মেধাৱী ছাত্ৰী। অযোধ্যাকাণ্ডৰ এশ পাঁচ নম্বৰ অধ্যায় ভালদৰে পঢ়িবা। ভৰতক ৰামে উপদেশ দি কৈছিল— 'জীৱ পৰাধীন। নিজ ইচ্ছাৰে কার্য কৰাৰ শক্তি জীৱৰ নাই। সৰ্বগ্ৰাসী, সৰ্বশক্তিমান কালে ইহলোক পৰলোক উভয়কেই নিজৰ মজবুত হাতোৰাৰে পৰিচালিত কৰি থাকে।... দৃঢ় স্তম্ভৰ ভব্য গৃহও পতিত হৈ পৰে। যি ৰাতি অতীত হয়, সি আৰু উভতি নাহে। চোৱা, যমুনা পূৰ্ণ প্ৰবাহেৰে গৈ সাগৰত মিলিছে... উভতি আৰু অহা নাই।'—এই মুহূৰ্তৰ কথাকে মই তোমাক কৈছো শুনা। মোৰ লগত গংগা তালাবত পূজা কৰি অহা ভুৱনমোহিনীক দেখিলা নহয়?"

কমলাই আটাহ পাৰি উঠিল—"দেখিছোঁ। দেখিছোঁ। কি হ'ল? কি হ'ল?"

"আজি ৰাতি পৰ্ট লুইছত তাইৰ কাৰ্যক্ৰম আছিল। যোৱাৰাতি মোকাত তাই পৰিৱেশন কৰা 'পুষ্পবাটিকা' প্ৰসংগত অভিভূত হৈ গুণমুগ্ধ দৰ্শকে তাইক কাৰুকাৰ্য কৰা এটা লোহাৰ চন্দুকো উপহাৰ দিছিল। চন্দুকটো তাই লৈ নগ'ল। আমাৰ মণ্ডলীক উপহাৰ দি থৈ গ'ল। সন্ন্যাসী হৰিনাৰায়ণক মন্দিৰ সাজিবলৈ বহু টকা-পইচাও তাই দি থৈ গ'ল।"

"কিন্তু কিয় এনেদৰে গুচি গ'ল, মহাৰাজ?"

"শুনা নাই?"

"নাই শুনা।"

"তাইৰ স্বামী পগলা ফাটেকৰ পৰা ওলাই আহিব।"

"পগলা ফাটেকৰ পৰা?"—আৰ্তনাদ কৰি উঠিল কমলাদেৱীয়ে।

"এৰা কমলা, তাইৰ স্বামী পগলা। আজি পগলা ফাটেকৰ পৰা ওলাই আহিব।"

মন্দিৰৰ ঘণ্টাৰ ঢং ঢং আৱাজ শুনা গ'ল।

শৰীৰত ভস্ম-ধূলি সানি মন্দিৰৰ প্ৰাংগণত বহি থকা জঁটাধাৰীয়ে আটাহ পাৰি উঠিল—"বম। বম। শিৱশম্ভু। বম বম। শিৱশম্ভু।"

# ৰাক্ষস

মোকাৰ মহাত্মা গান্ধী ইনষ্টিটিউটত চতুৰ্থ দিনৰ আলোচ্য বিষয় আছিল 'ৰাক্ষস'। ভব্য সভাগাৰটিক এক অন্য ৰূপেৰে সজোৱা হ'ল। চাৰিওফালে ৰাক্ষস ৰাজৰ ছবি তৰি দিয়া হ'ল। ৰ'জমেৰিয়েও আজিৰ এই দিনটোৰ বাবে আছুতীয়াকৈ ৰখা ৰাক্ষস-ৰাজৰ ছবিবোৰ প্ৰদৰ্শন কৰিলে। ৰাৱণ শিৱভক্ত। সেয়ে তাই 'গংগা তালাব'ৰ পাৰত আঁকা 'মৰিছেশ্বৰ জ্যোতিলিংগ'ৰ ছবিখনো প্ৰদৰ্শন কৰিলে। অনেক বিচিত্ৰ ছবিয়ে আজিৰ প্ৰদৰ্শনীত স্থান পালে। এই ছবিবোৰৰ ভিতৰত 'লংকাপুৰী'ৰ এক অনন্য ছবি আছিল। ৰ'জমেৰিয়ে যেন বাল্মীকিৰ লংকাপুৰীকে তুলিকাৰে ৰূপ দিছে। সুন্দৰাকাণ্ডত হনুমানে দেখা এক অপূৰ্ব লংকা বাল্মীকিৰ ত্ৰিছটা শ্লোকৰ মাজত ভাস্বৰ হৈ আছে।... পৰম সুন্দৰ মেঘতুল্য ভৱন। মনোহাৰিণী ৰমণীসকল। মদনাভিভূত নাৰীৰ কাঞ্চীনিনাদ। তৰোৱাল, খৰ্গ, মুদগৰ, ত্ৰিশূল হাতত লৈ থকা কিছুমান ৰাক্ষসৰ ছবিও তাই আঁকিছে। বীভৎস চেহেৰা সিহঁতৰ। কণা, কুঁজা, অন্ধকাৰ ৰাতিৰ দৰে শৰীৰৰ বৰণ।

ৰাক্ষসৰজাৰ অন্তেষপুৰৰ ছবি এখনো আছে। প্ৰকাণ্ড কোঠা এটাৰ সোঁ মাজত এখন বহল পালেং। হাতীৰ দাঁত আৰু সোণৰ কাৰুকাৰ্য কৰা আছে তাত। পালেঙৰ মূৰ শিতানত এটা প্ৰকাণ্ড ছাতি। দুগৰাকী ৰমণীয়ে চামৰ হাতত লৈ পালেঙৰ ওচৰত থিয় হৈ আছে। এই পালেঙত শুই আছে ৰাক্ষস-ৰাজ ৰাৱণ। তেওঁ সৰ্বশৰীৰত চন্দন লেপি লৈছে। তেওঁ পিন্ধিছে সোণৰ সূতাৰে বোৱা বস্ত্ৰ। যেন গছ-লতাৰে পৰিপূৰ্ণ মন্দৰ পৰ্বত হামকুৰি খাই পৰি আছে পালেঙৰ ওপৰত।... ৰ'জমেৰিয়ে ৰাক্ষস-ৰাজ অলংকাৰেৰে শোভিত ভুজদ্বয়ো সুন্দৰকৈ আঁকিছে। এই ভুজদ্বয়ত ঐৰাৱতে কৰা ঘাৰ চেকাও তাই দেখুৱাবলৈ পাহৰা নাই। বাল্মীকিয়ে এই ভুজদ্বয়ক মন্দৰ পৰ্বতৰ পাদদেশৰ দুডাল বিষাক্ত সাপৰ লগত তুলনা কৰিছিল, ইন্দ্ৰৰ ধ্বজৰ লগতো তুলনা কৰিছিল। ৰ'জমেৰিয়ে ৰাৱণৰ আশে-পাশে শুই থকা যুৱতীৰ চিত্ৰ আঁকিছে। এই নাৰীৰ দেহবোৰত 'নাথদ্বাৰা' আৰু 'ফৰাছী' শিল্পৰ প্ৰভাৱ পৰিছে যদিও ভাব হয়—এইবোৰ ৰবি ৱাৰ্মাৰ চিত্ৰৰ পৰা উঠি আহি ৰ'জমেৰিৰ চিত্ৰত লীন হৈ গৈছে। বীণা সাবটি থকা যুৱতী এগৰাকীৰ চিত্ৰও ইয়াত আছে। বাল্মীকিয়ে এই নাৰী আৰু বীণাৰ বৰ্ণনা কৰিছিল মহানদীৰ সোঁতত ভাঁহি যোৱা এপাহ পদুম ফুল বীণাস্বৰূপ

নৌকাৰ ওচৰলৈ আহি লগ লগা এটা উপমাৰে। আন এগৰাকী নাৰীক ডম্বৰু এটা এনেকৈ ধৰি শুই থকা দেখুওৱা হৈছে—যেন ডম্বৰু নহয়, নিজৰ পুত্ৰ সন্তানকহে বুকুত লৈ শুই আছে।... এগৰাকীক পানীৰ কলহ লৈ এনেভাৱে টোপনি যোৱা দেখুৱাইছে যে তাই ক'বই নোৱাৰে যে কলহৰ পানী টোপ টোপকৈ তাইৰ নিটোল দেহত পৰি সাং হৈ গৈছে। তাইৰ দেহ চপচপীয়া হৈ পৰিছে, কাঞ্চন প্ৰদীপৰ পোহৰত তাইৰ দেহ উজ্জ্বল হৈ উঠিছে (ৰ'জমেৰিৰ তুলিকাৰ অপূৰ্ব শক্তিত প্ৰকট হৈ উঠিছে)। আঃ। অন্য এখন চিত্ৰত সৌৱা এক সুন্দৰী সৰলাই স্বৰ্ণ কলহৰ দৰে স্তনদ্বয়ক দুয়ো হাতেৰে লুকুৱাই শান্তিৰে নিদ্ৰা গৈছে। এইবোৰ বাল্মীকিয়ে বৰ্ণনা কৰি গৈছে।

"ইস ইস ইস। এই প্ৰকাণ্ড চিত্ৰখনে গণ্ডগোল লগাব কিন্তু।"

চিত্ৰবোৰৰ ওচৰত ভিৰ কৰা দৰ্শকে হা-কৈ মুখ মেলি এখন ভয়ংকৰ চিত্ৰ চাবলৈ ধৰিলে।

এইখন শুই থকা ৰাৱণৰ চিত্ৰ। ভব্য বপুৰ ৰাৱণ মণি-মাণিক্যখচিত পালেঙৰ ওপৰত শুই আছে। স্বৰ্ণ প্ৰদীপৰ পোহৰত ইন্দ্ৰৰ বজ্ৰই তেওঁৰ বাহুত কৰা ক'লা ক'লা দাগবোৰ ক'লা সৰ্পৰ দৰে প্ৰকট হৈ পৰিছে। বিভিন্ন নাৰীৰ আলিংগনৰ ফলত তেওঁ ব্যতিব্যস্ত হৈ পৰিছে। বাজু, বলয়, স্বৰ্ণ কুণ্ডল, বৈদুৰ্যখোদিত স্বৰ্ণ মুকুট। কিন্তু তেওঁৰ বাওঁ বাহুত সেইগৰাকী সুন্দৰী কোন? তাইৰ কঁকালৰ ৰত্নখচিত কমৰ-বন্ধনী ছিগি তাৰ মণি-মুক্তা ৰাক্ষস-ৰজাৰ চন্দন-লেপিত শৰীৰত সিঁচৰতি হৈ পৰিছে। ডিঙিৰ হৰশৃংগাৰ আৰু পদ্মফুলৰ মালাও ছিগি পালেঙৰ তলত বাগৰি পৰিছে। ... ইস ইস ইস। ৰাক্ষস-ৰাজ দশস্কন্ধৰ অস্ত্ৰৰ দৰে হাতৰ নখে কৰা ক্ষতৰ ফলত ৰমণীৰ স্তনযুগল ৰক্তাক্ত হৈ পৰিছে। তাইৰ স্তনদ্বয়ৰ পৰা বাগৰি অহা সেই ৰক্তই ৰত্নখচিত মজিয়াত পৰি আৰু দূৰলৈকে প্ৰবাহিত হৈ গৈছে। ৰাক্ষসৰজাৰ এই ভয়ংকৰ ছবিখনে দৰ্শক আৰু আন আন মানুহকো ছবিখনৰ ওচৰলৈ টানি আনিলে। এটা ডাঙৰ ভিৰ হ'ল ছবিখনৰ সন্মুখত।

ছাত্ৰসকলৰ দল এটা আৰু জঁটাধাৰীয়ে চিঞৰি চিঞৰি ৰ'জমেৰিক ধিক্কাৰ দিবলৈ আৰম্ভ কৰিলে। ভিৰ বাঢ়ি আহিল। প্ৰচণ্ড কোলাহলৰ সৃষ্টি হ'ল।



আঠ

# ৰাক্ষস (দুই)

ৰ'জমেৰিৰ এখন চিত্ৰত মদিৰা পান কৰি নিদ্ৰা যোৱা এক নাৰীৰ চিত্ৰ আছিল। তাইৰ পোছাক কোঁচ-মোচ খাই পৰিছিল। পকা ডিমৰুৰ দৰে কাইৰ নাভি প্ৰকট হৈ পৰিছিল। তাইৰ চাৰিওফালে পৰি আছিল পানপাত্ৰসমূহ। ৰ'জমেৰিয়ে ফৰাছী আৰু নাথদ্বাৰা শিল্পৰ আৰ্হিৰে এই চিত্ৰ আঁকিছিল।

বাল্মীকিয়ে স্বৰ্ণময় বিশাল পাত্ৰত সুৰক্ষিত হৈ থকা নানা ধৰণৰ মাংসৰ বৰ্ণনা দিছিল। সম্পূৰ্ণৰূপে পান কৰা মদিনাৰ পাত্ৰ, আধা ভাগ খাই শেষ কৰা মদিৰাৰ পাত্ৰ, মজিয়াত বাগৰি পৰা মদিৰাৰ পাত্ৰ...

কিন্তু কি কাণ্ড এয়া? দৰ্শকসকলে আহি ভিৰ কৰিছেহি সেই ভয়ানক চিত্ৰখনৰ আশে-পাশে। ছিংগাপুৰ হৈ দক্ষিণ ভাৰতৰ পৰা অহা ছাত্ৰকেইগৰাকীমানে কোৰ্হাল কৰি উঠিল, "ৰাৱণৰ প্ৰতি এয়া অন্যায় কৰা হৈছে। দ্ৰাবিড় ৰজাক এয়া অপমান কৰা হৈছে।"

"ৰাৱণে কেতিয়াও কোনো নাৰীক নিজৰ ইচ্ছাৰ বিৰুদ্ধে ধৰ্ষণ কৰা নাছিল।"

গোটেইকেইটা ছাত্ৰই এইবাৰ "অন্যায় অন্যায়" বুলি আটাহ পাৰিবলৈ ধৰিলে।

ভিৰ বাঢ়ি অহাৰ লগে লগে কোলাহলো বৃদ্ধি পালে। ভিৰ ঠেলি ঠেলি সন্ন্যাসী হৰিনাৰায়ণ আগুৱাই আহিল। তেওঁৰ ডিঙিত ফুলৰ মালা এডাল ডগমগাই আছিল। ভিৰৰ সন্মুখত থিয় হৈ তেওঁ পুংখানুপুংখৰূপে আকৌ ছবিখন চাবলৈ ধৰিলে। কুৰ্তাৰ পকেটৰ পৰা ৰুমাল উলিয়াই তেওঁ চশমাযোৰ ভালকৈ মচি লৈ আকৌ বৰ গভীৰভাৱে ছবিখন চালে। এই কথা সঁচা যে ৰ'জমেৰিৰ ছবিত ৰঙৰ বিচিত্ৰতা দেখি তেওঁ কিছু সময় স্তব্ধ হৈ ৰ'ল। তাৰ পাছত তেওঁ ফুচফুচাই কোৱাৰ দৰে ক'লে—"বাল্মীকিয়ে বৰ্ণনা কৰি গৈছিল

ৰাৱণৰ লংকাত অচলা লক্ষ্মী বিদ্যমান। কুবেৰ, যমতকৈও ৰাৱণৰ ঐশ্বৰ্য-বিভূতি অধিক।" সুন্দৰাকাণ্ডৰ নৱম, দশম আৰু একাদশ সৰ্গত বাল্মীকিয়ে বিস্তৃতভাৱে বৰ্ণনা দিছে ৰাৱণৰ লংকাৰ। নাই নাই, ক'তো তেওঁ এই চিত্ৰত দেখুওৱাৰ দৰে বৰ্ণনা পঢ়া নাই। মহাবাহু হনুমানে কাঞ্চন প্ৰদীপৰ পোহৰত ৰাৱণৰ অন্তেষপুৰত শুই থকা যুৱতীৰ অৰ্ধনগ্ন ৰূপৰাশি দেখি কিছু ভয় আৰু গ্লানিত নিজকে নিজে প্ৰশ্ন কৰিছিল—"ইস ইস। এই অৰ্ধনগ্ন নাৰীসকলক মই দৰ্শন কৰিলো। মোৰ ধৰ্ম নষ্ট হ'ল নেকি? কিন্তু মইতো সেই দৃষ্টিৰে 'পৰনাৰী' কেতিয়াও দৰ্শন কৰা নাই। মইতো উত্তেজিত হোৱা নাই। মন ... হয়, মনেই হৈছে সকলো। মনেই ইন্দ্ৰিয়ৰ লেকাম ধৰি থাকে। সেই মন মোৰ বশীভূত।" হৰিনাৰায়ণে আকৌ ভাবিলে—নাই নাই, এনে চিত্ৰৰ বৰ্ণনা মইতো ক'তো পঢ়া নাই।

সকলোৱে সমস্বৰে চিঞৰি উঠিল—"হয় হয়, এনে বৰ্ণনা আমি ক'তো পোৱা নাই।"

আকৌ গদ-গদ কণ্ঠস্বৰেৰে সন্ন্যাসী হৰিনাৰায়ণে চিঞৰি উঠিল, "এনে বৰ্ণনা বাল্মীকিয়ে দিয়া নাই। বাল্মীকিয়ে স্পষ্ট ভাষাৰে কৈ গৈছে—ব্ৰাহ্মণ, দৈত্য, ৰাজৰ্ষি, গন্ধৰ্ব সকলোৰে কন্যা ৰাক্ষস-ৰাজৰ প্ৰেমিকা হৈছিল। সীতাৰ বাহিৰে কোনো নাৰীক তেওঁ জবৰদস্তি হৰণ কৰা নাই। লিখি গৈছে বাল্মীকিয়ে—বৈদেহীৰ বাহিৰে সেই নাৰীসকলে ৰাক্ষস-ৰাজৰ সৌন্দৰ্য, শক্তি আৰু গুণত মুগ্ধ হৈ নিজেই আহি ৰাৱণৰ ওচৰত ধৰা দিছিল। স্বৰ্ণ প্ৰদীপৰ পোহৰত ৰাৱণৰ অন্তেষপুৰত শুই থকা ৰমণীহঁতৰ অলংকাৰ, পুষ্পমালা আৰু নিজৰ নিজৰ সুন্দৰ অংগ এনে ধৰণে একাকাৰ হৈ পৰিছিল যে কোনটো কি বস্তু মহা পৰাক্ৰমী পৱন-নন্দনে ধৰিব পৰা নাছিল। যেন চ'ত মাহত ফুলেৰে উপচি পৰা এয়া এক লতা-বন। ছিগি যোৱা মালাৰ দৰে পৰি আছে ৰমণীহঁত। ৰাৱণ-বটবৃক্ষৰ গুৰি আঁকোৱালি ধৰিছে এই পুষ্পমালাই।"

গণ্ডগোল শুনি বাহিৰত আহি থিয় হোৱা কমলাদেৱীয়ে সন্ন্যাসী হৰিনাৰায়ণৰ সুৰতে সুৰ মিলাই কবি মাধৱ কন্দলিৰ পদ এফাঁকি গাই শুনালেঃ

*অনেক সুন্দৰী সৱে ৰাজাৰ গাৱত ধৰি*
*শুতিলেক অতি মনৰঙ্গে।*
*ডাঙ্গৰ বৃক্ষক যেন নানাভাৱে বেঢ়ি আছে*
*কোমল মাধৱীলতা সঙ্গে।*

শিৱসিন্ধু ট্ৰাষ্টৰ খৰচত অহা দক্ষিণ ভাৰতৰ ছাত্ৰ এজনে ইংৰাজী ভাষাৰেই ক'লে, "বলাৎকাৰ ৰাৱণে কৰিবই নোৱাৰে। ৰম্ভাৰ শাপ আছিল।"

"ৰম্ভাৰ শাপ?"

"হয় হয়, ৰম্ভাৰ শাপ"—কমলাদেৱীৰ প্ৰশ্নৰ উত্তৰ দি ক'লে ছাত্ৰজনে, "প্ৰেমিক নলকুবেৰৰ ওচৰলৈ যোৱা ৰম্ভাক বলাৎকাৰ কৰা বাবে ৰম্ভা আৰু নলকুবেৰে অভিশাপ দিছিল—এনেদৰে ভৱিষ্যতে জবৰদস্তি কৰিলে ৰাক্ষস ৰজাৰ মূৰ খণ্ড খণ্ড হৈ পৰিব। পতিব্ৰতা নাৰীৰ নিজ ধৰ্মৰ দ্বাৰা আহৰণ কৰা অগ্নিৰ বুকুত ৰাক্ষস ৰজা জহি যাব।"

সকলোৰে মাজত আকৌ গুণগুণনি উঠিল।

ভিৰৰ মাজৰ এজন দৰ্শকে প্ৰকাণ্ড চিত্ৰখনৰ পিনে আঙুলিয়াই চিঞৰিবলৈ ধৰিলে—"আমি ৰামায়ণৰ কোনো স্থানতে এনেকুৱা বৰ্ণনা পোৱা নাই।"

এইবাৰ দক্ষিণ ভাৰতৰ ছাত্ৰজনে আকৌ আটাহ পাৰি উঠিল, "মই কম্বনৰ প্ৰখ্যাত ৰামায়ণতো কিন্তু ৰাৱণৰ জবৰদস্তিৰ কথা পঢ়া নাছিলো। বৰং পঢ়িছিলো স্বয়ং তিলোত্তমা অপ্সৰাই ৰাৱণৰ পাণ-দান পৰিষ্কাৰ কৰিছিল, ভৰি ধুৱাই নানা ধৰণৰে সেৱা কৰিছিল। এইবোৰ কৰিবলৈ তেওঁ স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি আহিছিল।"

ভিৰৰ মাজৰ এজন তৰুণ দৰ্শকে কিৰিলি পাৰি উঠিল, "স্বৰ্গলোক এৰি ৰাক্ষসৰ লংকালৈ?"

"কিয়? লংকাৰ তুলনা আছিল জানো? কম্বনে কৈ গৈছে, ইন্দ্ৰৰ সোণৰ অমৰাৱতী, নাগলোকৰ ৰাজধানী, আনকি এই বিশাল ধৰণীৰ সকলোবোৰ নগৰকে চেৰ পেলাইছিল ৰাক্ষস-ৰাজৰ লংকাপুৰীয়ে। আকাশৰ চন্দ্ৰ-সূৰ্যই তেওঁৰ মনৰ ভাব বুজিহে যেন বিচৰণ কৰিছিল। সকলো লোকতে বাস কৰা সুন্দৰীহঁতে তেওঁক প্ৰেমিক হিচাপে পাবলৈ বাঞ্ছা কৰিছিল। এই সুন্দৰীহঁতে ৰাক্ষস-ৰাজৰ ৰূপ ধ্যান কৰি কৰি ক্ষীণাংগী হৈ পৰিছিল। কিন্তু ৰাক্ষস ৰজাই হৃদয়ৰ মণিকোঠাত সীতাকহে স্থান দিছিল।"

সকলোৰে চকু এইবাৰ পাণ্ডিত্যপূৰ্ণ ভাষণ দিবলৈ ধৰা মানুহজনৰ ওপৰত পৰিল। তেওঁৰ মূৰত হেট, পিন্ধনত ছাই ৰঙৰ ছুট। তেওঁ আকৌ ক'লে—"ৰাৱণৰ অন্তেষপুৰৰ কামবিহ্বলা ৰমণীৰ যি চিত্ৰ আঁকা হৈছে সেই চিত্ৰ একমাত্ৰ মহাকবি বাল্মীকিয়েই আঁকিব পাৰিব; আন কোনেও নোৱাৰে। হয় হয়, মোৰ স্পষ্ট মনত আছে কোনো কোনো ৰমণীয়ে এনেদৰে মদিৰা পান কৰি শুইছিল যে টোপনিতে এজনীয়ে আনজনীৰ ওঁঠ চুম্বন কৰিছিল এই ভাবিয়েই যে তেওঁলোকে যেন ৰাৱণৰহে ওঁঠ চুম্বন কৰিছে। উঃ! বিহ্বলা কামিনীৰ কি বিস্তৃত বিৱৰণ।"

সকলোৰে গিৰ্জনি মাৰিলে।

"এৰো এৰা। বিস্তৃত বিৱৰণ আছে। এজনীয়ে আন এজনীৰ বক্ষ স্পৰ্শ কৰি, বাহু স্পৰ্শ কৰি, কৰঙ্গন সাবটি ধৰি নিদ্ৰা যোৱা সেই চিত্ৰ বৰ নিপুণ চিত্ৰশিল্পীয়েহে হয়তো নিজৰ মনোহৰ তুলিকাৰে তুলি ধৰিব পাৰিব। বাল্মীকিয়ে স্পষ্ট ৰূপেৰে লিখি গৈছে—এই যুৱতীসকল স্বৰ্গৰ পৰা পৃথিৱীলৈ আহিছে। যিবোৰ তাৰকা নিজৰ পুণ্যক্ষয়ৰ বাবে আকাশৰ পৰা পতিত হৈছে তেওঁলোকেই যেন পৰমাসুন্দৰী যুৱতী হৈ আহি ৰাৱণৰ অন্তেষপুৰত আশ্ৰয় পাইছে। কিন্তু ৰাৱণৰ সৈতে একেখন পালেঙত এনেদৰে... নাই নাই, এনে দৃশ্য নাই। পদ্মপত্ৰৰ দৰে নয়নৰ, সুন্দৰ নিতম্বৰ যুৱতী এজনীয়ে আনজনীক আঁকোৱালি ধৰি শুই থকাৰো বৰ্ণনা আছে। কিন্তু এনে দৃশ্য এই ভয়ংকৰ দৃশ্য..."

কিছু সময় স্তব্ধ হৈ সন্ন্যাসী হৰিনাৰায়ণে যেন কিবা এটা চিন্তা কৰিলে; তাৰ পাছত কিবা এটা কথা মনত পৰাৰ দৰে তেওঁ আটাহ্ পাৰি উঠিল, "পৱন-পুত্ৰ হনুমানে ৰাৱণৰ প্ৰিয় পত্নী মন্দোদৰীক এখন অন্য পালেঙতহে শুই থকা দেখিছিল। এই শয্যা আনবোৰ শয্যাতকৈ পৃথক আছিল। বৰ নিশ্চিন্ত হৈ মণিমুক্তাৰ অলংকাৰ পৰিধান কৰি মন্দোদৰী শুই আছিল। মন্দোদৰীক দেখি সীতা বুলি ভুল কৰি হনুমানে নিজৰ ফূৰ্তি জাহিৰ কৰিবলৈ এটা স্তম্ভৰ পৰা আন এটা স্তম্ভলৈ জঁপিয়াই ফুৰিছিল, মূৰ জোকাৰিছিল, নেজ কামুৰিছিল। আনন্দত এনেদৰে উত্ৰাৱল হৈ উঠিছিল এই বাবেই যে পৱন-পুত্ৰই মন্দোদৰীকে সীতা বুলি ভুল কৰিছিল। কিন্তু এক মুহূৰ্তলৈহে গভীৰভাৱে ভবাৰ পাছত হনুমন্তবীৰে জানিলে—ইমান নিশ্চিন্ত হৈ সীতাই টোপনি যাব পাৰিবনে? পৰ-পুৰুষৰ অন্তেষপুৰত ৰামৰ বিৰহত মুমূৰ্ষু সীতাই ইমান নিশ্চিন্ত হৈ টোপনি যাবনে?"

নাই নাই, সেয়া সীতা হ'ব নোৱাৰে। কমলাদেৱীয়েও চিৎকাৰ কৰি উঠিল—"মাধৱ কন্দলিৰ হনুমানে ৰমণীহঁতৰ মুখ শুঙি চাইছিল। যিজনীৰ মুখত মদিৰাৰ গোন্ধ নাপালে সেইজনীয়েই সীতা হ'ব বুলি ধৰি লৈছিল।"

কিন্তু ৰাৱণৰ লগত এনেদৰে শুই থকা এই ৰমণীৰ দৃশ্য?

আকৌ থমক খাই ৰ'ল সন্ন্যাসী হৰিনাৰায়ণ।

সভাগাৰৰ পৰা সৰহভাগ মানুহে বাহিৰলৈ ওলাই আহি এই প্ৰদৰ্শনীৰ চাৰিওফালে গুণগুণাবলৈ ধৰিলে। দক্ষিণ ভাৰতৰ পৰা অহা ছাত্ৰকেইজন অসন্তুষ্ট হোৱাৰ দৰে দেখা গ'ল।

সন্ন্যাসী হৰিনাৰায়ণেও এইবাৰ ৰুক্ষ কণ্ঠে ক'লে—"ৰ'জমেৰি, এইখন তুমি আঁতৰ কৰা।"

ৰ'জমেৰিয়ে ক'লে—"কাব্যত যদি প্ৰক্ষেপ আহিব পাৰে, চিত্ৰত আমি কিয় আমাৰ কল্পনা খটুৱাব নোৱাৰিম?"

সন্ন্যাসী হৰিনাৰায়ণে আকৌ দোহাৰিলে—"জানানে, ব্ৰাহ্মণ, ৰাজৰ্ষি, গন্ধৰ্বৰ অনেক স্ত্ৰীয়ে ৰাক্ষস-ৰজাৰ বল-বীৰ্যৰ দ্বাৰা আকৰ্ষিত হৈ নিজে আহি ৰাৱণৰ ওচৰত উপস্থিত হৈছিল? সীতাৰ বাহিৰে তেওঁ বলেৰে কাকো হৰণ কৰা নাই।"

ছবিখনক আগুৰি ধৰা দৰ্শকৰ এক অংশই চিঞৰি উঠিল, "হয় হয়, সীতাৰ বাহিৰে ৰাৱণে বলপূৰ্বক কাকো হৰণ কৰা নাছিল। তেনেস্থলত ৰাৱণে এক নাৰীক পশুৰ দৰে আক্ৰমণ কৰা এই চিত্ৰই 'হাংগামা' আৰম্ভ কৰিব। আঁতৰ কৰা, আঁতৰ কৰা এই চিত্ৰ চকুৰ আগৰ পৰা।"

নাই, ৰ'জমেৰিয়ে কেটুকুটেই নকৰিলে। হয়, হয়, আজি যেন তাই যুদ্ধ কৰিম বুলিয়েই আগুৱাই আহিছে।

দক্ষিণ ভাৰতৰ ছাত্ৰ দুজনে সকলোৰে শুনাকৈ চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "উত্তৰ ভাৰতৰ কবি-শিল্পীসকলে ৰাক্ষসৰাজক এনেকৈ চিত্ৰিত কৰিয়েই বাঃ বাঃ ল'ব খোজো।"

আন এজনে ক'লে, "মহাকবি তুলসীদাসেই বাট দেখুৱাই গৈছে—ভিলেইন আৰু ৰাক্ষসৰ পোছাক এনেদৰেই পিন্ধাই দিছে যে ৰাক্ষসৰাজে আৰু উশাহ ল'ব পৰা নাই। নিজৰ প্ৰিয় পত্নীৰ মুখেৰেও গ্লানিময় কথা শুনাইছে। যুদ্ধক্ষেত্ৰত পৰি থকা ৰাৱণৰ মৰাশৰ ওচৰলৈ গৈ মন্দোদৰীয়ে নিজৰ স্বামীৰ প্ৰতি কেনে ধৰণৰ বিষোদগাৰ কৰিছিল শুনা নাইনে?

অব তব সিৰ ভুজ জম্বুক খাঁহী।
ৰাম বিমুখ মহ অনুচিত নাহী।"

(এতিয়া তোমাৰ মূৰ আৰু হাত শিয়াল-কুকুৰে খাব। ৰাম বিমুখৰ এয়া অনুচিত নহয়।)

সন্ন্যাসী হৰিনাৰায়ণে ছাত্ৰ দুজনক শান্ত কৰিবলৈ হাত দাঙি ক'লে, "সেই যে মন্দোদৰীয়ে কোৱা নাইনে ঃ

*আজনম তে পৰদ্ৰোহৰত*
*পপৌঘময় তব তনুঅয়ং*
*তুমহহুঁ দিয়ো নিজ ধাম ৰাম*
*নমামি ব্ৰহ্ম নিৰাময়ং।"*

(জন্মৰে পৰা তুমি আনক নিন্দা কৰি আহিছা। আনৰ প্ৰতি দ্ৰোহ আচৰণ কৰি আহিছা। তোমাৰ শৰীৰ পাপত লিপ্ত হৈ আছে। তথাপি ৰামে তোমাক নিজৰ ধাম বৈকুণ্ঠত আশ্ৰয় দিছে। সেই পৰমব্ৰহ্ম নিৰাময়ক মই প্ৰণাম কৰোঁ।)

ছাত্ৰইঁত কিন্তু সহজে এৰি দিয়া ভকত নহয়। সিহঁতে চিএঞৰ-বাখৰ কৰি থাকিল।

এইখিনি সময়তে যেন এটা বিস্ফোৰণহে ঘটিল।

"ৰ'জমেৰি, হায় হায়। ৰ'জমেৰি, হায় হায়"—বুলি চিঞৰিবলৈ ধৰিলে। ভিৰৰ মাজত চামিল হোৱা দৰ্শক এজাকে।

সভাগাৰৰ পৰা কোঁ-কোঁৱাই ওলাই আহিল পৰম ভক্ত, ৰাম-ৰস-সাগৰত সম্পূৰ্ণৰূপে মজি থকা পুৰুষ শাস্ত্ৰী মহাৰাজ।

চাৰিওফালে যেন কাঁহ পৰি জীন গ'ল। সকলোৱে ভাবিলে, ধিক ধিক শব্দেৰে শাস্ত্ৰী মহাৰাজে যেন চিঞৰি উঠিব। এৰা, আটাহ পাৰি উঠিব—সীতা হৰণৰ চিত্ৰ আঁকি তুমি সেইবাৰো গণ্ডগোল কৰিছিলা; আজি আকৌ এই চিত্ৰ। ৰ'জমেৰি, তুমি মণ্ডলীত চামিল হোৱাৰ যোগ্য ব্যক্তি নোহোৱা। তুমি কামাসক্ত! কামাসক্ত ব্যক্তিয়েহে এনে চিত্ৰ আঁকিব পাৰে। ধিক্কাৰ দিছোঁ, ধিক্কাৰ দিছোঁ, ৰ'জমেৰি।

নাই নাই, শাস্ত্ৰী মহাৰাজে একো নক'লে। তেওঁ কেট-কুট নকৰাকৈ বৰ গভীৰভাৱে কিছু সময় চিত্ৰখন চাই থাকিল। তাৰ পাছত তেওঁ চিত্ৰখনৰ পিনে পিঠি দি ভিৰক উদ্দেশ্য কৰি চিঞৰি উঠিল, "আপোনালোক সকলো এতিয়া সভাঘৰৰ ভিতৰ সোমাওক। কেম্বোডিয়াৰ পৰা অহা পণ্ডিতে ভাষণ দি আছে। বৰ মৰ্মজ্ঞ বিষয়—The Relevance of Ramayana to the Modern World. আহক আহক, মোৰ পিছে পিছে আহক।"

তেওঁ কোঁ-কোঁৱাই গৈ সভাগাৰৰ ভিতৰ সোমাল। তেওঁৰ পিছে পিছে এলানি মানুহ সভাগাৰৰ পিনে আগুৱাই গ'ল।

ঠিক এইখিনি সময়তে আকৌ যেন এটা বিস্ফোৰণ ঘটিল।

চিত্ৰখনক উদ্দেশ্য কৰি ভিৰৰ মাজৰ পৰা কোনোবাই এডাল ফৰ্মূটি মাৰি পঠিয়ালে।

ফৰ্মূটিডাল অৱশ্যে চিত্ৰখনত নপৰিল; পৰিল ৰ'জমেৰিৰ শৰীৰতহে।



ন

# ছাৰ শিৱসাগৰ ৰামগোলামৰ সমাধিত

মৰিছাছৰ ৰাষ্ট্ৰপিতা ছাৰ শিৱসাগৰ ৰামগোলামৰ সমাধি আছিল এক অপূৰ্ব উদ্যানৰ মাজত। শেষ সভা আৰম্ভ হ'ল এই উদ্যান অৰ্থাৎ সমাধিৰ সন্মুখত।

ৰামায়ণ মণ্ডলীৰ সভ্যসকলৰ বাহিৰেও আজি সভাত ঠাহ খাই পৰিল মৰিছাছৰ এসময়ৰ ভাৰতীয় শ্ৰমিকসকলৰ বংশধৰসকল। কেইবাগৰাকীও মন্ত্ৰীয়ে আহি আজি সভাৰ শোভাবৰ্ধন কৰিলে।

সকলোৱে ঘাঁহৰ ওপৰত লেপেটা কাঢ়ি বহিল। মন্ত্ৰীসকলেও সন্মুখৰ শাৰীত শাৰী পাতি বহিল। নাই, ইয়াত দেহৰক্ষী সেনাৰ দহৰম-মহৰম নাই। নেভি ব্লু আৰু আকাশী ৰঙৰ ইউনিফৰ্ম পিন্ধা পুলিচ দুটামান পুলুং-পালাং কৰি থকাহে দেখা গ'ল। সৰহভাগে মূৰৰ মজবুত টুপীবোৰ খুলি থৈছে। সিহঁতৰ মূৰৰ ঘন, কেঁকোৰা, ৰাতিৰ অন্ধকাৰৰ দৰে চুলিয়ে সোঁৱৰাই দিছে—সিহঁতৰ পূৰ্বপুৰুষসকল নিশ্চয় মাদাগাছকাৰৰ পৰা আহিছিল।

হৃষ্ট-পুষ্ট চেহেৰাৰ মন্ত্ৰীকেইজনে বৰ আগ্ৰহেৰে ৰামায়ণৰ কথা শুনিবলৈ আহিছে। বাতাবৰণ অপূৰ্ব। নাই নাই, এই মুহূৰ্তত কাৰো আৰু মনত নাই যে এই ভূমিতে তেওঁলোকৰ ককাকহঁতে চাবুকৰ কোব খাইছিল। আঃ! তেওঁলোকে যি সপোনৰ বাবে জীৱন দি থৈ গ'ল এতিয়া সেই সপোন দিঠকত পৰিণত হৈছে। তেওঁলোকৰ ৰক্তপ্ৰবাহ বহন কৰা পুৰুষ এই মুক্তা-মাণিকৰ দ্বীপ মৰিছাছৰ শাসনকৰ্তা হৈছে। তেওঁলোকৰ পূৰ্বপুৰুষ কোনো কোনোৱে নিজেই গৰু হৈ গাড়ী টানিব লাগিছিল। তেওঁলোকে শৰীৰৰ ঘাম আৰু ৰক্তেৰে তৈয়াৰ কৰা আলিৰে এতিয়া সেই একেই ৰক্তপ্ৰবাহ বহন কৰাসকলে শীত-তাপ নিয়ন্ত্ৰিত গাড়ীৰে অহা-যোৱা কৰিছে। এয়ে কালৰ ৰহস্যময় প্ৰবাহ-অনন্ত আৰু অবধিহীন।

কিছু দূৰৈত 'ইণ্ডিয়ান এম্বেছি'ৰ পৰা অহা বিষয়াকেইগৰাকীক সতৰ্ক দৃষ্টিৰে সকলো নিৰীক্ষণ কৰি থকা দেখা গ'ল। এৰা, আই.ছি.ছি আৰে পঠোৱা সভ্যও আহিছে। দুখন ৰাষ্ট্ৰৰ সম্পৰ্কৰ কথা আছে। সতৰ্ক হোৱাৰে কথা।

আজিৰ সভা এক মুকলি মঞ্চহে আছিল। সকলোৱে শাস্ত্ৰী মহাৰাজ, সন্ন্যাসী হৰিনাৰায়ণ আৰু মাধবানন্দৰ মুখৰ পৰা ৰামায়ণৰ অমৃতবাণী শুনিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

শাস্ত্ৰী মহাৰাজৰ বাবে আসন পাতি দিয়া হ'ল। এই আসনখনৰ ওপৰত তেওঁ সহজ হৈ বহিল। আজি তেওঁ সম্পূৰ্ণৰূপে গেৰুৱা বস্ত্ৰ পিন্ধি আহিছে। কান্ধৰ উত্তৰীয়ও গেৰুৱা। কপালত চন্দনৰ ৰেখা। ডিঙিত ৰুদ্ৰাক্ষৰ মালা। তেওঁৰ ওচৰত আহি বহিল তেওঁৰ সহচৰ সন্ন্যাসী হৰিনাৰায়ণ। মূৰৰ ওপৰলৈ হাত তুলি তেওঁ ৰমণীয় উদ্যানলৈ চালে। অদ্ভুত! অবিশ্বাস্য! তেওঁ আৰ্তনাদ কৰি উঠিল, "শিৱসাগৰ ৰামগোলাম শুই থকা এই উদ্যানে মোক আজি মনত পেলাই দিছে ৰাম কাব্যৰ উদ্যানসমূহলৈ।"

বননিত আসন পাতি বহি থকা মন্ত্ৰীসকলে সমস্বৰে ক'লে, "সন্ন্যাসী বাবাৰ কণ্ঠেৰে এটা দোহা হওঁক।"

হাৰমনিয়াম লৈ দোহা গোৱা সন্ন্যাসী হৰিনাৰায়ণৰ সংগীতে ইতিমধ্যে সকলোৰে মন মুগ্ধ কৰি ৰাখিছিল। কিন্তু এই মুহূৰ্তত তেওঁ গান গাম বুলি ইয়ালৈ অহা নাছিল।

শাস্ত্ৰী মহাৰাজৰ ওচৰত তেওঁ ঘন হৈ বহিল। ক'লে, "এই প্ৰাচীন গছৰ তলত শিৱসাগৰ ৰামগোলামৰ আত্মা শুই আছে। আপোনালোক সকলোৱে সেই বিদেহী আত্মাৰ সন্মানত নিজৰ নিজৰ আসনৰ পৰা আঁঠু কাঢ়ি প্ৰণিপাত কৰক।"

জোতা আৰু ছুট পিন্ধি অহা চাৰিওজন মন্ত্ৰীয়ে নিজৰ আসনৰ পৰা মূৰ দোঁৱাব খুজি কিছু বিপাঙত পৰিল। তথাপি সন্ন্যাসীগৰাকীক সন্তুষ্ট কৰিবলৈ যন্ত্ৰণা সহ্য কৰিও তেওঁলোকে প্ৰণাম কৰিলে। কিম্ভূত-কিমাকাৰ ভংগীৰে সকলোৱে শিৱসাগৰ ৰামগোলামৰ সমাধিৰ পিনে চাই প্ৰণাম কৰিলে।

সন্ন্যাসী হৰিনাৰায়ণে ৰম্যভূমিলৈ চাই ক'লে, "অঃ! প্ৰতি মুহূৰ্ততে মোক এই ৰম্যকাননে লংকাৰ ৰাক্ষসৰাজৰ মনোমোহা উদ্যানৰ কথা সোঁৱৰাই থাকে। ত্ৰিকূট পৰ্বতৰ ওপৰৰ পৰা পৱনপুত্ৰ হনুমানে এই ৰম্যকানন দেখা পাইছিল। খেজুৰ, পনিয়ল, কেতেকী, কদম, কাঞ্চন, কৰবী ফুলে সুশোভিত কৰি থকা সেই অনন্য কানন! অঃ। অঃ। কি ভব্য বৰ্ণনা মহাকবি বাল্মীকিৰ! আৰু অশোক বাটিকা? সকলো ঋতুতে যি বাটিকাৰ বৃক্ষই পুষ্প প্ৰসৱ কৰে, য'ত তৰু-লতাই সূৰ্যৰ দৰে পোহৰ বিকিৰণ কৰে! চৰাইৰ পাখিৰ আঘাতত বৃক্ষসমূহৰ পৰা

এনেদৰে পুষ্পবর্ষণ হৈছিল যে বাল্মীকিৰ বর্ণনা মতে সীতাক বিচাৰি সেই উদ্যানত উপস্থিত হোৱা হনুমানৰ শৰীৰ ফুলে ঢাকি ধৰাত তেওঁ দেখিবলৈ এখন ফুলৰ পাহাৰৰ দৰে হৈ পৰিছিল। আঃ! কত কল্পনা বাল্মীকিৰ! বনলতাৰে সুসজ্জিত এক পর্বতো পৱনপুত্ৰই দেখা পাইছিল। সুন্দৰ শিলাময় শৃংগ ভেদ কৰি এই পর্বতৰ পৰা এক নদী প্রবাহিত হৈছিল। বাল্মীকিয়ে কল্পনা কৰিছিল এয়া নদী নহয়—কোনো প্ৰণয়িনীয়ে যেন খং কৰিচে প্ৰিয়জনৰ কোলা ত্যাগ কৰি ভূতলত আহি শয়ন কৰিছে।" সন্ন্যাসী হৰিনাৰায়ণে চকু মুদি কিছু সময় সকলোৰে সন্মুখত যেন সাধনাতহে বহিল।

শাস্ত্রী মহাৰাজে এইবাৰ সকলোকে সম্বোধন কৰি ক'বলৈ আৰম্ভ কৰিলে—"আজি আমাৰ সৌভাগ্য এইবাবেই যে মৰিছাছ দ্বীপৰ কেইবাগৰাকীও অমাত্য আমাৰ মাজত উপস্থিত আছে। তেওঁলোকৰ গা-ৰক্ষী সেনাৰ দহৰম-মহৰম ইয়াত নাই। মৰিছাছ দ্বীপমালাক সেনাৰ প্ৰয়োজন নাই। ভাৰত মহাসাগৰৰ মাজত এক বিলাস-ভ্ৰমণৰত নৌকাৰ দৰে বিৰাজ কৰা এই মৰিছাছ দ্বীপে বহিঃজগতৰ আক্ৰমণৰ বাবে এতিয়া তেনেদৰে সজাগ হৈ থকাৰো প্ৰয়োজন নাই। কিন্তু কোনো শাসনকর্তাই নির্বিঘ্ন বুলি ভাবি নিজৰ দেশৰ সীমাৰেখাৰ পৰা জেওৰাবোৰ উঘালি পেলালে নহ'ব। ৰাক্ষসৰাজ ৰাৱণে সেই ভুল কৰিছিল—ভাবিছিল বিশাল সাগৰে দুয়ো বাহু মেলি তেওঁৰ স্বৰ্ণলংকাক ৰক্ষা কৰি আছে। তেওঁ নিশ্চিন্ত আছিল। যিকোনো বিষয়তে নিশ্চিন্ত হোৱা যিকোনো নৃপতিৰ বাবে অজ্ঞানতা আৰু নিবুৰ্দ্ধিতাৰ পৰিচায়ক। দাম্ভিক ৰাৱণে ভাবিছিল—কাৰ সাহ আছে এই উত্তাল বাৰিধাৰা পাৰ হৈ তেওঁৰ স্বৰ্ণলংকাত পদার্পণ কৰে। এনেয়েতো তেওঁ লংকাৰ ভিতৰত পর্বত-ভৈয়াম, নদ-নদীত অজস্ৰ দুৰ্গ বান্ধি থৈছিল। কম্বুজৰ পৰা ধৰি অনা হস্তী আৰু বাহ্লিকৰ বিশালকায় অশ্বৰ দ্বাৰা সুৰক্ষিত হৈ আছিল তেওঁৰ অজস্ৰ দুৰ্গ। ভুলভুলিয়াৰ দৰে তেওঁৰ কৃত্ৰিম দুৰ্গসমূহৰ ৰহস্যময় পথদ্বাৰৰ কথা কোনেও গম নাপাইছিল। দ্বাৰ ৰক্ষা কৰি আছিল সৈনিকসকলে। ক্ষুৰ, লোহাৰ কাঁইটৰ ছবি অংকিত পাৰিঘ, পৰাক্ৰমী ভিন্দিপাল, একেলগে এশ সৈন্য মাৰিব পৰা লোহাৰ কাঁইটেৰে সজ্জিত শতঘ্নী ইত্যাদি অনেক অস্ত্ৰ লৈ ৰাৱণৰ সৈন্যদল সাজু হৈ থাকিলেও অদূৰদৰ্শী ৰাৱণ নিশ্চিন্ত হৈ আছিল—নাই, কোনো আহিব নোৱাৰে তেওঁৰ স্বৰ্ণলংকা আক্ৰমণ কৰিবলৈ। বিশাল সাগৰ পাৰ হৈ কোন আহিব? নাই, চোৱাংচোৱা ৰখাৰো কোনো প্ৰয়োজন নাই। এই নিশ্চিন্ত মনোভাবেই হৈছে পতনৰ কাৰণ।"

হঠাতে শাস্ত্ৰী মহাৰাজে সন্মুখৰ শাৰীত বহি মন্ত্ৰীসকলৰ পিনে মূৰ তুলি চাই ক'লে— "শুনক, ৰাজনীতিত পতন হোৱাৰ প্ৰথম সপোনেই হৈছে নিশ্চিন্ত মনোভাব। এই অৱস্থাই এক 'জহৰিলা সাপ'ৰ দৰে মানসিক জগতত বিচৰণ কৰে। জালপহীয়া সাপে যেনেদৰে চিকাৰক নিজৰ মুখৰ আগলৈ কায়দা কৰি আগলৈ আনিব পাৰে, তেনেদৰে সেই 'নিশ্চিন্ত মনোভাবে' কায়দা কৰি নিজৰ চিকাৰক মুখৰ আগলৈ আনিব পাৰে। ৰাৱণৰ প্ৰিয় ভগ্নী কন্তীনসীক প্ৰবলপ্ৰতাপী মধুদৈত্যই দিন দুপৰতে লংকাৰ মাজ মজিয়াৰ পৰাই হৰণ কৰি নিবলৈ সক্ষম হৈছিল। ইয়াৰ কাৰণো আছিল সেই 'নিশ্চিন্ত মনোভাব।' আৰু শুনক, সেতুবন্ধাৰ দহৰম-মহৰম লাগি আছিল। কিন্তু ততাতৈয়াকৈ ৰাৱণক খবৰ দিবলৈ কোনো নাছিল। এই কথাও ঘটিছিল সেই নিশ্চিন্ত মনোভাৱৰ বাবে।

সন্মুখৰ শাৰীত বহি থকা চাৰিওগৰাকী মন্ত্ৰীৰ এগৰাকীয়ে আনগৰাকীৰ মুখলৈ চালে। তেওঁলোকে হয়তো কিবা ক'ব খুজিছিল, কিন্তু কোনেও মুখ খুলি একো ক'ব নোৱাৰিলে। তেওঁলোকৰ শৰীৰৰ বৰণ পৰিষ্কাৰ নহয়। চাৰিওজনৰে শৰীৰৰ বৰণ ঘেঁহুৰ দৰে। এৰা তেওঁলোকৰ পূৰ্বপুৰুষ বিহাৰৰ ফাৰুখাবাদ অঞ্চলৰ নাইবা হয়তো তেওঁলোক দক্ষিণ ভাৰতৰ মানুহ আছিল। নাক-মুখৰ নক্সাত আৰ্যলোকৰ চিকুণতা নাছিল। কিন্তু মুখমণ্ডলত যেন এক সমাহিত ভাৱে স্থায়ীভাৱে বিৰাজ কৰিছিল।

সন্ন্যাসী হৰিনাৰায়ণে এইবাৰ গদ-গদ কণ্ঠেৰে ক'লে— "হে বৰেণ্যপুৰুষ অমাত্যসকল, সমগ্ৰ ৰামায়ণ যদি চালি-জাৰি চায়, তেতিয়াহ'লে মহিলাসকলৰ ভিতৰত ৰাজনীতিত নিপুণ দুগৰাকী মহিলাহে দেখিব। তেওঁলোক হ'ল দাসী মন্থৰা আৰু ৰাক্ষসৰাজৰ প্ৰিয় ভগ্নী শূৰ্পনখা। এই দুগৰাকীৰ ৰাজনীতিৰ জ্ঞানৰ ওচৰত ৰাজপ্ৰাসাদৰ সুন্দৰী মহিষীসকল সম্পূৰ্ণৰূপেই নিষ্প্ৰভ হৈ গৈছে।"

সাধনাৰ পৰা উঠি সন্ন্যাসী হৰিনাৰায়ণে হাৰমনিয়ামটো বুকুৰ ওচৰলৈ টানি আনিলে। হাৰমনিয়াম বজাই গীত আৰম্ভ কৰাৰ আগেয়ে সন্ন্যাসীয়ে ক'লে- "দণ্ডকাৰণ্যৰ শাসন-ব্যৱস্থা আছিল শূৰ্পনখাৰ মুঠিত। যুদ্ধবিদ্যা আৰু ভেলকিবাজীত পাৰদৰ্শী সেনাধ্যক্ষ আছিল খৰ আৰু দুষণ। সাহায্য কৰাৰ কৰাৰ কাৰণে অহৰহ সাজু আছিল তাড়কাৰ পুত্ৰ ৰাক্ষস মাৰীচ।"

মাৰীচৰ নাম উচ্চাৰিত হোৱাৰ লগে লগে ৰামায়ণ মণ্ডলী আৰু মন্ত্ৰীসকলে উচপিচাই উঠিল। সকলোৱে সমস্বৰে চিঞৰি উঠিল—'মাৰীচ মৰিছাছ। মাৰীচ মৰিছাছ।'

এৰা, মৰিছাছৰ সৈতে ৰাক্ষস মাৰীচৰ এক অভিন্ন সম্বন্ধ আছে। সন্ন্যাসী হৰিনাৰায়ণে হাত দাঙি ক'লে, "হয় হয়, মই ৰাক্ষস মাৰীচৰ কথাও ক'ম। ৰাৱণে স্বয়ং মাৰীচৰ মায়াজ্ঞান আৰু শক্তিৰ কথা উচ্চস্বৰে ঘোষণা কৰিছিল। জ্ঞানীও আছিল মাৰীচ। অৰণ্যকাণ্ডৰ পাঁচিছটা শ্লোকত ৰাক্ষসৰাজক যেনে ধৰণে মাৰীচে জ্ঞান দিবলৈ চেষ্টা কৰিছিল শুনিলে বিস্ময় মানিব লাগিব।"

এইখিনি সময়তে মাৰীচৰ কথা পাছলৈ থৈ সন্ন্যাসীয়ে মন্থৰা আৰু শূৰ্পনখাৰ ৰাজনীতিৰ কথা কিছু ক'ব খুজিছিল। কিন্তু নাই, সন্মুখত বহি থকা মন্ত্ৰী কেইগৰাকীয়ে উচপিচাই উঠিল। গোল মুখৰ মূৰত চুলি কম থকা মন্ত্ৰী এগৰাকীয়ে আসনৰ পৰা উঠি থিয় হৈ ক'লে—"সন্ন্যাসী স্বামী, মাৰীচৰ লগত মৰিছাছৰ সম্বন্ধ অতি গূঢ়। মৰিছাছত প্ৰচলিত কাহিনী মতে শ্ৰীৰামচন্দ্ৰৰ শৰে থকা-সৰকা কৰা মাৰীচে মৃত্যুৰ সময়ত ঈশ্বৰপুত্ৰৰ ওচৰত এটা বৰ বিচাৰিছিল। শ্ৰীৰামচন্দ্ৰই প্ৰশ্ন কৰিছিল—কোৱা কি বৰ লাগে তোমাক? মাৰীচ ৰাক্ষসে কৈছিল—প্ৰভু! মোৰ এই দুই কৰ্ণই যেন অহৰহ আপোনাৰ নাম শুনি থাকে—ৰাম শ্ৰীৰাম। ৰাম শ্ৰীৰাম।

হঠাৎ ভিৰৰ মাজত বহি থকা কমলাদেৱীয়ে থিয় হৈ ক'লে, "ক্ষমা কৰিব মন্ত্ৰী মহোদয়, বাল্মীকিৰ ৰামায়ণত পঢ়িছিলো ধনুৰ্ধাৰী শ্ৰীৰামচন্দ্ৰৰ বাণে মৰ্মস্থল ভেদ কৰাৰ বাবে বাগৰি পৰা মাৰীচে ভেলকিবাজীৰে নিজৰ কায়া আৰু সলাব নোৱাৰিলে। সেয়ে সি পৰ্বতৰ শৃংগৰ দৰে ভয়ানক দাঁত উলিয়াই নিজৰ শৰীৰ বৰ্ধিত কৰিহে মাটিত বাগৰি পৰিছিল। শ্ৰীৰামচন্দ্ৰই মাৰীচৰ ৰক্তাক্ত দেহ ভূতলত পতিত হোৱা দেখিছিল আৰু সেই দেহ তাতেই পেলাই তেওঁ আগবাঢ়ি গৈছিল। পিছলৈ আৰু উভতি চোৱা নাছিল।"

এই গোল মুখৰ মূৰত চুলি কম থকা মন্ত্ৰীগৰাকীয়ে ধৰফৰাই উঠি ক'লে—"ঠিকেই পঢ়িছিলা। আমাৰ এই মৰিছাছ দ্বীপমালাত বাল্মীকিৰ মাৰীচ সম্বন্ধীয় কথাই পুলি-পোখা মেলা নাই। বাল্মীকিয়ে লেখাৰ দৰে সহস্ৰনাগৰ বল বুকুত লোৱা, পৰ্বতৰ দৰে শৰীৰৰ, নীল মেঘৰ দৰে বৰণৰ, হাতত পাৰিঘ অস্ত্ৰ ধাৰণ কৰি ঋষিসকলৰ মাংস ভক্ষণ কৰি ফুৰা মাৰীচৰ চিত্ৰ ইয়াত নাই। আনকি মাৰীচৰ লগত প্ৰথম দেখা-সাক্ষাৎ হোৱা শ্ৰীৰামচন্দ্ৰৰ সেই ছবি..."

সন্ন্যাসী হৰিনাৰায়ণে চিৎকাৰ কৰি উঠিল—"হয় হয়, বাল্মীকিয়ে বৰ্ণনা কৰি যোৱা মতে মাৰীচে প্ৰথমবাৰৰ বাবে যেতিয়া শ্ৰীৰামচন্দ্ৰক দেখা পাইছিল তেতিয়া শ্ৰীৰামচন্দ্ৰৰ মুখত ডাঢ়ি-গোঁফ গজাই নাছিল। অথচ তেওঁৰ শৰীৰৰ

পৰা বিচ্ছুৰিত হোৱা প্ৰভাই সমস্ত দণ্ডকাৰণ্যক পোহৰ কৰি তুলিছিল। মাৰীচে শিশু বুলি ভাবি তেওঁলৈ ভ্ৰুক্ষেপেই কৰা নাছিল। শ্ৰীৰামচন্দ্ৰৰ শৰে মাৰীচক এশ যোজন দূৰৈৰ সাগৰলৈ নিক্ষেপ কৰিলে। এবাৰ নহয়, মাৰীচে দুবাৰ শ্ৰীৰামচন্দ্ৰৰ প্ৰবল তেজৰ নমুনা পাইছিল। শেষত এনে এক অৱস্থা হৈছিল যে ৰথ, ৰত্ন আদি শব্দবোৰৰ মাজত 'ৰ' আখৰ থকা বাবে এনে ধৰণৰ শব্দবোৰেও তেওঁক ভীতি প্ৰদৰ্শন কৰিছিল। সমগ্ৰ দণ্ডকত ৰামৰ প্ৰতিচ্ছবি কল্পনা কৰি ত্ৰাহি মধুসূদন ত্ৰাহি মধুসুদন বুলি লৰি ফুৰিছিল। শেষত বল্কল পৰিধান কৰি দণ্ডকত সাধনা কৰিবলৈ বহিছিল।"

শুনক। মাৰীচৰ উক্তিও আছিল জ্ঞানগৰ্ভ ঋষিৰ দৰে। ৰাৱণক সকীয়নি দি কৈছিল (এইখিনি কথা তেওঁ গীতৰ আকাৰে গায়েই শুনালে) ঃ

"যিবোৰ হ্ৰদত সাপ থাকে সেইবোৰ হ্ৰদৰ নিৰীহ মাছবোৰকো যেনেদৰে গৰুড় পক্ষীয়ে সাপৰ লগত খাই শেষ কৰে, ঠিক তেনেদৰে জীৱনত কোনো পাপ নকৰা ব্যক্তিও পাপীৰ লগত থাকিলে ভস্মীভূত হৈ পৰে। হে ৰাৱণ, তোমাৰ পাপৰ বাবে চন্দন আৰু দিব্যবস্ত্ৰেৰে ভূষিত ৰাক্ষসসকল ধ্বংসপ্ৰাপ্ত হৈ পৰিব; লংকাৰ গৃহসমূহ ভূমিসাৎ হৈ পৰিব।"

সন্ন্যাসী হৰিনাৰায়ণৰ সুললিত কণ্ঠই সকলোৰে হৃদয় স্পৰ্শ কৰিলে।

গীতৰ শেষত গোল মুখৰ চুলি কম মন্ত্ৰীগৰাকীয়ে তেওঁৰ আধা কোৱা কথাখিনি আকৌ ক'বলৈ থিয় হ'ল।

সন্ন্যাসী হৰিনাৰায়ণেও আগ্ৰহ প্ৰকাশ কৰি হাত দাঙি তেওঁক ক'বলৈ নিৰ্দেশ দিলে।

"আমাৰ এই মৰিছাছ দ্বীপত সেই ঋষি-মাংস ভক্ষণ কৰি পৰ্বতৰ শৃংগৰ দৰে নিজৰ দাঁত ঋষিৰ তেজেৰে ৰক্তবৰ্ণ কৰি ৰখা মাৰীচ ৰাক্ষসৰ চিত্ৰ জনমানসত নাই। মাৰীচৰ এক অনন্য ছবিহে ইয়াত বিৰাজমান। সেয়ে মৃত্যুৰ সময়ত শ্ৰীৰামচন্দ্ৰৰ চৰণত পৰি প্ৰাৰ্থনা কৰি কৈছিল তাড়কা ৰাক্ষসীৰ এই পুত্ৰই— মোৰ দুয়োখন কাণে যেন অহৰহ ৰাম ৰাম শব্দ শুনি থাকে। অভিভূত হৈ দাশৰথীয়ে মাৰীচৰ শৰীৰ স্পৰ্শ কৰিলে। মুহূৰ্তৰ ভিতৰতে মাৰীচৰ শৰীৰ এটি মুক্তালৈ ৰূপান্তৰিত হ'ল। শ্ৰীৰামচন্দ্ৰই গাৰ জোৰেৰে সেই মুক্তাটিক সাগৰলৈ ফমুটি মাৰি পঠিয়ালে। দূৰৈৰ সাগৰৰ মাজত পৰি সেই মুক্তা এটি অতি মনোমোহা দ্বীপত পৰিণত হ'ল। এই অপূৰ্ব-সুন্দৰ দ্বীপটিকে আমাৰ পূৰ্বপুৰুষসকলে 'মাৰীচ টাপু' নামেৰে নামকৰণ কৰিলে। এয়া ভোজপুৰী শব্দ। মৰিছাছৰ মাটিত এই

শব্দ সদায় প্ৰতিধ্বনিত হৈ থাকে। বাল্মীকিয়ে বৰ্ণনা কৰা সেই স্বৰ্ণমৃগৰ দৰেই সুন্দৰ এই মাৰীচ টাপু। শ্ৰীৰামচন্দ্ৰক মোহিত কৰি সোণৰ শিং, ইন্দ্ৰনীলৰ দ্বাৰা নিৰ্মিত পানপাত্ৰৰ দৰে লগা ডিঙিৰ স্বৰ্ণমৃগই আকাশৰ মেঘৰ লগত বিজুলীৰ দৰে লুকাভাকু খেলিছিল। ক'ত জাহাজে স্বৰ্ণমৃগৰ ৰূপ দেখি ইয়াত লংগৰ পেলাইছিল। আহিছিল আৰবৰ জাহাজ, পৰ্টুগীজৰ জাহাজ, ডাচসকলৰ জাহাজ, ফৰাচীসকলৰ পালতৰা জাহাজ, বৃটিছৰ জাহাজ। স্বৰ্ণমৃগই লুকাভাকু খেলিয়েই থাকিল।"

মন্ত্ৰীসকলক সম্বোধন কৰি সন্ন্যাসী হৰিনাৰায়ণে এইবাৰ আকৌ হাৰমনিয়ামটো বুকুৰ ওচৰলৈ টানি ল'লে। উদাত্ত কণ্ঠেৰে তেওঁ ক'লে—"ৰাক্ষস মাৰীচ মৰিছাছুৰ জনমানসৰ নয়নমণি হৈ আছে। মাৰীচৰ প্ৰতি অনুকম্পা আৰু  ভক্তিৰ গীতো কুঁহিয়াৰ খেতিত এতিয়াও প্ৰতিধ্বনিত হৈ আছে। হে মহামন্ত্ৰীসকল, এই ৰাক্ষসসকলৰ পৰাও আমাৰ শিকিবলগীয়া অনেক কথা আছে। ৰাজনীতিৰ কথাও শিকিবলগীয়া অনেক আছে। শুনক, শূৰ্পনখাই ৰাৱণক ভৰ্ৎসনা কৰি তিৰস্কাৰ কৰিছিল এনেদৰে—শুনক শুনক, মহাকবি তুলসীদাসৰ গীতেৰে শুনক, শূৰ্পনখাই কৈছিল ঃ

*"কৰসি পান সোৱসি দিনু ৰাতি।*
*সুধি নাহি তব সিব পৰ আৰাতী।।*
*ৰাজনীতি বিনু ধন বিনু ধৰ্মা।*
*হৰিহি সমৰ্পে বিনু সতকৰ্মা।।"*

(হে ৰাৱণ, মদিৰা পান কৰি তুমি দিনে-ৰাতিয়ে শুই থাকা। তোমাৰ মূৰৰ ওপৰত শত্ৰু। এই বিষয়ে তোমাৰ জ্ঞান নাই। নীতি বিনা ৰাজ্য, ধৰ্ম বিনা ধন, সেই অনন্তজনক উৎসৰ্গ নকৰাকৈ সৎকাৰ কৰাৰ লাভ ক'ত?)

*বিদ্যা বিনু বিবেক উপজায়ে।*
*শ্ৰম ফল পঢ়ে কিয়ে অৰু পায়ে।।*
*সংগ তেঁ জতী কুমন্ত্ৰ তেঁ ৰাজা।*
*মান তেঁ জ্ঞান পান তেঁ লাজা।।*
*প্ৰীতি প্ৰণয় বিনু মদ তেঁ গুণী।*
*নাসঁহি বেগি নীতি অসি সুনী।।"*

সহজ ভাষাৰে এই কবিতাৰ অৰ্থ তেওঁ ক'লে—

"যদি জ্ঞানেই আহৰণ কৰা নহ'ল, তেতিয়াহ'লে বিদ্যাৰেইবা কি লাভ?

ই এক ভ্ৰম মাত্ৰ। সংগদোষত যতী ধ্বংস হয়। কুপৰামৰ্শত ধ্বংস হয় ৰজা। অহংকাৰে জ্ঞান ধ্বংস কৰে। মদিৰাই শেষ কৰে লজ্জা। নম্ৰতা অবিহনে প্ৰেমৰ মূল্যইবা কি? গৰ্বই গুণীৰ যশ ধ্বংস কৰে। এয়ে নীতি।" বাল্মীকিৰ শূৰ্পনখাই এখোজ আগুৱাই গৈ কৈছিল—শুনা, তুচ্ছ বিলাস আৰু সুখভোগত মত্ত স্বেচ্ছাচাৰী ৰজাক তেওঁৰ প্ৰজাই মৰিশালিৰ অগ্নিৰ দৰে ত্যাগ কৰে।

শাস্ত্ৰী মহাৰাজ আনন্দত গদ-গদ হৈ উঠিল। এনেয়েও সন্ন্যাসী হৰিনাৰায়ণ তেওঁৰ অভিন্ন হৃদয়ৰ সখী। তেওঁৰ কণ্ঠ ইমান সুললিত যে সেই কণ্ঠই ছাৰ শিৱসাগৰ ৰামগোলামৰ এই সমাধিৰ বাতাবৰণকে এই মুহূৰ্ততে ভিন্ন কৰি তুলিছে। আজি এক অন্য ধৰণৰ বাতাবৰণৰ সৃষ্টি হৈছে। মূৰৰ ওপৰত বিভিন্ন বৃক্ষৰ ছামিয়ানা। চাৰিওফালে সুগন্ধি ফুলৰ সুবাস আৰু ইমানকেইজন মন্ত্ৰীৰ সমাবেশ।

শাস্ত্ৰী মহাৰাজে যেন নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে। তেওঁৰ এই সৰু মণ্ডলীয়ে এয়া এক বিৰাট ৰূপ ধাৰণ কৰিছে। এনে এক ঐশ্বৰিক কাণ্ড তেওঁৰ জীৱনত ঘটিছে। আঃ। চিত্ৰকূট ধামতে তেওঁ কল্পনা কৰিছিল ৰঘুবংশীৰ ধ্বজা লৈ তেওঁ ঘূৰিব দেশে-দেশে, সাগৰে-সাগৰে। বালিদ্বীপ, শ্যামদেশ, মাৰীচ টাপু, ত্ৰিনিদাদ...। আঃ! কত কল্পনা আছিল তেওঁৰ। হাতত সামান্য পুঁজি, তিনি-চাৰিটা ভক্ত মাত্ৰ। আপোনা-আপুনি আৰাজ আহিছে। য'লৈকে গৈছে, তাতেই লোকে লোকাৰণ্য হৈ পৰিছে। সেইবোৰ চব এতিয়া সপোন হৈ গৈছে। সৌৱা তেওঁৰ সন্মুখত এই মহামন্ত্ৰীসকল তেওঁৰ মুখৰ পৰা এষাৰ কথা শুনিবলৈ ৰৈ আছে।

সন্ন্যাসী হৰিনাৰায়ণৰ পৰা হাৰমনিয়ামটো নিজৰ বুকুৰ ওচৰলৈ টানি আনি শাস্ত্ৰী মহাৰাজে মন্ত্ৰীসকলক সম্বোধন কৰি ক'লে—"মহামান্য অমাত্যসকল, এয়া ছাৰ শিৱসাগৰ ৰামগোলামৰ পৱিত্ৰ সমাধিৰ একাষে আপোনালোকৰ প্ৰকাণ্ড প্ৰকাণ্ড গাড়ীবোৰে জকমকাই আছে..."

এইবাৰ বননিত বহি থকা দৰ্শকসকলে মূৰ বেঁকা কৰি জকমকাই থকা প্ৰকাণ্ড প্ৰকাণ্ড গাড়ীবোৰলৈ চালে।

(মণ্ডলীৰ যাত্ৰীসকলে যেন নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। যিসকল আজি এই শীত-তাপ নিয়ন্ত্ৰিত বাহনৰ মালিক হৈছে, তেওঁলোকৰ সৰহভাগৰ ককাকহঁতে কুঁহিয়াৰৰ খেতিত ভৰ দুপৰীয়া কাম কৰি মূৰৰ ঘাম মাটিত পেলাবলগীয়া হৈছিল। তেওঁলোকৰ শৰীৰৰ চামৰা কয়লাৰ দৰে ক'লা হৈছিল।)

"শুনক, ৰাৱণৰ পুষ্পক বিমানৰ বেগ আছিল মানুহৰ মনৰ বেগৰ দৰে। স্তম্ভবোৰ আছিল সোণৰ। তোৰণ আছিল বৈদুৰ্যমণিৰ দ্বাৰা অলংকৃত। মহাকবি বাল্মীকিয়ে আঠটা শ্লোকৰ দ্বাৰা সুন্দৰাকাণ্ডৰ অষ্টম সৰ্গত এই অপূৰ্ব ৰথৰ বৰ্ণনা দি গৈছে। এই মহাৰথ নিৰ্মাণৰ বাবে বিশ্বকৰ্মাই নানা স্থানৰ পৰা মহামূল্যবান ৰত্নসমূহ আহৰণ কৰিছিল। ৰাৱণে তপস্যা আৰু সাধনাৰ দ্বাৰাহে এনে এক অপৰূপ বাহন আহৰণ কৰিব পাৰিছিল। তদুপৰি মনৰ ইচ্ছাৰ দ্বাৰা এই ৰথ চলাব পাৰিছিল। দম্ভ আৰু অহংকাৰে চব ধূলিসাৎ কৰি পেলালে। সেয়ে হয়তো বৃদ্ধ ৰাক্ষস মাল্যৱানে ঠিকেই উপদেশ দিছিল ঃ

— কোনো শত্ৰুকে অৱজ্ঞা নকৰিবা। তুমি যদি শত্ৰুতকৈ দুৰ্বল হোৱা নাইবা সমান বলৰ অধিকাৰী হেৱা, তেতিয়াহ'লে সন্ধিয়েই মঙ্গল।

কিন্তু ৰাৱণে শুনে কাৰ কথা? এনে এক ক্ৰোধী, কামী, দেৱদ্ৰোহী, অহংকাৰীক দাশৰথিয়ে বৈকুণ্ঠ ধামলৈ পঠিয়াই দিছে? জয় ধনুৰ্ধাৰী দাশৰথিৰ জয়।"

ভক্তিত গদ-গদ হৈ পৰিল শাস্ত্ৰী মহাৰাজ। তেওঁৰ দুয়ো নয়নেৰে লোতক বৈ অহাৰ উপক্ৰম হ'ল। ....... ৰামদ্ৰোহীৰ বাবে সামান্য প্ৰশংসাৰ বাবে সামান্যৰ বাণী তেওঁৰ মুখৰ পৰা কেতিয়াবা বাহিৰ হৈ আহিলেও পিছ মুহূৰ্ততে তেওঁ সজাগ হৈ উঠিছিল।

(তেওঁৰ এই অৱস্থাৰ কথা ছাৰ শিৱসাগৰ ৰামগোলামৰ সমাধিৰ কাষত বহি থকা দক্ষিণ ভাৰতৰ ছাত্ৰকেইটাই ভালদৰেই উপলব্ধি কৰিছিল। ৰ'জমেৰিৰ দ্বাৰা অংকিত ৰাৱণৰ সেই বীভৎস চিত্ৰখন শাস্ত্ৰী মহাৰাজে গ্ৰহণ কৰাৰ পাছত ছাত্ৰহঁতৰ ধাৰণা বদ্ধমূল হৈছিল—হয় হয়, ৰামদ্ৰেহীৰ বাবে তুলসীদাসৰ দৰে শাস্ত্ৰী মহাৰাজৰো এক বিন্দুও অনুকম্পা নাছিল।)

দক্ষিণ ভাৰতৰ ছাত্ৰকেইটা থেৰোগেঁৰো কৰি বহি থাকিল। এনে এক বাতাবৰণৰ মাজত সিহঁতে নিজৰ অসন্তুষ্টি জাহিৰ নকৰাই ভাল হ'ব বুলি ভাবিলে।

মন্ত্ৰীকেইগৰাকীৰ পিনে হাত দাঙি তেওঁ আটাহ পাৰি উঠিল—"হে অমাত্যসকল, আপোনালোকৰ পূৰ্বপুৰুষসকলে বুকুত সাবটি আনিছিল ৰামায়ণৰ পাণ্ডুলিপিসমূহ। কুঁহিয়াৰৰ খেতিত হাড় ভগা পৰিশ্ৰম কৰাৰ পাছত ৰামচৰিত মানসৰ দোহা শুনি তেওঁলোকে যি আনন্দ লাভ কৰিছিল, সেই আনন্দৰ কথা আপোনালোকে আজি কল্পনা কৰিব পাৰিবনে? মই জানো, আপোনালোকৰ পুৰ্বপুৰুষসকলক জীয়াই থাকিবলৈ প্ৰেৰণা দিয়া অদ্বিতীয় গ্ৰন্থ. ৰামায়ণ আপোনালোকৰ অনেকেই পঢ়া নাই।

সম্মুখৰ শাৰীত বহি থকা মন্ত্ৰীসকলৰ অনেকেই ভ্ৰূকুটি কৰিলে।

"আমাৰ ৰামায়ণ মণ্ডলীত চামিল হৈছে—এয়া আপোনালোকৰ মহানুভৱতা। আপোনালোকে একো পঢ়িব নোৱাৰিলেও বাল্মীকিৰ অযোধ্যাকাণ্ডৰ এশ নম্বৰ সৰ্গটো পঢ়িব। দাশৰথিক ওভতাই আনিবলৈ যোৱা চীৰধাৰী, জঁটাযুক্ত, ক্ষীণদেহী ভৰতক কোনোপধ্যেহে ৰামে চিনিব পাৰিছিল। এই শততম সৰ্গত শ্ৰীৰামচন্দ্ৰই ভৰতক কেইটামান অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন সুধিছিল। তাৰে কেইটামান হ'ল এনে ধৰণৰ ঃ

হে মোৰ ভাই, তুমি তোমাৰ আত্মাৰ সমান বিশ্বাসী ধৈৰ্যশীল জিতেন্দ্ৰিয় ব্যক্তিক নিশ্চয় মন্ত্ৰীৰ পদেৰে সন্মানিত কৰিছা?"

তুমি অস্ত্ৰ আৰু ৰাজনীতিবিশাৰদ সুধন্বা নামৰ ধনুৰ্বেদাচাৰ্যক নিশ্চয় তেওঁৰ প্ৰাপ্য সন্মান দান কৰিছা।

অৰ্থকষ্ট উপস্থিত হ'লে পণ্ডিতসকলেহে পথ দেখুৱাব পাৰে। এইবাবে নিশ্চয় তুমি এহেজাৰ মুৰ্খৰ সলনি এজন পণ্ডিতকেই সন্মান প্ৰদৰ্শন কৰিছা।

ঘোচ আদি গ্ৰহণ নকৰা সৎ শুদ্ধ অমাত্যসকল, যিসকলৰ বাহিৰ-ভিতৰ শুদ্ধ আৰু পিতৃপুৰুষসকলো বিশ্বাসযোগ্য আছিল, তুমি নিশ্চয় এনে অমাত্যসকলক শ্ৰেষ্ঠ কামৰ দায়িত্ব দান কৰিছা।

তোমাৰ প্ৰজাসকলে নিশ্চয় কঠোৰ দণ্ডৰে দণ্ডিত নহয়। মন্ত্ৰীসকলে নিশ্চয় তোমাক অৱজ্ঞা নকৰে। উৎকৃষ্ট স্বভাৱৰ কুলশ্ৰী ৰমণীয়ে যেনেদৰে বলাৎকাৰ কৰিব খোজা ব্যক্তিক ঘৃণাৰে ত্যাগ কৰে, পতিতসকলক যেনেদৰে সকলোৱে ত্যাগ কৰে, হে ৰজা ভৰত, প্ৰজাসকলে তোমাকো তেনেদৰে নিশ্চয় ত্যাগ নকৰে।

একাধিকবাৰ যাৰ পৌৰুষ প্ৰমাণিত হৈছে তেনে ব্যক্তিক তুমি নিশ্চয় সৎকাৰ আৰু সন্মান কৰি আহিছা।

তোমাৰ সৈন্য, ভৃত্যসকলে নিজৰ পাৰিতোষিক সময়মতে পায়নে? ঠিক সময়ত বেতন নোপোৱা ভৃত্য অসন্তুষ্ট হ'লে ভয়ানক অনৰ্থ কৰিব পাৰে।

প্ৰধান প্ৰধান জ্ঞাতিসকল তোমাৰ বাবে প্ৰাণ দিবলৈ সাজু আছেনে?

তোমাৰ ধনাগাৰ অপাত্ৰৰ হাতত পৰি নষ্ট হোৱা নাইতো? অৰ্থাৎ নাচ-গান কৰা নটহঁতৰ হাতত পৰি নষ্ট হোৱা নাইতো?

সৎ চৰিত্ৰৰ সাধু ব্যক্তি যদি কেতিয়াবা মিছা অপবাদত অভিযুক্ত হয় আৰু তেওঁৰ দোষো যদি প্ৰমাণিত নহয়, তুমি নিশ্চয় ধনৰ লোভত সেই ব্যক্তিক দণ্ড নিদিয়া।

দেশৰ পৰা বিতাৰিত শত্ৰুসকলে আকৌ তোমাৰ শৰণাপন্ন হ'লে তুমি নিশ্চয় তেওঁলোকৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখা।

ধনী আৰু ধনহীনৰ মাজত প্ৰচণ্ড বিবাদ আৰম্ভ হ'লে তোমাৰ মন্ত্ৰীসকলে নিশ্চয় ধনৰ লোভত পক্ষপাতিত্ব নকৰে। .......মিছা অপৰাধত অভিযুক্ত ব্যক্তিৰ নয়নৰ লোতকে নিজৰ সুখৰ বাবে শাসন কৰা পুত্ৰ-পৰিবাৰক, আনকি দেশৰ পশু-পক্ষীকো ভস্মীভূত কৰি পেলায়।"

সন্মুখৰ শাৰীত বহি থকা মৰিছাছৰ মন্ত্ৰীসকলৰ পিনে চাই শাস্ত্ৰী মহাৰাজে ক'লে—"মই সৰল ভাষাৰে ভৰত আৰু ৰামৰ মিলনৰ সামান্য কথাহে ক'লো। কিন্তু ৰাজনীতিৰ মূল বীজ বান্ধি থোৱা আছে অযোধ্যা কাণ্ডৰ সেই ছয়সত্তৰটা শ্লোকৰ মাজত। এক অনুপম ৰাষ্ট্ৰৰ প্ৰতিচ্ছবি এই শ্লোকসমূহৰ মাজত গাঁথা আছে। এক ক্ষত্ৰিয় সম্ৰাটৰ ৰাজধৰ্ম অনুসৰণৰ এক অনন্য কাহিনী এই শ্লোকসমূহৰ মাজত গাঁথা আছে। আপোনালোকে যিমানেই নতুন মূল্যাংকন নকৰক—মণি-মাণিক্যখচিত বুনিয়াদ কিন্তু সেই ছয়সত্তৰটা শ্লোকৰ মাজত বন্ধা আছে। এই ছয়সত্তৰটা শ্লোকৰ মাজত বন্ধা আছে শত্ৰু দমনৰ শক্তিশালী উপায়।"

ভক্তিত গদ-গদ হৈ শাস্ত্ৰী মহাৰাজ আৰু সন্ন্যাসী হৰিনাৰায়ণে সুললিত কণ্ঠেৰে গাবলৈ ধৰিলে তুলসীদাসৰ ৰামৰাজ্যৰ মনোৰম দোহা ঃ

*"দণ্ড জতিন্হ কৰ ভেদ জহন*

*নৰ্তক নৃত্য সমাজ।*

*জীতহু মনহিন সুনিঅ অস*

*ৰামচন্দ্ৰ কে ৰাজ।।"*

এই দোহাৰ অৰ্থ বিস্তাৰিতভাৱে শাস্ত্ৰী মহাৰাজে প্ৰকাশ কৰিলে ঃ

"ৰামৰাজ্যত ৰজাৰ হাতৰ দণ্ড সন্ন্যাসীৰ হাতত আহি পৰিল। এই ৰাজ্যত যেতিয়া অপৰাধেই নোহোৱা হ'ল, তেতিয়া দণ্ড ব্যৱহাৰ কৰাৰ প্ৰয়োজন আৰু ক'ত থাকিল? সাপ ইত্যাদিৰ বাবেও ভয় নাছিল। সেইবাবেও দণ্ডৰ প্ৰয়োজন নহৈছিল। দণ্ড ব্যৱহাৰ হৈছিল নৃত্যাংগনাসকলে নৃত্য কৰাৰ সময়ত ভৰিৰ জোখ-মাখ বিচাৰৰ কাৰণেহে। উচ্চ-নীচ আদি ভেদনীতি নাছিল বাবে কোনো

শত্ৰুৱেই নাছিল। সেয়ে 'জয়' শব্দৰ ব্যৱহাৰেই নহৈছিল। এই শব্দটি মাথোঁ শুনা গৈছিল মনৰ ৰিপু জয় কৰাৰ ক্ষেত্ৰতহে।"

সন্ন্যাসী হৰিনাৰায়ণে আটাহ পাৰি উঠিল—"জয় সূৰ্যবংশীৰ জয়। জয় দশৰথৰ পুত্ৰৰ জয়। ৰজাৰ হাতৰ দণ্ড সন্ন্যাসীৰ হাতত বিৰাজমান হোৱা সেই ৰাজ্যৰ জয়।"

মণ্ডলীৰ ভক্তই সমস্বৰে আটাহ পাৰি উঠিল, "ৰঘুকুলৰ ৰীতি সদায় এনে আছিল ঃ প্ৰাণ যাব পাৰে, কিন্তু বচন যাব নোৱাৰে।"

ঠিক এই সময়তে চাৰিওফালে এটা ফুচফুচ শব্দ শুনা গ'ল। সকলোৰে চকুৰ আগত ভমককৈ যেন একুৰা জুইহে জ্বলি উঠিল। সভাৰ মাজত হনুমানৰ বেশভূষাৰে জঁপিয়াই পৰিল জঁটাধাৰী সন্ন্যাসী। মুখত ক'লা ৰং, গোটেই শৰীৰত ভস্ম। তেওঁ নিচাত একেবাৰে মত্ত হৈ আহিছিল। তেওঁ মৰিছ্যন ৰামেই খাই আহিছিল নে ভাঙেই খাই আহিছিল ক'ব পৰা নাযায়। প্ৰকাণ্ড নেজডাল ইফাল-সিফাল কৰি তেওঁ দৰ্শকৰ মাজত ওলোটা খৰ মাৰিবলৈ ধৰিলে। তেওঁৰ কান্ধৰ ঝুলাৰ পৰা ছাৰ শিৱসাগৰ ৰামগোলামৰ ছবি থকা মুদ্ৰা কিছুমান দৰ্শকৰ মাজত সিঁচৰতি হৈ পৰিবলৈ ধৰিলে। সৰহভাগ দৰ্শকে কথাবোৰ তৰ্কিব পৰাৰ আগেয়েই অৱশ্যে সন্ন্যাসী হৰিনাৰায়ণ আৰু মাধৱানন্দই তড়িৎবেগেৰে লৰি আহি জঁটাধাৰীক দাংকোলা কৰি সভাৰ বাহিৰলৈ লৈ গ'ল।

ভিতৰি ভিতৰি হায়ৰাণ আৰু কিংকৰ্তব্যবিমূঢ় হোৱা শাস্ত্ৰী মহাৰাজে মুখৰ সৌম্য ভাবত পৰ্দা নেপেলোৱাকৈ আটাহ পাৰি থাকিল—"হয় হয়, ৰঘুকুল ৰীতি তেনেকুৱাই আছিল—প্ৰাণ যাব পাৰে কিন্তু বচন যাব নোৱাৰে।"

হঠাৎ চকু তুলি তেওঁ দেখিলে —ইণ্ডিয়ান এম্বেছিৰ বিষয়াকেইগৰাকীয়ে কটমটকৈ তেওঁৰ পিনে চাই আছে।

দুখন ৰাষ্ট্ৰৰ কথা। সম্বন্ধ অপৱিত্ৰ কৰা কোনো কথা ইয়াত থাকিব নোৱাৰিব। শীল, মৰ্যাদা অটুট থাকিব লাগিব।

বিষয়াকেইগৰাকীৰ পৰা চকু আঁতৰাই শাস্ত্ৰী মহাৰাজে উচ্চস্বৰে চিঞৰিবলৈ ধৰিলে—"ৰঘুকুলৰ ৰীতি আছিল—প্ৰাণ যাব পাৰে কিন্তু বচন যাব নোৱাৰে। এই ৰঘুকুলৰ শাসনতে ৰজাৰ হাতৰ দণ্ড সন্ন্যাসীৰ হাতত আহি পৰিল।"

সকলোৱে সমস্বৰে চিঞৰি উঠিল—"জয় দাশৰথিৰ জয়। জয় ৰঘুবংশীৰ জয়।"



দহ

# মাধৱানন্দ আৰু কমলাদেৱী

"হে সীতা। মই তোমাক, লক্ষ্মণক আৰু মোৰ নিজৰ প্ৰাণ পৰ্যন্ত ত্যাগ কৰিব পাৰোঁ। কিন্তু প্ৰতিজ্ঞা কৰি, বিশেষকৈ ঋষিসকলৰ সন্মুখত প্ৰতিজ্ঞা কৰি, সেই প্ৰতিজ্ঞা কেতিয়াও ত্যাগ কৰিব নোৱাৰোঁ।"

(অৰণ্যকাণ্ড, দশম সৰ্গ)

পুৰা শাস্ত্ৰী মহাৰাজ আহি কমলাৰ দুৱাৰমুখত উপস্থিত হ'ল। ক'লে, "আমি উভতি যোৱাৰ সময় হৈ আহিছে। আজি তুমি মাধৱানন্দৰ লগত গৈ চৰাইঘৰৰ হিচাপ-পত্ৰবোৰ ঠিক কৰিবা। মই হিচাপৰ বহী দুটা মাধৱানন্দৰ হাতত দিছোঁ।"

কথাখিনি কৈ শাস্ত্ৰী মহাৰাজ কোবাকুবিকৈ গ'ল। শাস্ত্ৰী মহাৰাজৰ মতলবৰ কথা তাই বুজি নোপোৱা নহয়। শ্ৰদ্ধাত তাইৰ মূৰ দোঁ খাই যায়। নিজৰ ভাগ্যক ধিক্কাৰ দিয়াৰ বাহিৰে আৰু কোনো উপায় নাথাকে।

পুৱাৰ পৰাই একধৰণৰ নৈৰাশ্য তাই অনুভৱ কৰিছে। এৰা, এইবাৰো কোনো ব্যতিক্ৰম নহ'ল। মণ্ডলীৰ লগে লগে এখনৰ পাছত আন এখন দেশ তাই ঘূৰি ফুৰিছে। নিজৰ সামান্য পুঁজি বাৰে বাৰে শেষ হৈ গৈছে। কেতিয়াবা কোনো অনুষ্ঠানে মাৰ্গব্যয় দিয়ে; কেতিয়াবা নিজৰ পৰাই সেই খৰচ কৰিবলগীয়া হয়।

তাই শুনিলে—এইবাৰ তাইৰ মাক-দেউতাকে বৃন্দাবনৰ মৌনী বাবাৰ আশ্ৰমত থকাৰ সিদ্ধান্ত লৈছে। মাকৰ শৰীৰো ভাল নহয়। কি ঠিক কিজানি বেয়া ৰোগেই বাহ লৈছে। সকলোৱে হেনো তেওঁক প্ৰশ্ন কৰে, "তোমাৰ ছোৱালীটিয়ে কিয় এনেদৰে দং-দংকৈ মণ্ডলীৰ লগত ঘূৰি ফুৰিছে? বিয়া-বাৰু নহ'বই নেকি? বয়স একা?"

ইস ইস। বৰ আশা কৰিছিল মাক-বাপেকে। তাইক পঢ়াবলৈ নিজৰ পুঁজি শেষ কৰি পেলাইছিল। ভাবিছিল এদিন তাই কাম কৰিব। মেধাৱী ছাত্ৰী। অৰ্থকষ্ট দূৰ হ'ব। ভায়েকৰ আশা কেতিয়াবাই তেওঁলোকে এৰি দিছিল। সি উগ্ৰবাদীৰ লগত চামিল হৈছিল। এদিন তাই ঘৰলৈ অহা গম পাই সি তাইক শুনাই থৈ গৈছিল —"শুনিছোঁ মণ্ডলীত তই সেই জমিদাৰৰ ল'ৰাটোৰ পিছে পিছে ঘূৰি ফুৰ। তোক সি ঠগাব লাগিলে তাক কাটি মই দুডোখৰ কৰিম।"

হয় হয়। পিতৃ-মাতৃয়ে তাইৰ বাবে অমানৱীয় কষ্ট কৰিবলগীয়া হৈছিল। এই চব কথা তাই তাইৰ নাঙঠ চকুৰেই দেখিছিল। কিন্তু কি হ'ল এয়া? বিদ্যালয়ৰ অধ্যক্ষই ক'লে, "চিত্ৰকুট-ধামলৈ যোৱা। দেশে দেশে ঘূৰি ফুৰা ৰামায়ণ মণ্ডলীৰ পৰা অনেক কথা জানিব পাৰিম। শাস্ত্ৰী মহাৰাজক লগ পাবা, মুৰাৰী বাপুৰ ৰামচৰিতৰ ব্যাখ্যা শুনিবা। তোমাৰ গৱেষণাৰ বাবে মহামূল্যৱান বিধি আহৰণ কৰিব পাৰিবা।"

চিত্ৰকুট শবৰীৰৰ আশ্ৰমতে তাইৰ পোন প্ৰথমবাৰৰ বাবে মাধৱানন্দৰ লগত দেখা হৈছিল। সেইবাৰো মণ্ডলীত সন্ন্যাসী হৰিনাৰায়ণ আছিল, পোলিত চাহাব আছিল, সৰযূৰ পাৰৰ ব্ৰাহ্মণ দুগৰাকী, মাধৱানন্দ আৰু জঁটাধাৰীও আছিল।

শবৰীৰ আশ্ৰমৰ বিস্ময়কৰ গুহাটোত সোমোৱাৰ লগে লগে জঁটাধাৰীয়ে ৰসিকতা কৰি তাইৰ কাণৰ কাষত ফুচফুচাই কৈছিল—"বাঃ! আজি মণ্ডলীত কমলাদেৱী ওৰফে সীতাদেৱীও আহিছে আৰু সৌৱা মাধৱানন্দ ওৰফে ৰামচন্দ্ৰও আহিছে।"

এৰা, তাইৰ দীঘল চুলি আৰু মসৃণ ছালখন সকলোৱে প্ৰশংসা কৰিছিল। তাই ভুমুকিয়াই মাধৱানন্দলৈ চাইছিল। তেওঁ ধুতীখন কোচাই খুপি খুপি গুহাৰ ভিতৰলৈ সোমাই গৈছিল। মণ্ডলীৰ ভক্তসকলে টৰ্চ মাৰি আগুৱাই গৈছিল। আকাশ নীলা আছিল যদিও এই গুহাৰ ভিতৰৰ পানীৰ স্ৰোতত এটা বেঙুনীয়া আৰু ক'লা বৰণ সংমিশ্ৰিত হৈ আছিল। বৰ ভয় লাগিছিল তাইৰ গুহাটোৰ ভিতৰেৰে বৈ যোৱা পানীত খোজ দি এনেদৰে খুপি খুপি আগুৱাই যাবলৈ। ইস্। কি ঠিক, কোনো দ ঠাইত কিজানি ভৰি সোমাই যায় নাইবা পানীৰ বিষাক্ত সাপে যদি ভৰিত খোঁট মাৰি দিয়ে? শবৰীৰ আশ্ৰমৰ গুহাৰ ভিতৰৰ এনে স্ৰোত তাইতো আগে-পিছে ক'তো দেখা নাই। শেলুৱৈয়ে ধৰা শিল—ভৰি পিছলি যোৱাৰে উপক্ৰম হ'ল। এবাৰ কথমপি তাই জঁটাধাৰী সন্ন্যাসীৰ

গাত ধৰি ৰক্ষা পৰিল। আৰু? ইস ইস! হুৰাৎ-হুৰ-হুৰাৎ কৰি যেতিয়া গুহাৰ ভিতৰত লুকাই থকা বাদুলি এজাক মূৰৰ ওপৰেৰে উৰি গ'ল, তেতিয়া তাই পানীত কৰ্ফাল খাই পৰাৰে উপক্ৰম হৈছিল, কিন্তু উভতি চাই আগে আগে যোৱা মাধৱানন্দই তাইক গবা মাৰি ধৰিলে। এক মুহূৰ্ত সময় তাই মাধৱানন্দৰ আলিংগনশাপত আবদ্ধ হৈ আছিল।

হুচ হুচ। ধম ধম। হুচ হুচ। —উৎকট চিঞৰ মাৰি জঁটাধাৰীয়ে বাদুলিবোৰ খেদি দিয়াতহে তাইৰ হুচ আহিছিল।

এই এটা মুহূৰ্তই কমলাদেৱীৰ জীৱন-নদীৰ গতিয়েই যেন সলনি কৰি দিলে। কেতিয়া মাধৱানন্দই গৈ সেই গেৰুৱা বস্ত্ৰ পিন্ধা চিত্ৰকূটৰ সন্ন্যাসীকেইটাৰ ওচৰ পালে তাই তৰ্কিবই নোৱাৰিলে।

"পাৰিবা, পাৰিবা, সীতাৰাণী পাৰিবা।"

জঁটাধাৰীয়ে পিছ ফালৰ পৰা আটাহ পাৰিছিল। সেইদিনাও জঁটাধাৰীয়ে হনুমানৰ সাজ-পোছাক পিন্ধি আহিছিল। গদা কৰি লোৱা দণ্ডডালত তেওঁৰ ঝুলিখন ওলমি আছিল। নকল নেজডালত পানী নালাগিবলৈ তেওঁ খুপি খুপি খোজ কাঢ়িছিল। তাইক ৰক্ষা কৰিবলৈ তেওঁ বাওঁহাত আগবঢ়াই দিছিল।

কিন্তু সাপে খোটা মানুহৰ দৰে মাধৱানন্দই বিচূৰ্তি খাই আকৌ কিয় এই বিপদসংকুল পথেৰে কোবাকুবিকৈ আগুৱাই গৈছিল তাই ধাৰিব নোৱাৰিছিল। ইস! ভৰি চুই গৈছিল লালুকীবোৰে। তাই কেইবাবাৰো চঁক খাবলগীয়া হৈছিল।

এক মুহূৰ্তৰ ভিতৰতে যেন জগতখনেই সলনি হৈ গ'ল । এই অদ্ভুত গুহাটো পাৰ হোৱাৰ লগে লগে মূৰৰ ওপৰৰ আকাশখনৰ ৰং তাই চিনিব নোৱাৰিছিল। এটা সময়ত সকলোৱে কোবাকুবিকৈ আহি মন্দাকিনীৰ ঘাটত উপস্থিত হৈছিল। শবৰীৰ আশ্ৰমৰ পাছত সেইদিনাৰ কাৰ্যক্ৰম আছিল মন্দাকিনীত নৌকাবিহাৰ।

ইস্! মন্দাকিনীৰ ঘাটৰ সেই দৃশ্য! ক'ত নদীৰ কথা কমলাই পঢ়িছিল বাল্মীকিৰ ৰামায়ণত। তমসা, সৰযু, সীতাৰ প্ৰিয়সখী গোদাবৰী, মাতৃস্বৰূপা গংগা-যমুনা, স্যান্দিকা, তাম্ৰপানী, বেদশ্ৰুতি, কৃষ্ণা, কাবেৰী—কত নাম, কত গুণ, কত শোভা। কিন্তু এই মন্দাকিনী? ... আপোনা-আপুনি তাইৰ ওঁঠেৰে বৰাহী ৰজা মহামাণিক্যৰ ৰাজসভাৰ কবি মাধৱ কন্দলীৰ কবিতা এফাকি মনত পৰিল ঃ

"জনকৰ জীউ দেখা নদী মন্দাকিনী

তোমাৰ সদৃশ সুশোভিত মধ্যন্দিনী?"

ইস! কি যে অপূৰ্ব দৃশ্য! পানীৰ মাজে মাজে একোটি সৰু দ্বীপসদৃশ ঢাপ যনৰীয়া ফুলেৰে সুশোভিত হৈ আছে। যেন হনুমানৰ পিঠিহে। লংকাৰ পৰ্বতত সীতাক বিচাৰি যোৱা হনুমানৰ পিঠি ফুলেৰে ভৰি গৈছিল। এজোপা গছৰ পৰা আন এজোপালৈ জঁপিয়াই ফুৰোঁতে গছবোৰৰ পৰা সৰি পৰা ফুলে হনুমানৰ পিঠিক পৰ্বতৰ ৰূপ দিছিল।

বঠাৰ চপ চপ শব্দ আৰু চৰাইৰ মাতে মুখৰ কৰি ৰাখিছিল মন্দাকিনীৰ দুয়ো পাৰ। হয় হয়, সেইবাৰ ফাদাৰ কামিল বুল্কে চাহাবো আহিছিল চিত্ৰকূট মহাসভালৈ। ধকধককৈ বগা হটঙা দেহ, সাগৰৰ পানীৰ দৰে গভীৰ নীলা চকু। পগোৱা কুঁহিয়াৰ ৰসৰ বৰণৰ দীঘল ডাঢ়ি-চুলি । বয়সৰ ভৰত শৰীৰ কিছু কুঁজা হৈ পৰিছিল। তাই লৰি গৈ বুল্কে চাহাবৰ ভৰি দুটা সাবটি ধৰিছিল।

আশীৰ্বাদ দি কৈছিল বুল্কে চাহাবে—"কাম কৰি যোৱা, ভাল কামৰ ফলাফল সদায় ভাল হয়।"

ছাত্ৰহঁতে বেৰি লৈ কত প্ৰশ্ন কৰিছিল বুল্কে চাহাবক ঃ

"শুনিছোঁ বগা চাহাবৰ দিনতে আপুনি বম্বেৰ ভিক্টোৰিয়া টাৰ্মিনাছৰ কুলীবোৰৰ লগত কাম কৰিছিল। সিহঁতৰ অৱস্থা দেখি আপুনি বিচলিত হৈছিল।"

"আপুনি সৰযুৰ পাৰত বহি এক সন্ন্যাসীৰ পৰা সংস্কৃত শিকিহে প্ৰায়োগ বিশ্ববিদ্যালয়ত সোমাইছিল। সঁচানে?"

"দহ বছৰ বয়সতে আপোনাৰ হৃদয়ত হেনো সন্ন্যাসৰ বীজ ৰোপিত হৈছিল? শৈশৱৰ লগৰী এগৰাকীৰ মৃত্যুৰ শোকত এনে অৱস্থা সচাঁকৈয়ে হৈছিলনে?"

গোটেই জীৱন দিনে-ৰাতি ৰামায়ণ লৈ চিন্তা-চৰ্চা কৰা এই জেছুইট পুৰোহিতটিক দেখি অভিভূত হৈছিল তাই। দুয়ো নয়নেৰে দুসোঁত লোতক বাগৰি আহিছিল। কিন্তু কি হ'ব? মন্দাকিনীৰ পাৰত কিয় হ'ল তাইৰ এই মনৰ অৱস্থা? প্ৰথমখন নাৱত হুৰমুৰকৈ এজাক মানুহ উঠিল— সন্ন্যাসী হৰিনাৰায়ণ, উত্তৰ কাশীৰ পৰা সভালৈ অহা বাবা বৈকুণ্ঠৰ শিষ্যসকল আৰু বাবা কামিল বুল্কেৰ বেৰি থকা ছাত্ৰসকল। পানীৰ পৰা আহি বালিত পৰা মাছৰ দৰে ছটফটাই উঠিল নাওখনে। বাকী থাকিল মাত্ৰ মাধৱানন্দ, হনুমানৰ সাজ-পোছাক পিন্ধি জঁপিয়াই থকা জটাধাৰী, পোলিত চাহাব আৰু শাস্ত্ৰী মহাৰাজ। সেই বাৰ বছৰৰ আগেয়ে পোলিত চাহাবৰ শৰীৰ বৰ তজবজীয়া আছিল। বাবা বুল্কে য'লৈকে

গৈছিল, তেওঁৰ শুশ্রূষা কৰিবলৈ ছাঁৰ দৰে পিছে পিছে তেৰোঁ তালৈকে গৈছিল। সেইদিনাও বুঙ্কেৰ লগতে লাগি আছিল। আৰু শাস্ত্রী মহাৰাজ? তেওঁৰো শৰীৰ তেতিয়া ইমান মেদবহুল নাছিল । চুলিবোৰো এনেদৰে পকা নাছিল। ইস! বাৰ বছৰ পাৰ হৈ গ'ল!.....

"বহা বহা, তুমি মাধৱানন্দৰ ওচৰতে বহা। তোমাৰ ওচৰত বহক জঁটাধাৰী ওৰফে হনুমান। সৌৱা বাবা বুঙ্কেও আহিছে। ধৰা তেওঁক। মোৰ ওচৰতে বহক তেওঁ"—শাস্ত্রী মহাৰাজ ব্যস্ত হৈ পৰিছিল।

পোলিত চাহাবে ধৰি ধৰি বাবা বুঙ্কেক নাৱত তুলিছিল। উঃ! চব মনত আছে! কাৰ কাপোৰৰ পৰা কেনে গোন্ধ ভাঁহি আহিছিল সেই সকলোবোৰ কথা কমলা দেৱীৰ মনত আছে।.....মন্দাকিনীক সজাই ৰখা ফুল, গছ-গছনি আৰু আইনাৰ দৰে স্বচ্ছ পানীৰ গোন্ধ একাকাৰ হৈ গৈছিল চাৰিওফালে। বাবা বুঙ্কে চাহাবে ডিঙিত নাৰ্জি ফুলৰ সুন্দৰ মালা এডাল পিন্ধি আছিল। সেই মালাডাল তেওঁ ডিঙিৰ পৰা খুলি বৰ ৰসিকতা কৰি তাইৰ কোলালৈ দলিয়াই দিছিল। সকলোৱে গিৰ্জনি মাৰি হাঁহিছিল। শাস্ত্রী মহাৰাজ, জঁটাধাৰী, পোলিত চাহাব সকলোৱে গিৰ্জনি মাৰি হাঁহিছিল। তাইৰো হাঁহি উঠিছিল। হাতযোৰ কৰি তাই মূৰ দোঁৱাইছিল। আৰু মাধৱানন্দ? তেওঁৰ ধকধককৈ বগা দাঁত দুপাৰি কমলাই লক্ষ্য কৰিছিল। এই যাত্রা এক ঐশ্বৰিক যাত্রা আছিল। বঠাৰ চপ চপ শব্দ; ধপ ধপ শব্দ কৰি উৰি গৈছিল পানীকাউৰীবোৰ।

মাধৱানন্দৰ উশাহ-নিশাহ আহি এই যেন কমলাৰ শাৰীৰত ঠেকা খাইছিল। তাইৰ সমস্ত শৰীৰত কোনো দিনে অনুভৱ নকৰা এক শিহৰণে উঠা-নমা কৰি আছিল।

হনুমানবেশী জঁটাধাৰীয়ে হঠাৎ আৰ্তনাদ কৰি উঠিছিল—"বাবাই দিয়া মালা পিন্ধি লোৱা, বিদেহকুমাৰী জানকী।"

"উপমাসমূহ মোহ লাগই জুঠাৰি
কই পট তৰিউ বিদেহকুমাৰী ......" (সকলো উপমা জুঠা অৰ্থাৎ উচ্ছিষ্ট হৈ গৈছে। কাৰ লগত তুলনা কৰোঁ বিদেহৰ কুমাৰীক।)

লজ্জাত তাইৰ মূঁহকঁহ যোৱাৰ দৰে অৱস্থা হৈছিল। (মাত্র ঊনৈছ বছৰ বয়স আছিল....... বাৰ বছৰ পাৰ হৈ গৈছে।)

শাস্ত্রী মহাৰাজে মন্দাকিনীৰ অপূৰ্ব শোভালৈ আঙুলিয়াই চিএঞৰি উঠিছিল—"বাবা বুঙ্কে, আপুনি কোৱা মতে আঢ়ৈ হাজাৰ বছৰৰ আগেয়ে

অযোধ্যাৰ নন্দন ৰঘুবংশী ৰামচন্দ্র এই নদীৰ পাৰলৈ আহিছিল। বৈদেহীৰ সৈতে নৌকা ভ্রমণ কৰিছিল।”

বাবা বুদ্ধেই মূৰ দুপিয়াইছিল। কৈছিল—পণ্ডিত ফাৰ্কুহাৰে ৰামায়ণৰ ৰচনা দুহাজাৰ তিনিশ বছৰৰ আগেয়ে হোৱা বুলি ভাবিছিল। উইন্টাৰে ভাবিছিল প্রায় এহেজাৰ আঠশ বছৰৰ আগেয়ে এই মহান কাম কৰা হৈছিল বুলি। ডক্টৰ জেকবিয়ে দুহাজাৰ পাঁচশৰ পৰা দুহেজাৰ ছশ বছৰৰ ভিতৰত কৰা হৈছিল বুলি মানিব খোজে। ময়ো ভাবোঁ সম্ভৱ এহেজাৰ আঠশৰ পৰা দুহাজাৰ বছৰৰ ভিতৰত ৰামায়ণ ৰচনা কৰা হৈছিল। হয়তো ৰামৰ জীৱনকালতে।

এয়ে সেই মন্দাকিনী আৰু চিত্রকূট। এই বনলৈ আহি স্বয়ং ৰামচন্দ্রই সীতাক কৈছিল- “ইয়ালৈ অহাৰ পাছত মই মোৰ ৰাজ্য হেৰুওৱাৰ দুখ পাহৰি গৈছোঁ। বন্ধুসকলক এৰি অহাৰ কষ্টও পাহৰি গৈছোঁ। নাই, এতিয়া আৰু একোতেই মোৰ মন দুখী নহয়।”

চোৱা, এই চিত্রকূটৰ সৌন্দর্যই ইন্দ্রৰ অমৰাৱতী আৰু উত্তৰ কুৰুদেশৰ সৌন্দর্যকো ম্লান কৰি পেলাইছে।”

পর্বতৰ শৃংগসমূহৰ বর্ণনাও বাল্মীকিয়ে দিছিল ঃ চিত্রকূটগিৰিৰ কোনো-কোনো শৃংগ ৰূপৰ দৰে জক্‌মকাই আছে। কোনো শৃংগ তেজৰ দৰে ৰঙা, কোনো শৃংগ ইন্দ্রনীলৰ দৰে নীলা, কোনোটোৰ বৰণ পুষ্পৰাগৰ দৰে।” এতিয়া এইবোৰৰ ৰং ধৰিব নোৱাৰি।

সকলোৱে নাৱৰ পৰা পূব-পশ্চিম-উত্তৰ-দক্ষিণলৈ চাইছিল। ...আকৌ মাধৱানন্দৰ নাকৰ নিশ্বাস তাইৰ কান্ধত আহি ঠেকা খাইছিল।

তাই বাবা বুদ্ধেৰ কথা শুনিবলৈ যত্ন কৰিছিল যদিও বাৰে বাৰে মন উৰি ফুৰিছিল মাধৱানন্দৰ আশে-পাশে।

(বাৰ বছৰ পাৰ হৈ গৈছে। মৰীচিকা খেদা মানুহৰ দৰে মণ্ডলীৰ লগত তাই দেশে-বিদেশে ঘূমুটিয়াই ফুৰিছে।)

বঠাৰ চপ চপ শব্দৰ লগে লগে নাও আগুৱাই গৈছিল। ......হয় হয়, শাস্ত্রী মহাৰাজৰ দেহ তেতিয়া এনে নাছিল। তেতিয়া তেওঁ তজবজীয়া আছিল। লৰি-ঢাপৰি খোজ কাঢ়িব পাৰিছিল।

বঠাৰ চপ চপ শব্দ।

কি গছ আছিল পাৰত সেইবোৰ? আমলখি, বেত, ইন্দ্রযৱ। আঃ! কত গছৰ নাম বাল্মীকিয়ে কৈ গৈছিল।

কিন্তু নাই নাই, সেইবোৰ কোনো কথাই তাইক আকৰ্ষণ কৰিব পৰা নাছিল। মাত্ৰ মাধৱানন্দৰ শ্বাস-প্ৰশ্বাসে যেন তাইৰ জীৱনটোক ইলুটি-সিলুটি কৰি আছিল।

এবাৰ শাস্ত্ৰী মহাৰাজৰ আৱাজ আহি তাইৰ কাণত পৰিছিল- চিত্ৰকূটৰ গছ-লতাই ৰাতি সমগ্ৰ বননিতে এক প্ৰভা বিলাইছিল।

হাজাৰ হাজাৰ প্ৰকাৰৰ গছ-লতাই ৰাতি নিজৰ দেহৰ পৰাই এক আলোক সঞ্চাৰ কৰিছিল। অঃ। বাল্মীকিৰ সেই ভব্য বৰ্ণনা অদ্ভুত!

চপ চপ চপ।

চপ চপ চপ।

বঠাৰ পানী মাজে মাজে আহি তাইৰ শৰীৰত পৰিছিল। নাৱত ঠেকা খোৱা বঠাৰ ধুপ-ধাপ শব্দ শুনা গৈছিল।

মাধৱানন্দৰ শ্বাস-প্ৰশ্বাস? যেন মন্দাকিনীৰ সৈতে সমান্তৰালভাৱে বৈ যোৱা হৃদয়ৰ সেই ৰহস্যময় নদীত তাই কুন্দ ফুলৰ মেখেলা পিন্ধি মাধৱানন্দৰ লগত সাঁতুৰি-নাদুৰি ফুৰিছিল।

শাস্ত্ৰী মহাৰাজৰ কথা আকৌ প্ৰতিধ্বনিত হৈছিল, "শুনা, মহামুনি বাল্মীকিয়ে মন্দাকিনীৰ পানীত ভাঁহি যোৱা ফুলবোৰক লক্ষ্য কৰি কৈছিল চিত্ৰকূতে স্বয়ং নৃত্য কৰি গছ-গছনিৰ পৰা চয়ন কৰা এই ফুলবোৰ পানীলৈ পুষ্পাঞ্জলিৰূপে অৰ্পণ কৰিছিল।"

চপ চপ চপ।

নদীৰ পাৰত বল্কলৰ চাদৰ শৰীৰত মেৰিয়াই লোৱা সন্ন্যাসীসকলে গা ধুই জটা পৰিষ্কাৰ কৰিছিল। ঊৰ্ধ্ববাহু হৈ সূৰ্য প্ৰণাম কৰি থকা সন্ন্যাসীসকলক একো-একোটা উঁই হাফলুৰ দৰে দেখা গৈছিল।

উঁই হাফলু? ঢেক ঢেকাই হাঁহিছিল বাবা বুঙ্কে চাহাবে। অনেকতে সেই উঁই হাফলুৰ বৰণ। বাবা বুঙ্কেৰ দীঘল চুলি আৰু ডাঢ়িত, হনুমান সাজি যোৱা জঁটাধাৰীৰ শৰীৰৰ বৰণত, নাৱৰ বৰণত, বঠাত, নাৱৰীয়াৰ শৰীৰৰ ৰঙত.....

আৰু আগুৱাই গৈছিল নাও। জঁটাধাৰীয়ে বাৰে বাৰে নেজডালে পানী স্পৰ্শ কৰিব বুলি আঁঠু দুটা বুকুত গুজি কুচি-মুচি বহিছিল।

বাবা বুঙ্কেই ৰসিকতা কৰি কৈছিল, "জঁটাধাৰী, তুমি কান্ধত গদা কৰি অনা অস্ত্ৰপাট দূৰৈত থোৱা।"

সকলোৱে বাবা বুঙ্কেলৈ চাইছিল। কিয় কৈছিল এই কথা বাবা বুঙ্কেই?

দুয়োখন হাত বুকুৰ ওচৰত ৰাখি বাবা বুঙ্কেই কৈছিল, “অৰণ্য কাণ্ড”ৰ নৱম সৰ্গত এটা কাহিনী পাবা। অস্ত্ৰৰ সহবাসত ধ্বংস হোৱা জীৱাত্মাৰ এটা কাহিনী আছিল। এক ঋষিয়ে দণ্ডকত ঘোৰ তপস্যা কৰিছিল। তোমালোকে পঢ়িছাই নিশ্চয়— কোনোবাই পৃথিৱীত তপস্যাৰত হ'লেই অমৰাৱতীৰ ইন্দ্ৰৰ ভয় হয়। কি ঠিক কিজানি অমৰাৱতীৰ পৰা তেওঁক কোনোবাই আঁতৰায়েই পঠিয়ায়? কিজানি তেওঁৰ মুকুট মাটিত বাগৰি পৰে? সেয়ে চতুৰ ইন্দ্ৰই অস্ত্ৰধাৰী বীৰযোদ্ধা ৰূপে আহি তপস্বীৰ সন্মুখত উপস্থিত হ'ল। হাতৰ খড়্গ তেওঁ মুনিৰ সন্মুখত থৈ ক'লে, “মই এই অস্ত্ৰ আপোনাৰ জিম্মাত থৈ গ'লো। আপুনি কিছুদিন এই অস্ত্ৰৰ ৰক্ষণাবেক্ষণ কৰক।” উঠোঁতে-বহোঁতে, খাওঁতে-শোওঁতে তপস্বীয়ে এই ভয়ংকৰ অস্ত্ৰ হাতত লৈ ফুৰিবলৈ ধৰিলে—কিজানি কোনোবাই তেওঁৰ হাতৰ পৰা এই অস্ত্ৰ আঁতৰাই নি তেওঁক বিশ্বাসঘাতক প্ৰতিপন্ন কৰে। এক মুহূৰ্তও খড়্গখনক তেওঁ চকুৰ আঁতৰ নকৰিলে। এই ভয়ানক খড়্গই লাহে লাহে ঋষিৰ মনত প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিলে। অহৰহ এই অস্ত্ৰ তপস্বীৰ সংগত থকা বাবে তেওঁৰ তপস্যাৰ প্ৰতিও মন নবহা হ'ল। এই অৱস্থাত পৰি তেওঁ কুকৰ্মত লিপ্ত হৈ নানা ধৰণৰ ব্যভিচাৰ কৰিবলৈ ধৰিলে। প্ৰচণ্ড ব্যভিচাৰত লিপ্ত হৈ এদিন তেওঁ নৰকত পতিত হ'ল। শুনা জঁটাধাৰী, এই বাবেই মই তোমাক গদাটো কান্ধৰ পৰা নমাবলৈ কৈছোঁ।'

চপ চপ চপ।

মন্দাকিনীৰ কেঁকুৰিত নাও ঘূৰিল। আঃ! কি ভাবত মত্ত হৈ আছিল তাই? মাধৱানন্দৰ শ্বাস-প্ৰশ্বাসে তাইক ইলুটি-সিলুটি কৰি আছিল।

হঠাৎ শাস্ত্ৰী মহাৰাজৰ কণ্ঠৰ আৱাজত তাইৰ চমক ভাগিছিল। শাস্ত্ৰী মহাৰাজে বাবা বুঙ্কেক সমৰ্থন কৰি কৈছিল, “দণ্ডকাৰণ্যলৈ যাবলৈ সীতাই ভয় কৰিছিল ঠিক এইবাবেই। দাশৰথিৰ হাতত অহৰহ ধনুৰ্বাণ থাকিব। জগজ্জননীয়ে ভাবিছিল—অগ্নিৰ ওচৰত থকা কাঠৰ যি দশা হয়, অস্ত্ৰ যাৰ হাতত তেওঁৰ দশাও তেনেকুৱাই হ'ব।

বাবা বুঙ্কেই কৈছিল—“মহাপ্ৰভুৱেও জবাব ঠিকেই দিছিল। সেয়া এক অন্য কাহিনী।”

চপ চপ চপ। চপ চপ চপ।

আৰু আগুৱাই গৈছিল নাও। বিশাল বপুৰ নাৱৰীয়াটোৰ উৎসাহৰ অন্ত নাছিল। সি এখন গেৰুৱা ৰঙৰ ধুতী পিন্ধিছিল। উদং গা। ঠিক যেন তুলসীদাসে

আঁকি দেখুওৱা সেই নাৱৰীয়া— যি নাৱৰীয়াই শিল এছটাৰ পৰা ৰামৰ চৰণৰ স্পৰ্শত ৰূপহী অহল্যাৰ সৃষ্টি হোৱা দেখি শ্ৰীৰামচন্দ্ৰক নিজৰ নাৱত উঠিবলৈ দিবলৈ ভয় কৰিছিল; কি ঠিক—কিজানি তেওঁৰ কাঠৰ নাওখনো অহল্যাৰ দৰে এজনী নাৰীলৈ ৰূপান্তৰিত হৈ যায়।

চপ চপ চপ। চপ চপ চপ।

বুকুৰ গভীৰতাৰ পৰা এক প্ৰতিধ্বনি ভাঁহি আহিছিল— এই যাত্ৰা অনন্ত হওক। অনন্ত হওক।

চপ চপ চপ। চপ চপ চপ।

এজাক টিয়া চৰাই উৰি গ'ল মূৰৰ ওপৰেৰে।

নকল নেজডাল পানীৰ পৰা ৰক্ষা কৰিবলৈ বৰ সাৱধান হৈ বহিছিল জঁটাধাৰী। কিবা গম পাইছিল নেকি জঁটাধাৰীয়ে তাইৰ মনৰ অৱস্থাৰ কথা? মাত্ৰ ঊনৈছ বছৰ বয়স আছিল । চকুৰে-মুখে ফুটি ওলোৱা ভাৱধাৰাক সংযত কৰিবলৈকো তাই শিকা নাছিল। সেয়ে হয়তো তেওঁ আটাহ পাৰি গাইছিল— শ্ৰীৰামচন্দ্ৰই সীতাক প্ৰথম দেখোতে হোৱা মনৰ অৱস্থাৰ কাহিনী। তুলসীদাসৰ দোহা ঃ

"প্ৰাচীদিসি সসি উয়েউ সুহাৱা।
সিয় মুখ সৰিস দেখি সুখ পাৱা।।
বহুৰি বিচাৰ কীনহ মন মাহীন।
বদন সম হিমকৰ নাহিন।।
জনম সিন্ধু পুলি বন্ধু দিন মলীন সকলংকু।
সিয় মুখ সামতা পাৱ কিমি চন্দু বপুৰো ৰংকু।।
ঘটই বঢ়ই বিৰহিনী দুখ দাঈ।
গ্ৰাসই ৰাহু নিজ সন্ধিহি পাঈ।।
কোক সোক প্ৰদ পংকজদ্ৰোহী।
অবগুণ বহুত চন্দ্ৰমা তোহী।"

(পূব দিশত চন্দ্ৰমা উদয় হ'ল। এই চন্দ্ৰৰ সৌন্দৰ্য সীতাৰ মুখৰ দৰে বুলি ভাবি শ্ৰীৰামচন্দ্ৰ সুখী হ'ল। কিন্তু কিছু সময় চিন্তা কৰি তেওঁ ভাবিলে ওহোঁ, চন্দ্ৰ সীতাৰ মুখৰ দৰে হ'ব নোৱাৰে। চন্দ্ৰৰ জন্ম সমুদ্ৰত; হলাহল বিষ তেওঁৰ ভাই। দিনৰ বেলা চন্দ্ৰ নিষ্প্ৰভ হৈ পৰে। কলংকও অনেক। চন্দ্ৰৰ বৃদ্ধি হয় আৰু কমি গৈ একেবাৰে নিঃশেষ হোৱাৰ দৰেও হয়। সময় অনুসাৰে ৰাহুৱে গ্ৰাস

কৰে। বিৰহিনীক দুখ দিয়ে। চকোৰাক যন্ত্ৰণা দিয়া আৰু পদুম ফুলৰ শত্ৰু চন্দ্ৰৰ কত। কেনেকৈ চন্দ্ৰৰ লগত তুলনা কৰো সীতাক?)

চপ চপ চপ

কাৰবী গাঁৱৰ ঘাটত নাও লাগিছিল। বাবা বুক্কেক নিবলৈ গাঁৱৰ এজাক মানুহে নাৰ্জিফুলৰ মালা আৰু ৰামনামী লৈ ৰৈ আছিল।

খুপি খুপি নামি গৈছিল বাবা বুক্কে। পিছে পিছে পোলিত চাহাব।

বাবা চকুৰ আঁৰ নোহোৱালৈকে তাই, জঁটাধাৰী, মাধৱানন্দ, শাস্ত্ৰী মহাৰাজ সকলোৱে মূৰ দোঁৱাই নাৱৰ ওপৰত থিয় হৈ আছিল। নাও আকৌ উভতি গৈছিল।

*চপ চপ চপ।*

*চপ চপ চপ।*

এবাৰ মূৰ তুলি মাধৱানন্দই তাইৰ পিনে চাইছিল।

পৃথিৱীৰ সকলো বৰ্ণমালা উধাও হৈ গৈছিল। প্ৰথমবাৰৰ বাবে তাই বুজি পাইছিল পৃথিৱীৰ আটাইতকৈ গভীৰ ভাৱধাৰা প্ৰকাশ কৰিবলৈ কোনো বৰ্ণমালাৰ, কোনো ভাষাৰ প্ৰয়োজন নহয়। অন্তৰাত্মাই নিজেই নীৰৱ ভাষা হৈ দেখা দিয়ে।

*চপ চপ চপ।*

*চপ চপ চপ।*

*বাৰ বছৰ পাৰ হৈ গ'ল।*

এৰা, সুদীৰ্ঘ বাৰ বছৰ পাৰ হৈ গ'ল। বাবা বুক্কে এই সংসাৰৰ পৰা আঁতৰি গ'ল। আৰু তাইৰ এই দেহ?

দুয়ো নয়ন ভৰি আহিল কমলাদেৱীৰ। তাই কোবাকুবিকৈ মাধৱানন্দৰ কোঠালৈ খোজ দিলে। আনদিনাৰ দৰে এইবাৰো শাস্ত্ৰী তাইক সুযোগ উলিয়াই দিছে—যেনেদৰে বাৰ বছৰ আগৰে পৰা তাইক মাধৱানন্দৰ ওচৰত অকলশৰে থকাৰ সুযোগ উলিয়াই দিছিল।

সাগৰৰ পাৰেৰে যাওঁতে তাই দূৰৈৰ শিলদুটাত ঠেকা খোৱা পানীৰ কলৰৱ বৃদ্ধি হোৱা শুনিলে। জোঁৱাৰ-ভাটা আহিছে চাগৈ। পানীয়ে তাইৰ ভৰি স্পৰ্শ কৰি যাবলৈ ধৰিলে। ঘৰচিৰিকাৰ দৰে লগা সৰু সৰু চৰাইবোৰে সাগৰৰ বুকুৰ কৰা উৰি আহি পাৰৰ নাৰিকল গছত আশ্ৰয় ল'লেহি।

চৰাইখানাৰ সাগৰৰ পিনে মুৰ কৰি থকা কাঠৰ দুমহলীয়া ঘৰটোৰ পিনে তাই আগুৱাই গ'ল।

বাহিৰৰ মজিয়াত বহি আছিল মাধৱানন্দ। চিৰি বগাই উঠি গৈ কমলাদেৱীয়ে একেবাৰে সন্মুখতে তেওঁক দেখি কিছু থতমত খালে।

"কমলা?"

মুৰ তুলি নোচোৱাকৈ কমলাই ক'লে, "মহাৰাজে মোক ভক্তসকলে চৰাইঘৰৰ সা-সৰঞ্জামবোৰ ওভতাই দিয়া কামতে সহায় কৰিবলৈ পঠিয়ালে।"

মাধৱানন্দই হাঁহি মাৰি ক'লে, "এই সৰু কামটোৰ বাবে সহায়ৰতো প্ৰয়োজন নহয়, কমলা।"

হৃদয়ৰ মৰ্মস্থলীত পৰা যেন এক আৱাজ বাহিৰ হৈ আহিল। কমলাই এই মুহূৰ্তত নিজকে সংযত কৰিব নোৱাৰিলে, ক'লে, "এইখিনিতে মই কিছু সময় বহিলে বেয়া পাবা নেকি?"

"বেয়া?"

তাই বাৰাণ্ডাত দলিচাত কুচি-মুচি বহিল। তাৰ পাছত তাই ক'লে, "আমি এইদৰে মণ্ডলীৰ সৈতে ঘুৰি ফুৰা বাৰ বছৰ পাৰ হ'ল।"

মাধৱানন্দই তাইৰ পিনে চাই সুধিলে—"এই প্ৰশ্ন কিয়?"

"মাধৱানন্দ! তুমি এবাৰ ভাবি চাইছানে তোমাৰ সা-সম্পত্তিবোৰৰ কি অৱস্থা হৈছে? সীমাৱৰ্তী এলেকাত থকা শ্ৰীভূমিৰ মাটিবোৰ? শুনা নাইনে সাত ভূতে সেইবোৰ লুটি খাই সাং কৰিছে? তোমাৰ জমিদাৰী মাটিৰ লগত মিলি যোৱাৰ উপক্ৰম হৈছে। মাধৱানন্দ?"

মাধৱানন্দই উত্তৰ নিদিলে। হিচাপ-পত্ৰ কৰিবলৈ থোৱা ফাইলবোৰ তেওঁ তুলি ল'লে। তাৰ পাছত কাঠৰ ছিৰিৰে তেওঁ লাহে লাহে তললৈ নামি আহিল।

তেওঁৰ পিছে পিছে আহি কমলাদেৱীয়ে চিঞৰিবলৈ ধৰিলে, "মাধৱানন্দ।"

নাই, মাধৱানন্দই কোনো উত্তৰ নিদিলে। তেওঁ এইবাৰ গপগপাই তললৈ নামি আহিল। পিছে পিছে তায়ো নামি আহিল।

"মাধৱানন্দ! মাধৱানন্দ, তুমি নাজানা মই তোমাক কেনেধৰণে সহায় কৰিব পাৰোঁ! বাৰ বছৰ বহুদিন নহয়নে?"

মাধৱানন্দই পিছলৈ নোচোৱাকৈয়ে ক'লে, "আহা, আমি হিচাপ-পত্ৰখিনি ঠিকে আছে নে চাই আহোঁ।"

মাধৱানন্দ গপগপাই এটাৰ পাছত আন এটা ঘৰলৈ গ'ল। সকলো সাজু হৈ আছিল। হিচাপৰ বহী উলিয়াই তেওঁ মণ্ডলীৰ সভ্যসকলে আছুতীয়াকৈ চৰাইখানাৰ পৰা গ্ৰহণ কৰা বিছনাৰ চাদৰ, কম্বল, কাপ-প্লেট আদিৰ হিচাপ ল'লে।

........মন্ত্ৰচালিত মানুহৰ দৰে তায়ো তেওঁৰ পিছে পিছে মণ্ডলীৰ সভ্যসকল থকা কোঠাবোৰ পৰিদৰ্শন কৰিলে।

কেনে ধৰণৰ হৃদয় এয়া? এটাৰ পাছত এটা চাংঘৰত উঠিল আৰু নামি আহিল?

উঠিল আৰু নামিল।

উভতি নিজৰ কোঠালৈ যোৱাৰ সময়ত মাধৱানন্দই ক'লে, "আমাৰ আটাইতকৈ সুন্দৰ কাৰ্যক্ৰম এতিয়াও বাকী আছে। হাৰমিটেজ গাঁৱৰ নাম পঞ্চৱতী ৰাখিবলৈ আমি আজি গমন কৰিম। মৰিছাছৰ আন এখন গাঁও Upper Valleedes Pretres —ৰ নাম চিত্ৰকূট ৰখা হ'ব। মৰিছাছ বিশ্ববিদ্যালয় অক্টোভে ৰাইহে অডিটৰিয়ামত ৰামায়ণৰ এটি সংস্কৰণ বিনামূলীয়াকৈ বিতৰণ কৰা হ'ব। ৰাতি ভাকছত স্পেছাল ম'বাইল ফ'ৰ্ছৰ ভোজসভাও আছে।"

মাধৱানন্দৰ কথা শুনিবলৈ কমলাদেৱী আৰু বৈ নাথাকিল। সাগৰৰ পাৰৰ 'চবুতৰা'টোৰ পিনে তাই কোবাকুবিকৈ খোজ দিলে। এক ৰুদ্ধ কান্দোনে তাইৰ বুকুখন ফালি দুফাল কৰি দিলে।

উঃ! কিয় তাই আনবোৰ ভক্তৰ দৰে দাশৰথিৰ ওচৰত সমৰ্পিত হ'ব নোৱাৰিলে? বালী বধ, সীতাৰ কাহিনী, শূৰ্পনখা, কত জনে কত মঞ্চৰ ওপৰত থিয় হৈ দাশৰথিৰ পক্ষ লৈ কত শক্তিশালী যুক্তি দেখুৱাই গ'ল। তথাপি তাই সমৰ্পিত হ'ব নোৱাৰিলে। কিয় এনে হ'ল? তাই মাত্ৰ পহৰা দি থাকিল মাধৱানন্দক। ৰ'জমেৰি, অযোধ্যাত বাস কৰা বগা ছালৰ ইউৰোপীয় বৈষ্ণৱীহঁত, মণ্ডলীত সময়ে সময়ে চামিল হোৱা গাভৰু ছাত্ৰীসকল ...... হয় হয়, কোনোবা মাধৱানন্দৰ আশে-পাশে ঘূৰিছে নে নাই চাই থাকোঁতেই যেন সুদীৰ্ঘ বাৰটা বছৰ পাৰ হৈ গ'ল।

যিমানেই তাই ৰামায়ণৰ বিভিন্ন বিষয়ৰ গৱেষণা-পত্ৰ নপঢ়ক, তাইৰ হৃদয়ত পহৰাদাৰ হৈ থকা চোৰাংচোৱা মজবুত খোজেৰে সতৰ্ক হৈ থাকিল।

বাৰ বছৰ পাৰ হৈ গ'ল। আঁঠু-মুখ গুজি কমলাদেৱীয়ে হুকহুকাই কান্দিবলৈ ধৰিলে।



এঘাৰ

# ৰাজ্যপালৰ বাসভৱনৰ চাহমেল

শুভযাত্ৰাৰ আগদিনাৰ কাৰ্যক্ৰমৰ ভিতৰত আছিল ৰাজ্যপাল ছাৰ বীৰস্বামী ৰিংগাদুৰ প্ৰাসাদৰ চাহমেল আৰু এখন কবি সন্মিলন।

ৰাজ্যপালৰ প্ৰাসাদ 'লে ৰেদুইট'ত অৱস্থিত। ছাৰ ৰিংগাদু চুটি-চাপৰ মানুহ। শৰীৰৰ বৰণ বৰ পৰিষ্কাৰ নহয়। মূৰৰ চুলি ঘন। মুখৰ ভাবধাৰাই প্ৰকাশ কৰে তেওঁ অকল ৰাজনীতিজ্ঞই নহয়, দাৰ্শনিকো। তেওঁৰ সাজ-পোছাকতো তেনে ধৰণৰ আড়ম্বৰ নাই। গাত ছাইৰঙৰ ছুট আৰু ডিঙিত ওলমি আছিল কফিৰঙৰ টাই।

ছাৰ ৰিংগাদুৰ ধৰ্মপত্নীয়েও আহি সকলোকে অভিবাদন কৰিলে। তেওঁ ৰাংঢালী মানুহ। খোপাত লোৱা ফুল আৰু পিন্ধা শাৰীয়ে সোঁৱৰাই দিছে তেওঁৰ পূৰ্বপুৰুষসকল নিশ্চয় দক্ষিণ ভাৰতৰ মানুহ।

ৰাজ্যপালৰ প্ৰাসাদৰ সুৰম্য বাগিচাত মণ্ডলীৰ ভক্তসকলে পিতপিতাই ফুৰিবলৈ ধৰিলে।

শাস্ত্ৰী মহাৰাজ, সন্ন্যাসী হৰিনাৰায়ণ আৰু মাধৱানন্দ এখন প্ৰকাণ্ড গাড়ীৰ পৰা নামিল। এই গাড়ী বিশেষভাৱে ৰাজ্যপালে পঠিয়াইছিল শাস্ত্ৰী মহাৰাজৰ বাবে।

দুৱাৰমুখত ৰাজ্যপাল ছাৰ বীৰস্বামী ৰিংগাদুৱে শাস্ত্ৰী মহাৰাজক আদৰণি জনালে। শাস্ত্ৰী মহাৰাজে ফুলৰ মালা আৰু ৰামনামী দি ৰাজ্যপালক অভিবাদন জনালে। সন্ন্যাসী হৰিনাৰায়ণে হাতেৰে ৰাম-সীতাৰ কাহিনী অংকন কৰা ৰেচমৰ উত্তৰীয় এখন শ্ৰীমতী ৰিংগাদুক উপহাৰ দিলে। কোন টলকত ৰ'জমেৰি সন্ন্যাসী হৰিনাৰায়ণৰ ওচৰত থিয় হৈছিলহি কোনেও তৰ্কিব নোৱাৰিলে। তেওঁৰ হাতত আছিল অহল্যাৰ মুক্তিৰ এখন অপূৰ্ব চিত্ৰ। ৰাজ্যপাল ছাৰ বীৰস্বামী ৰিংগাদুক

তাই সেইখন উপহাৰ দিলে। তেওঁ ছবিখন বৰ আগ্ৰহেৰে চালে। এক শিলাখণ্ডৰ ওচৰত থিয় হৈ আছে অপূৰ্ব নাৰী অহল্যা। তলত তুলসীদাসৰ দোহা এটাও লিখা আছে ঃ

*—বিনতী প্ৰভু মোৰী মে*
*মতিভোৰী নাথ ন মাগউ বৰ আনা।*
*পদ কমল পৰাগা ৰস অনুৰাগা মম মন*
*মধুপ কৰই পানা।*

(প্ৰভু মোৰ এয়ে প্ৰাৰ্থনা, মোক আন কোনো বৰ নালাগে—পদ্মৰ দৰে তোমাৰ এই দুয়ো চৰণৰ পৰাগ ৰস মোৰ মন-ভ্ৰমেৰে যেন অহৰহ পান কৰি থাকে।)

ৰাজ্যপালৰ আশে-পাশে থকা ভাৰতীয় দূতাবাসৰ বিষয়া এজনে কটমটকৈ ৰ'জমেৰিলৈ চালে। ৰাজ্যপালক ছবিখন উপহাৰ দিয়াৰ আগেয়ে সম্ভৱ তেওঁ বিষয়াগৰাকীক এবাৰ সুধি চাব লাগিছিল।

প্ৰেছৰ মানুহ, টেলিভিছনৰ মানুহ, সভাত চামিল হোৱা ইউৰোপীয় পণ্ডিতসকল, মৰিছাছৰ সুখ্যাত মন্ত্ৰীসকল, মুধাফুটা বিষয়াসকল কোনো আৰু বাকী নাছিল। মুহূৰ্তৰ ভিতৰতে ৰাজ্যপালৰ প্ৰাসাদৰ উদ্যান লোকে লোকাৰণ্য হৈ পৰিল।

সভালৈ অহা ভক্তসকলে ৰাজ্যপাল ছাৰ বীৰস্বামী ৰিংগাদুৰ লগত ফটো উঠিবলৈ হুৰমুৰ লগালে। ইমানবোৰ মন্ত্ৰী আৰু বিষয়া আহিছে যদিও গা-ৰক্ষী বাহিনীৰ ইয়াত প্ৰয়োজন নাই।

ইস ইস! নিজৰ চকুকে যেন শাস্ত্ৰী মহাৰাজে বিশ্বাস কৰিব পৰা নাই। আঃ, মাত্ৰ দুটামান ভক্তৰে আৰম্ভ কৰা তেওঁৰ এই ভব্য মণ্ডলীয়ে এয়া বিৰাট আকাৰ ধাৰণ কৰিছে। এক সুন্দৰ সপোন দিঠকত পৰিণত হৈছে। প্ৰত্যেগৰাকী মুধাফুটা ব্যক্তিৰ লগত কথা-বতৰা পাতি তেওঁ ৰাজ্যপালৰ বাগিচাত ঘূৰি ফুৰিবলৈ ধৰিলে যদিও তেওঁৰ অন্তৰ-আত্মাই ৰুদ্ৰাক্ষৰ মালা জপ কৰি থাকিল।

খোৱা-বোৱাৰ আয়োজন একেবাৰে 'ইলাহী'য়েই আছিল। গুলমোহৰ আৰু গোলাপৰ জোপোহাবোৰৰ ওচৰত ফলৰ ট্ৰে'বোৰ সজাই থোৱা হৈছিল। কত ধৰণৰ যে ফল! সুস্বাদু চিৰাল, তেলৰ দৰে ৰঙা আপেল, হালধীয়া এপ্ৰিকট, আনাৰসৰ সোণালী টুকুৰা, সুস্বাদু অমিতা, ডাব নাৰিকল, লিচু, পনিয়ল...। বাল্মীকিয়ে লংকাৰ বাগিচাত শোভাবৰ্ধন কৰি থকা যিবোৰ ফলৰ বৰ্ণনা দিছিল

সেই সকলোৰে স্বাদ ল'বলৈ যেন এয়া ছাত্ৰ বীৰস্বামীয়ে আলহীসকলক নিমন্ত্ৰণ কৰি আনিছে। তৌবা তৌবা! মাছ-মাংসৰ কাৰবাৰ কিন্তু ইয়াত নাই। নাই মদিৰা। কোনো এখন সভাতে মাছ-মাংসৰ কাৰবাৰ নাছিল। তেজৰ কাৰবাৰ হ'বই নোৱাৰে। উঠি অহা নতুন ছাত্ৰৰ দলে এই কথা লৈয়ো তৰ্ক কৰিব খোজে। সিহঁতে কয়—স্বয়ং শ্ৰীৰামচন্দ্ৰই স্বৰ্ণমৃগ মাৰীচক বধ কৰাৰ পাছত সম্ভৱ ভাগৰৰ বাবেই হওক নাইবা পেটৰ ক্ষুধাৰ বাবেই হওক, আন মৃগ মাৰি দণ্ডকতে ভক্ষণ কৰিছিল। আনকি জামুৰ শাখা, বেত ইত্যাদিৰে কৰা ভেলাৰে যমুনা পাৰ হোৱাৰ সময়ত সীতাই যমুনাক এইবুলি প্ৰাৰ্থনা কৰা নাছিলনে?

*যক্ষ্যে ত্বাং গোসহস্ৰেন সুৰাঘটশতনে চ।*
*স্বস্তি প্ৰত্যাগতে ৰামে পুৰী মিক্ষবাকু পালিতাম।*

(স্বামীৰ ব্ৰত সম্পূৰ্ণ কৰি অযোধ্যালৈ প্ৰত্যাগমন কৰিলে মই তোমাক এহেজাৰ গৰু আৰু এশ সুৰাৰ ঘটেৰে পূজা কৰিম।)

গতিকে মদিৰা পানত বাধা ক'ত? এই কথাত জঁটাধাৰীয়ে কিৰিলি পাৰি উঠিছিল আৰু এগৰাকী ভক্তই আটাহ—দাশৰথিয়ে যমুনা পাৰ হৈ চিত্ৰকূটগিৰিৰ ওচৰত বাল্মীকিৰ আশ্ৰমত উপস্থিত হোৱা সেই অপূৰ্ব দৃশ্যৰ কথা মনত নাইনে? প্ৰতিজোপা গছতে এনে ধৰণৰ মৌবাহ আছিল যে বাল্মীকিয়ে হিচাপ দিয়া মতে এটা এটা মৌবাহত ত্ৰিছ সেৰ ওজনৰ মৌ ওলমি আছিল। কিংশুক ফুলে পোহৰ কৰি ৰাখিছিল সেই স্থান।

জঁটাধাৰীয়ে সেইদিনাও হনুমানৰ পোছাক পিন্ধি আছিল। প্ৰকাণ্ড দীঘল নেজডাল নচুৱাই তেওঁ কৈছিল—"ৰাক্ষস সমাজত মাংসৰ প্ৰতি থকা হুতাহৰ কথা পঢ়া নাইনে, পণ্ডিতসকল?"

বাল্মীকিয়ে লিখি গৈছে যে সেই নলিনী-নয়না সীতাক দেখি চন্দোদৰী নামৰ ৰাক্ষসীগৰাকীয়ে কৈছিল—"মোৰ এতিয়া গৰ্ভৱস্থা। সেই মৃগনয়না সীতাক হৰণ কৰি অনাৰে পৰা মোৰ বৰ হুতাহ জন্মিছে! তাইৰ যকৃৎ, প্লীহা, নাড়ী-ভূৰু, হৃদপিণ্ড ভক্ষণ কৰিবলৈ মোৰ মন গৈছে।"

আন এজন ভক্তই জঁটাধাৰীৰ কথা শেষ কৰিবলৈ নিদি ক'লে, "ৰাক্ষসৰ কথা ক'ব নালাগে। স্বয়ং ৰাৱণেই জানো কোৱা নাছিল—সীতা, দুমাহৰ ভিতৰত তুমি মোৰ শয্যালৈ নাহিলে মই তোমাৰ মাংসৰে মোৰ প্ৰাতঃভোজৰ আয়োজন কৰিম— বুলি? আৰু শুনা, মানুহৰ মাংস খাই লংকাৰ দেৱী নিকুম্ভিলাই তাণ্ডৱ নৃত্য কৰিছিল। চিত্ৰকূটত সজা পৰ্ণকুটিৰত পদাৰ্পণ কৰাৰ আগেয়ে লক্ষ্মণে

দাশৰথিক কোৱা নাছিলনে—"মই কৃষ্ণমৃগক অংগ-প্ৰত্যংগ বিচ্ছিন্ন নকৰাকৈ ৰাখিছে। তুমি এতিয়া দেৱতাসকলক উৎসৰ্গা কৰা।"

আৰু, বালীয়ে মৃত্যুৰ সময়ত ভৰ্ৎসনা কৰি শ্ৰীৰামচন্দ্ৰক কোৱা নাছিল নে—'গঁড়, গুঁই, শহাপহু, কাছ ইত্যাদি পঞ্চনখৰ জীৱ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকলে খাব পাৰে। কিন্তু মানুহে বান্দৰৰ অস্তি-চৰ্ম স্পৰ্শ নকৰে। মই সেই পাঁচটা নখ থকা বান্দৰ—যাৰ মাংস কোনেও ভক্ষণ নকৰে। মোক তুমি মাৰিলা কিয়?'

মণ্ডলীৰ মাজত সভ্যসকলৰ কত তৰ্ক-বিতৰ্ক হ'ল—নাই নাই, কোনোপধ্যে শাস্ত্ৰী মহাৰাজে আমিষ আহাৰ আৰু মদিৰাৰ বটল সভাস্থলীলৈ আনিবলৈ নিদিলে। এক সভাত জীৱহত্যা মহাপাপৰ বিষয়ে তেওঁ যুক্তি-তৰ্কৰে এনে এক ভাষণ দিছিল যে তেওঁৰ যুক্তি কাটিব নোৱাৰি ছাত্ৰসকল ভেচভেচীয়া হৈ পৰিছিল।

ছাৰ বীৰস্বামী ৰিংগাদুৰে এইবাৰ সকলোকে প্ৰাসাদৰ ভিতৰলৈ মাতিলে। খোৱাৰ আয়োজন প্ৰাসাদৰ বিভিন্ন কোঠাবোৰৰ মাজত অতি জাকজমকভাৱে কৰা হৈছিল। ১৯৬৮ চনতে মৰিছাছে স্বাধীনতা লাভ কৰিছিল। অকল উপনিৱেশ পাতিব পৰা ডাচ আৰু ফৰাছীহঁতেই নহয়, উপনিৱেশ পাতিব নোৱৰা আৰব আৰু পৰ্টুগীজহঁতৰ স্মৃতিচিহ্নও এই দ্বীপৰ সকলোতে বিৰাজমান। কিন্তু 'লে ৰেদুইট'ৰ ৰাজ্যপালৰ এই ভব্য ভৱনত বৃটিছ শিল্পীৰ চিত্ৰকলা, বিভিন্ন মূৰ্তি, আনকি বৃটিছৰ সময়তে সংগ্ৰহ কৰি অনা আচবাব আৰু বাচন-বৰ্তন দেখি সকলোৰে চকু থিয় হ'ল। পৃথিৱীৰ বিভিন্ন স্থানৰ পৰা জহুৰীয়ে মণি-মুক্তা আৰু অলংকাৰ বাছি অনাৰ দৰে যেন ইয়াৰ বস্তুবোৰ সংগ্ৰহ কৰা হৈছিল। অতি জাকজমকপূৰ্ণ হলত সজাই থোৱা আছিল মহাৰাণী এলিজাবেথৰ এক ভব্য তৈলচিত্ৰ। সভালৈ অহা তৰুণ ভক্তসকলে এই চিত্ৰৰ ওচৰত বহি ফটো উঠিবলৈ হেতা-ওপৰা লগালে।

ছিংগাপুৰেৰে আহি সভাত চামিল হোৱা হিন্দু এন. আৰ. আই. ব্যৱসায়ীসকল মেৰিটিম হোটেলৰ পৰা আহি হাজিৰ হ'ল। শাস্ত্ৰী মহাৰাজে দেখিলে তেওঁলোক ডাঙৰ ডাঙৰ গাড়ীত আহি হাজিৰ হৈছে। তেওঁলোকে নিশ্চিতভাৱে পইচা খৰচ কৰিব পাৰে। ভাৰতীয় যাত্ৰীৰ দৰে হিচাপ কৰিবলগীয়া নহয়। যোৱা নিশা শাস্ত্ৰী মহাৰাজ শুব পৰা নাছিল। কোনে কৰোৱাইছে এইবোৰ কাম তেওঁৰ হতুৱাই? সামান্য দুটামান ভক্তৰে গঠিত তেওঁৰ এই মণ্ডলীয়ে এই ভব্য ৰূপ কেনেদৰে পালে?

কোনে কৰোৱাইছে এই কাম তেওঁৰ হতুৱাই? কোনে?

মহাৰাণী এলিজাবেথৰ প্ৰকাণ্ড চিত্ৰখনৰ ওচৰত ফটো তুলিবলৈ হেতা-ওপৰা লগোৱা ছাত্ৰসকলৰ ওচৰত থিয় হৈ থকা কমলাদেৱী হঠাৎ টুৰিষ্ট গাইড প্ৰেমকুমাৰ ৰাসপালৰ আৱাজত চঁক খাই উঠিল। ৰাসপালে তাইক অনুনয় কৰাৰ দৰেই ক'লে, "কমলা! তোমাৰ লগত কথা পাতিবলৈ সুযোগ বিচাৰি আছোঁ।"

কমলাই উৎসাহেৰে সুধিলে, "ক'ত আছিলা এইকেইদিন?"

"ছিংগাপুৰ হৈ অহা এন. আৰ. আই. ব্যৱসায়ীসকলে অ'লৈ পঠিয়াইছে, ত'লৈ পঠিয়াইছে। ৰ'জহিল, কোৰ, পাইপ, বিউ বাছিল, ভাকাছ... এশ এটা ফৰমাইচ। মই কিন্তু তোমাৰ এই চুলিকোছা এক মুহূৰ্তও পাহৰিব পৰা নাই।"

কমলাদেৱীয়ে থতমত খালে।

এনেকুৱা সভালৈ আহি তাইৰ অভিজ্ঞতা হৈছে। অনেক পুৰুষৰ নাঙঠ ৰূপ তাই দেখা পাইছে। চিত্ৰকূটত দৰবাৰী গায়ক এজনৰ হাতৰ পৰা কথমপিহে তাই ৰক্ষা পাইছিল। তাই ভক্ত কিছুমানৰ লগত চিত্ৰকূটৰ পৰা খাজুৰাহোৰ মন্দিৰ চাবলৈ গৈছিল। মন্দিৰ চাই পুৱাৰ গাড়ীত সকলো ঘৰাঘৰি উভতি যোৱাৰ কথা। ৰাতি তাই সৰু ষ্টেচনটোৰ ৱেইটিং ৰুমটোৰ একোণত বিছনাখন মেলি লৈ শোৱাৰ যোগাৰ কৰিছিল। এসময়ত তাইৰ দুৰ্ঘোৰ টোপণিও আহিছিল। হঠাৎ তাই চঁক খাই সাৰ পালে। দৰবাৰী গায়কটো তাইৰ বিছনাৰ ওচৰত আহি থিয় হৈছিল। পাছ মুহূৰ্ততে ক'ৰ পৰা যে মাল-পত্ৰ লৈ যাত্ৰীৰ দল এটা হুৰমুৰকৈ সোমাই আহিল। গায়কটোৱে ফৰিংছিটিকা দিছিল।

আৰু এবাৰ বাৰানসীৰ ৰামনগৰত ঘটিছিল এটা ঘটনা। সেইবাৰ ৰামনগৰত বহিছিল মণ্ডলীৰ সভা। কত ধৰণৰ যে ভক্ত অহা নাছিল সেইবাৰ। উজ্জিয়িনী, চিত্ৰকূট, ব্ৰজ, অযোধ্যা—কিমান ঠাইৰ পৰা যে অহা নাছিল। মণ্ডলীৰ লগত প্ৰথম চামিল হৈছিল তাই। ব্ৰজধামৰ পৰা অহা ভক্তবোৰে তাইক ৰাধে ৰাধে বুলি সম্বোধন কৰিছিল। সেইবাৰ শুকদেৱ মহাৰাজৰ ৰামায়ণৰ ব্যাখান শুনি তাই অভিভূত হৈছিল। দিনে-ৰাতি শুকদেৱ মহাৰাজৰ লগে লগে তাই ছাঁৰ দৰে ঘূৰি ফুৰিছিল। শেষত ঘটিছিল সেই ঘটনা। মণ্ডলীৰ গোটেইজাক ভক্তই ৰাতি ৰামনগৰৰ প্ৰক্ষাত ৰামলীলা, বিশেষকৈ ভূদেৱ ভট্টৰ হনুমানৰ পাৰ্ট চাবলৈ গ'ল; বাকী থাকিল তাই আৰু শুকদেৱ মহাৰাজ। শুকদেৱ মহাৰাজে ক'লে, "কমলা, মোৰ এটা অনুৰোধ ৰাখা।"

"কি অনুৰোধ?"

"তোমাৰ শৰীৰটো মই চাব খোজোঁ।"

"মই তোমাক স্পৰ্শ নকৰোঁ। মই মাত্ৰ তোমাৰ শৰীৰটো চাব খোজো।" চব মনত আছে। (হয়, হয়। চব মনত আছে।)

"তুমি দেখোন চিন্তাৰ সাগৰত বুৰ দিলা, কমলা? আহা সৌ সকলোৱে তোলাৰ দৰে ময়ো তোমাৰ লগত ৰাণী এলিজাবেথৰ তৈলচিত্ৰৰ ওচৰত এখন ফটো তোলো।"—তাইক হাতত ধৰি টানি নিয়াৰ দৰে প্ৰেমকুমাৰ ৰাসপালে চিৰি বগাই মহাৰাণীৰ ফটোৰ ওচৰত থিয় দিলেগৈ। ইতিমধ্যে কেইবাটাও ফটোগ্ৰাফাৰে ভক্তসকলৰ ফটো তুলি ঘূৰি ফুৰিছিল। তাৰে এটাক প্ৰেমকুমাৰে নিজৰ কেমেৰাটো দি ক'লে, "তোলা তোলা, আমাৰ দুয়োৰে এখন ভাল ফটো তোলা—যাতে গোটেই জীৱন মনত থাকে।"

এখন নহয়, বীৰস্বামী ৰিংগাদুৰ ভব্য প্ৰাসাদত প্ৰেমকুমাৰ ৰাসপালে আৰু কেইবাখনো ফটো তুলিলে। কফি ৰুমত, বাগিচাত, লবিত। প্ৰত্যেকখন ফটোতে কমলাদেৱীৰ প্ৰকাণ্ড দীঘল বেণীডাল দেখুওৱাৰ ব্যৱস্থা কৰিবলৈ সি নাপাহৰিলে। এনেয়ে কমলাই নিজৰ বেণীডালৰ কথা পাহৰিয়েই থাকে। কেইবাবাৰো তাই প্ৰকাণ্ড চুলকোছা সামৰিব নোৱাৰি কাটি পেলোৱাৰ কথাও ভাবিছিল। কিন্তু কোনে যেন ফুচফুচাই কৈছিল—তেওঁ অহাৰ পথ তুমি মূৰৰ এই চুলিৰেই পৰিষ্কাৰ কৰি থ'বা।

কোন তেওঁ?

চন্দ্ৰতাপ এখনৰ তলত দৰবাৰী গায়ককেইগৰাকী বহি আছিল ................
তেওঁলোকৰ ওচৰত বহিল। গায়ককেইগৰাকীয়েও তাইৰ দীঘল বেণীলৈ .........
তাৰিফ কৰি উঠিল—"বহুত খুব। বহুত খুব।" সিইঁতে হয়তো প্ৰেমকুমাৰ ৰাসপালে তাইৰ বেণী প্ৰকট কৰি ফটো তোলা চাই আছিল।

মণ্ডলীৰ লগত অহা দৰবাৰী গায়ক এজনে ক'লে—"বিদেহ কুমাৰী সীতাৰ চুলিও ইমানেই দীঘল আছিল। এবাৰ নিজৰ চুলিৰেই তেওঁ আত্মহত্যা কৰিব খুজিছিল।"

আত্মহত্যা?

"হয় হয়, সীতাই আত্মহত্যা কৰিব খুজিছিল। সুন্দৰা কাণ্ডটোকে পঢ়ি চাবা। ৰাৱণে সমগ্ৰ পৃথিৱীৰ সুখেই আনি সীতাৰ ভৰিৰ ওচৰত থ'ব খুজিছিল। কৈছিল—মোক গ্ৰহণ কৰা। মোৰ অনেক মহিষী আছে, সেইবোৰৰ মাজত

তুমি শ্ৰেষ্ঠ মহিষী হোৱা। মই তোমাৰ যি অংগ দৰ্শন কৰিছোঁ, সেই অংগতে মোৰ দুয়ো নয়ন স্তব্ধ হৈ ৰৈ আছে। এনে কোনো ব্যক্তি আছেনে যি তোমাৰ দৰে সুন্দৰীক লাভ কৰাৰ পাছত তেওঁৰ মন বিপথগামী হোৱা নাই? মই স্বৰ্গ-মৰ্ত্য-পাতাল জয় কৰি যি অতুল বৈভৱ লাভ কৰিছোঁ, এই সমস্ত তোমাৰ বাবেই।"

দৰবাৰী গায়কৰ লগত থকা আন এজন গায়কক সুৰ লগাই তুলসীদাসৰ প্ৰখ্যাত দোহা এটা গাই শুনালে ঃ

*"সীয়া বৰণী তেই উপমা দেই*
*কুকবি কহই কোই অযশ লেই।"*

(সীতাৰ সৌন্দৰ্যৰ উপমা কোনে দিব পাৰে? যি গৰাকীয়ে দিব তেওঁ কু-কবি বুলিহে জনাজাত হ'ব।)

আন এজনে সুৰ লগাই আকৌ গালে ঃ

*"উপমাসমূহ মোহে লাগই জুঠাৰি*
*কই পট তৰিউ বিদেহ কুমাৰী।"*

(উপমাসমূহ মোৰ উচ্ছিষ্ট লগা হৈছে। (সকলো কবিয়ে ব্যৱহাৰ কৰা বাবে।) কিহেৰে তুলনা কৰোঁ এই বিদেহ কুমাৰীক?)

প্ৰেমকুমাৰ ৰাসপালে ৰসিকতা কৰি ক'লে— "দৰবাৰীসকল, আপোনালোকে সীতাই নিজৰ বেণীৰে ডিঙিত ফাঁচ দি আত্মহত্যা কৰাৰ কথাহে কৈ আছিল?"

"হয় হয়, এই বিষয়ে আমি কিছুমান গীতো ৰচনা কৰিছো। সুন্দৰাকাণ্ড মনোযোগেৰে পঢ়িবা। ৰাৱণৰ কবলৰ পৰা ৰক্ষা পাবলৈ সীতাই আৰ্তনাদ কৰি উঠিছিল—'মই বিহ খাই আত্মহত্যা কৰিব খোজোঁ নাইবা যদি কোনোবাই ক্ষুৰধাৰ অস্ত্ৰ আনি দিয়ে, তেনেহ'লে মই নিজৰ ডিঙি সেই অস্ত্ৰৰে ঘপিয়াই আত্মহত্যা কৰিব খোজোঁ। কিন্তু ৰাক্ষসৰ গৃহত এইবোৰ আনি দিবলৈ কোনো নাই।'— শেষত সীতাই নিজৰ সুদীৰ্ঘ বেণীকে চিপজৰী কৰি আত্মহত্যা কৰিবলৈ এজোপা গছৰ গুৰিত থিয় হৈছিল। ইমানেই দীঘল আছিল বিদেহ কুমাৰীৰ চুলি।"

কমলাদেৱীয়ে আৰ্তনাদ কৰি উঠিল, "হয়, হয়। তুলসীদাসে সীতাৰ বেণীৰ কথা বৰ্ণনা কৰা নাই, কিন্তু মই পঢ়া মাধৱ কন্দলিয়ে সুন্দৰকৈ বৰ্ণনা কৰিছে। হনুমানে দুটা উপায়েৰে সীতাক বিচাৰি উলিয়াব পাৰিব বুলি ভাবিছিল।

সেয়ে ৰাৱণৰ অন্তঃপুৰলৈ গৈ হনুমানে শুই থকা প্ৰত্যেকগৰাকী সুন্দৰীৰ মুখ শুঙি চাইছিল। এৰা, যিগৰাকীয়ে মদ খাই শুই আছে, তেওঁতো কেতিয়াও সীতা হ'ব নোৱাৰে। তাৰ পাছত হনুমানে চুলি জুখি চাইছিল—কাৰণ হনুমানে সীতাৰ বেণী আঠহাত দীঘল বুলি শুনিছিল।"

"আউঠহাতৰ বেণী শুনিয়াছো ভাল
কেশ জুখি মুখ সুঙ্গি লৈবোঁহো প্ৰমাণ।"

গোটেইজাকে ঢেকঢেকোই হাঁহিবলৈ ধৰিলে। দৰবাৰী গায়ক দুজনে ক'লে, "পূব প্ৰান্তৰ কবি ৰসিক আছিল।"

হয় হয়, পূব প্ৰান্তৰ কবি ৰসিক আছিল।

ঠিক এইখিনি সময়তে আন এখন সুসজ্জিত ছামিয়ানাৰ তলত অভ্যাগতসকলৰ লগত ৰাজ্যপালক বহি থকা দেখা গ'ল। ইয়াত এখন সৰু-সুৰা কবি সন্মিলন আৰম্ভ হৈছে। দৰবাৰী গায়ক দুগৰাকীয়ে এইঝাৰ বহাৰ পৰা উঠি সেইপিনে ঢাপলি মেলিলে।

কমলাদেৱী প্ৰেমকুমাৰ ৰাসপালৰ লগত আছিল যদিও তাইৰ চকুৱে মাধৱানন্দই কাৰ সৈতে কথা পাতি আছে, সেই পিনেহে সজাগ হৈ আছিল। বহু সময় ধৰি শাস্ত্ৰী মহাৰাজ আৰু বিদেশৰ পৰা অহা এন. আৰ. আই. সদাগৰ কেইগৰাকীৰ লগত আন এখন ছামিয়ানাৰ তলত মাধৱানন্দ বৰ গভীৰভাৱে আলোচনাত মগ্ন হৈ আছিল। কিন্তু এতিয়া তেওঁলোক ছামিয়ানাৰ তলত নাই। সকলোৱে জানে এই এন. আৰ. আই. সদাগৰ কেইজনৰ বাবে শাস্ত্ৰী মহাৰাজৰ সন্তুষ্টিৰ সীমা নাই। এনেকুৱা বণিক সদাগৰ ৰামভক্ত হৈছে—ইয়াতকৈ বেছি সন্তুষ্টিৰ কথা আৰু কিবা থাকিব পাৰেনে?

ধপ ধপ ধপ ধপ। হাত চাপৰি বজাই ৰাজ্যপালৰ ওচৰত বহি থকা টুপী পিন্ধা ভদ্ৰলোক এজনে সকলোকে ৰাজ্যপালৰ ওচৰৰ ছামিয়ানাখানলৈ আহ্বান কৰিলে। ইফালে-সিফালে পি-পিয়াই ফুৰা ভক্তসকল ছামিয়ানাৰ তলত আহি গোট খালে। ৰাজ্যপালৰ ওচৰত বহি থকা টুপী পিন্ধা ভদ্ৰলোকজনে আটাহ পাৰি উঠিল, "আমাৰ এই মৰিছাছ দ্বীপলৈ অহা ফৰাছী আৰু ইংৰাজ লেখকে শ্ৰীৰামচন্দ্ৰ আৰু সীতাদেৱীৰ বিষয়ে অনেক কাহিনী আৰু কবিতা লিখি থৈ গৈছে। মৰিছাছৰ কবি অৰুণে আপোনালোকক এই মৰিছাছৰ বুকুত জন্ম হোৱা ফৰাছী আৰু বৃটিছ কবিৰ কবিতা শুনাব। সীতাৰ দুখত কাতৰ হৈ ৰবাৰ্ট এডৱাৰ্ড হাৰ্ট আৰু লিওভিলে লুভেই অপূৰ্ব সুন্দৰ কবিতা লিখি থৈ গৈছে। ফৰাছী কবি

লিওভিলে লুভে সীতাৰ ৰহস্যময় সৌন্দৰ্যত মুগ্ধ হৈছিল। নহ'বই বা কিয়? সীতাৰ সেই জন্ম আৰু সমাপ্তি, সকলো ৰহস্যৰে ঘেৰা নহয় নে?"

মৰিছাছৰ কবি অৰুণে হিন্দীলৈ অনুবাদ কৰা লিওভিলে লুভেৰ কবিতা এটা পঢ়ি শুনাবলৈ থিয় হ'ল।

*"হে গংগে,*
*জব সীতা তেৰে কিনাৰ পৰ*
*বিচৰণ কৰ ৰহী থি*
*তো এইসা লগা*
*মানো বীহড় জংগল কে*
*অন্ধকাৰ সে*
*একা এক চন্দ্ৰমা নিকল আয়া হ্যায়।*
*হে গংগে, সদিয়া বীত গয়ী।*
*লেকিন সীতা কে নাম*
*কাল কে মন মস্তিষ্ক মে*
*মায়াবী কী সুগন্ধ কী তৰহ,*
*আজ ভি বিদ্যমান হ্যায়।"*

(হে গংগা। যেতিয়া সীতাই তোমাৰ পাৰত বিচৰণ কৰি ফুৰছিল, তেতিয়া ভাব হৈছিল—কোনো অন্ধকাৰ অৰণ্যৰ পৰা অকলশৰীয়া চন্দ্ৰৰ উদয় হৈছে। হে গংগা, অনেক সময় পাৰ হৈ গ'ল। কিন্তু সীতাৰ নাম কালৰ মন আৰু মস্তিষ্কত মায়াবী সুগন্ধৰ দৰে আজিও বিদ্যমান হৈ আছে।)

এটাৰ পাছত এটাকৈ কবিতা আবৃত্তি চলি থাকিল। ঠিক এনে এক সময়তে ছামিয়ানাৰ পিছফালে বহি থকা শাস্ত্ৰী মহাৰাজ থিয় হ'ল।

শাস্ত্ৰী মহাৰাজৰ লগত আছিল আমেৰিকাৰ পৰা অহা এন. আৰ. আই. সদাগৰ চাৰিজন। তেওঁলোকৰ দুজন থুলন্তৰ বপুৰ মানুহ। এনে ধৰণৰ শকত যে নিজৰ শৰীৰেই তেওঁলোকৰ বাবে যেন বোজা হৈ পৰিছে। আজি এই অনুষ্ঠানত এক মুহূৰ্ত সময়ো তেওঁলোকে শাস্ত্ৰী মহাৰাজক এৰা নাই। এই কেইদিনৰ সভাত অৱশ্যে তেওঁলোকে এনেদৰে শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ ঘূৰি ফুৰা নাছিল। আজি শেনৰ এজাত। হয় হয়, আজি শেনৰ এজাত। গোটেই জীৱন নিজৰ জন্মভূমি এৰি কপালৰ ঘাম মাটিত পেলাই ধন উপাৰ্জন কৰা এই সদাগৰসকলে শাস্ত্ৰী মহাৰাজৰ ছত্ৰছায়াৰ তললৈ আহিছে; এই ক্ষণভংগুৰ জীৱনৰ

পৰম ৰহস্যৰ কথা বুজি পাইছে। ইয়াতকৈ ডাঙৰ কথা কি হ'ব পাৰে? হয় হয়, কি হ'ব পাৰে? সহানুভূতিবশতঃ শাস্ত্রী মহৰাজে তেওঁলোকৰ থকা-মেলা আৰু ফুৰা-চকাৰ প্ৰতি গভীৰ আগ্ৰহেৰে চকু ৰাখিছিল। ব্যৱসায়ীকেইজনে শাস্ত্ৰী মহোদয়ক এইবাৰ বাহিৰলৈ মাতি নিলে। কবিতা শুনি মছগুল হৈ থকা ভক্তৰ দল এৰি শাস্ত্ৰী মহাৰাজে সদাগৰকেইজনৰ পিছে পিছে গৈ আন এখন ছামিয়ানাৰ তলত উপস্থিত হ'ল। এই সদাগৰকেইজনৰ লগত আগুবাই যাওঁতে শাস্ত্ৰী মহাৰাজে উভতি উভতি চাই ৰ'ল। চব ঠিকেই আছে। ছাৰ বীৰস্বামী ৰিংগাদুৰ লগত পোলিত চাহাব বহি আছে। দুয়ো মন্ত্ৰমুগ্ধ হৈ কবিতা শুনিছে। সৌৱা দৰবাৰী গায়ক এজনে জাগাংগীৰৰ ৰাজসভালৈ অহা কবি মোল্লা মচিহিৰ কবিতা শুনাইছে ঃ

*"সীতা জী কে শৰীৰকো কিসী নে*
*বস্ত্ৰহীন নহী দেখা,*
*জৈসে আত্মা শৰীৰ কে অন্দৰ*
*ৰহতী হ্যায়,*
*পৰন্তু আত্মাকো কিসী*
*নে নেহী দেখা।"*

(বৈদেহী সীতাক কোনেও কেতিয়াও বস্ত্ৰহীন ৰূপত দেখা নাই; যেনেদৰে আত্মা শৰীৰৰ ভিতৰত থাকে; কিন্তু কোনেও কেতিয়াও আত্মাক দেখা নাই।)

সকলোৱে ইমান মন্ত্ৰমুগ্ধ হৈ কবিতা শুনি আছে যে কেতিয়া শাস্ত্ৰী মহাৰাজে এন. আৰ. আই. সদাগৰকেইজনৰ লগত বাহিৰ ওলাল কোনেও তৰ্কিব নোৱাৰিলে।

এই চাৰিওজন ৰামভক্ত ব্যৱসায়ী শাস্ত্ৰী মহাৰাজৰ মুখামুখিকৈ বহিল তেওঁলোকে ছুট পিন্ধি আহিছে।

শাস্ত্ৰী মহাৰাজ কিছু অপ্ৰস্তুত হ'ল। এৰা, কিয় এওঁলোকে এনেকৈ মাতি আনিলে? কি ক'ব এওঁলোকে? সেই ডুৱেল ছিটিজেনশ্বিপৰ কথা ক'ব নেকি? তাৰ বাবে এনেকৈ মাতি অনাৰ প্ৰয়োজনতো নাই। সকলোৰে মনৰ জাল একেই নে? সকলোৱে কথাবোৰ ঠিক একেধৰণে ভাবেনে? সকলোৰে শৰীৰৰ সিৰা-উপসিৰাৰে বোৱা তেজৰ স্ৰোত একে ধৰণে হৈ হৃদয়ৰূপী সাগৰত পৰা নাইনে? তথাপি কিহৰ এক উত্থান আৰু পতন? ৰহস্যময় পৰ্দা? তেজ, মাংস, অস্থি, চৰ্মই বান্ধি-কুন্ধি ৰখা সেই অদৃশ্য শক্তিয়ে সঁচাকৈয়ে সকলোকে পৰিচালিত কৰেনে? তেওঁক কৰাৰ দৰে?

হঠাৎ সদাগৰ ৰামবিলাসৰ কণ্ঠ শুনি শাস্ত্ৰী মহাৰাজৰ চেতনা উভতি আহিল। কি কয়? কি কয় সদাগৰে?

"শাস্ত্ৰী মহাৰাজ! অতবোৰ মন্ত্ৰী আৰু বিষয়া আহিছে!"

শাস্ত্ৰী মহাৰাজে ওপৰলৈ হাত তুলি আকাশৰ পিনে চাই প্ৰণিপাত কৰিলে। হৃদয়ত তেওঁৰ আকৌ সেই প্ৰশ্নৰ উদয় হ'ল—কোনে কৰোৱাইছে এইবোৰ কাম? তোমালোকৰ দৰে মানুহক এই মহাসভাত চামিল কৰোৱা এনে এক ঐশ্বৰিক কাম কোনে কৰোৱাইছে? মই এক নিমাখিত কপৰ্দকহীন ব্যক্তি। জীৱিকাৰ বাবে এদিন এক কাগজৰ প্ৰুফৰিডাৰ... আৰু মন্দিৰৰ প্ৰাংগণত দোহা গোৱা ভক্তহে আছিলো। কেনেকৈ এই কাম সম্ভৱ হ'ল?

"শাস্ত্ৰী মহাৰাজ। আমাক এটা কাম কৰি দিব লাগে।"

"কাম?"—চমক ভাঙিল শাস্ত্ৰী মহাৰাজৰ।

"হয় হয়, শাস্ত্ৰী মহাৰাজ কাম এটা আছিল।"

"কি কাম? কি কাম?"

"আপুনি জানে ভাৰতীয় শ্ৰমিক ছাপ্লাইৰ পাৰ্মিট আমাক দিয়া হৈছে। এন. আৰ. আই. সকলক নানা ধৰণৰ লোভ দেখুৱাই এতিয়া দেশৰ ব্যৱসায়ত টকা ঢালিবলৈ অজস্ৰ সুযোগ কৰি দিছে। আমি আমাৰ ব্যৱসায় মৰিছাছলৈ বিয়পাব খোজোঁ।"

"ব্যৱসায়?"

কথাবোৰ যেন ঠিককৈ বুজি নাপালে শাস্ত্ৰী মহাৰাজে। কান্ধত লৈ থকা ৰামনামীখনেৰে মুখখন মচি তেওঁ আৰ্তনাদ কৰি উঠিল, "কিন্তু এই সময়ত এনে ব্যৱসায়ৰ কথা কিয়? জানকী সীতাক লৈ ৰচা অনন্য কবিতাসমূহৰ আবৃত্তি হৈ আছে। আপোনালোক শ্ৰীৰামচন্দ্ৰৰ সভালৈ আহিছে..."

"এইকেইদিন আমি সভাতে কটাইছোঁ। আমাৰ এক উদ্দেশ্যও আছে।"

"উদ্দেশ্য?"

"হয় স্বামী মহাৰাজ, আপোনাৰ প্ৰতি মন্ত্ৰীসকল আৰু ৰাজ্যপালৰ সহৃদয়তা দেখি আমাৰ বদ্ধমূল ধাৰণা হৈছে..."

"কি ধাৰণা হৈছে?"

"আপুনিয়েই একমাত্ৰ এই মন্ত্ৰীসকলৰ সৈতে আমাৰ এক যোগসূত্ৰ স্থাপন কৰিব পাৰিব। আমাৰ সৈতে তেওঁলোকৰ এটা সম্বন্ধ স্থাপন কৰিব পাৰিব।"

"আঃ। সম্বন্ধ? কিহৰ সম্বন্ধ? কেনে সম্বন্ধ?"

থূলন্তৰ বপুৰ নাকজোঙা ভদ্ৰলোকজনে ক'লে, —"শাস্ত্ৰী মহাৰাজ, এয়া আপোনাৰ বাওঁহাতৰ কাম। এৰা, বাওঁহাতৰ কাম।"

শাস্ত্ৰী মহাৰাজে মুখ মেলি চাই থাকিল। তিনিওজন বেপাৰীৰ ডিঙিত ৰুদ্ৰাক্ষৰ মালা, হাতত হীৰাৰ আঙঠি। শাস্ত্ৰী মহাৰাজৰ চকুৰ পৰা তেওঁলোকৰ ডিঙিৰ ৰুদ্ৰাক্ষৰ মালা আঁতৰি নগ'ল। তেওঁৰ চকু জলক-তবক কৰিবলৈ ধৰিলে। মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে।

"চাওক শাস্ত্ৰী মহাৰাজ এইসকল মন্ত্ৰী হৈছে মৰিছাছ মহাদ্বীপৰ। এসময়ত এইসকলৰ পূৰ্বপুৰুষ ভাৰতৰ পৰা আহিছিল। কুঁহিয়াৰ খেতিৰ শ্ৰমিক হৈ আহিছিল। এতিয়া তেওঁলোক এই দ্বীপৰ শাসক হৈ পৰিছে। সৌৱা কুৰি গজ দূৰৈত তেওঁলোকৰ মাজৰ তিনিজন মন্ত্ৰী বহি আছে। পৰিচয় কৰি দিয়ক।"

"কিয়? কিয়?"

"আমি ভাৰতীয় শ্ৰমিক ছাপ্লাইৰ পাৰ্মিট লৈছোঁ। পৃথিৱীৰ বিভিন্ন স্থানলৈ আমাৰ শ্ৰমিক গৈছে। কিন্তু শুনা গৈছে এই মৰিছাছ দ্বীপে আজিকালি ভাৰতৰ শ্ৰমিক মকৰল নকৰে। তেওঁলোকে চীনৰ পৰাহে শ্ৰমিক আনে। কয়—চীনৰ শ্ৰমিক বেছি কৰ্মঠ। আমি এই দ্বীপমালালৈ আকৌ ভাৰতীয় শ্ৰমিক পঠিয়াব খোজোঁ।"

কি হ'ল এয়া? কি হ'ল শাস্ত্ৰী মহাৰাজৰ। তেওঁৰ মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে। পিছে পিছে আহি তেওঁৰ অভিন্ন হৃদয়ৰ সখা সন্ন্যাসী হৰিনাৰায়ণ ওচৰতে বহিছিল। শাস্ত্ৰী মহাৰাজে তেওঁৰ কান্ধত হাত থ'লে আৰু নিজৰ মনৰ অৱস্থা লুকুৱাবলৈ চেষ্টা কৰিলে।

মাত্ৰ কিছু মুহূৰ্তৰ আগেয়ে কথাবোৰ বেলেগ আছিল।

তিনিওগৰাকী থূলন্তৰ বপুৰ এন. আৰ. আই. সদাগৰে আকৌ আটাহ পাৰি উঠিল, "শাস্ত্ৰী মহাৰাজ, আপুনি ইমান চিন্তিত কিয় হৈছে? আপুনি মাত্ৰ আমাক সৌৱা কুৰি গজ দূৰৈত বহি থকা মন্ত্ৰীকেইজনৰ লগত চিনাকি কৰি দিয়ক। বাকী দিয়া-লোৱা কথা আমাৰ। আপুনি আহ্বান কৰাৰ লগে লগে তেওঁলোক উবুৰি হৈ পৰিব। বাকী কথা আমাৰ।"

এয়া কি হ'ল? এয়া কি হ'ল?

শাস্ত্ৰী মহাৰাজ অচেতন হৈ মাটিত বাগৰি পৰিল।



বাৰ

# শোভাযাত্ৰা

মোকাৰ মহাত্মা গান্ধী ইনষ্টিটিউটৰ পৰা আৰম্ভ হ'ল শোভাযাত্ৰা। সভাৰ কাম শেষ হোৱাৰ পাছত কেইবাগৰাকীও সভ্যই ইতিমধ্যে মৰিছাছ এৰি ঘৰাঘৰি যাবলৈ আৰম্ভ কৰিছিল। নেপাল অঞ্চলৰ জনকপুৰত হ'বলগীয়া দ্বিতীয় মহাসভাৰ বাবে তেওঁলোকৰ হাতত নিমন্ত্ৰণী পত্ৰ দিয়া হৈছিল।

ৰামায়ণ সন্মিলনৰ শোভাযাত্ৰা আৰু 'ঝাঁকী' এক উৎসাহজনক ঘটনা। প্ৰত্যেকখন সভাৰ শেষত এনে ধৰণৰ শোভাযাত্ৰা বাহিৰ হয়। কেতিয়াবা এই শোভাযাত্ৰাই ৰামায়ণৰ প্ৰখ্যাত যাত্ৰাসমূহকে হুবহু কৰি অনুকৰণ কৰিবলৈ চেষ্টা কৰে।

এবাৰ অযোধ্যাত ৰামলীলা মণ্ডলীয়ে কৌতুক কৰি শোভাযাত্ৰাত ৰাক্ষসৰাজ ৰাৱণৰ ঝাঁকী এটা উলিয়াইছিল। সীতাক মনাবলৈ যোৱা ৰাক্ষসৰাজৰ ঝাঁকী ৰামলীলা মণ্ডলীয়ে বৰ পৰিশ্ৰম কৰি তৈয়াৰ কৰিছিল। এশ সুন্দৰীয়ে ৰাক্ষসৰাজক অনুসৰণ কৰিছিল। এই অপূৰ্ব সুন্দৰী কামিনীসকল আছিল দেৱতা আৰু গন্ধৰ্বৰ প্ৰিয় পুত্ৰী। পুলস্ত ঋষিৰ প্ৰতাপী পুত্ৰ ৰাৱণক অনুসৰণ কৰি সকলোৱে শোভাযাত্ৰা কৰি অশোক বাটিকালৈ গৈছিল। কিছুমানৰ হাতত স্বৰ্ণ-প্ৰদীপ, কিছুমানৰ হাতত চামৰ, কিছুমানৰ হাতত তালপাতৰ বিচনী। আগে আগে যোৱা সুন্দৰী কামিনীৰ হাতত আছিল পূৰ্ণ কুম্ভ। কোনো কোনোৱে স্বৰ্ণ সিংহাসন লৈ আগুৱাই গৈছিল। ৰাৱণৰ গোটেইজাক প্ৰণয়িনীয়েই শোভাযাত্ৰা কৰি আগুৱাই গৈছিল। কোনোজনীৰ হাতত আছিল মদিৰাৰে ভৰি থকা ৰত্নময় পানপাত্ৰ, কোনোজনীৰ হাতত শুভ্ৰবৰ্ণৰ স্বৰ্ণখচিত দণ্ডৰ ছাতি। বাল্মীকিৰ বৰ্ণনাক সম্পূৰ্ণৰূপে অনুসৰণ কৰি ৰামলীলাৰ পৰিচালকে ৰাৱণৰ সুন্দৰীসকলক বিভিন্ন ভাবাবেশত মত্ত কৰি লৈ গৈছিল। টোপনি আৰু মদিৰাৰ জালত টলবল

নাৰীসকলৰ ভাও লৈছিল ৰামলীলা মণ্ডলীৰ নৱযুৱকসকলে। সহযাত্ৰীসকলৰ কৌতূহলৰ সীমা নাছিল। বাল্মীকিয়ে ঠিকেই বৰ্ণনা দিছিল ঃ বিদ্যুতলতা যেনেদৰে মেঘৰ অনুগামিনী হয়, ঠিক তেনেদৰে এই নাৰীসকল ৰাৱণৰ অনুগামিনী হৈছিল। তেওঁলোকৰ ডিঙিৰ হাড় আৰু বাহুৰ কেয়ুৰ নিজ নিজ স্থানৰ পৰা খহি পৰিছিল। তেওঁলোকৰ শৰীৰৰ পৰা তেতিয়াও মদিৰা আৰু নিদ্ৰাৰ আমেজ শেষ হোৱা নাছিল। তেওঁলোকৰ খোজৰ গতি কম্পিত আছিল। ডিঙিৰ মালাও খহি পৰাৰ উপক্ৰম হৈছিল। তেওঁলোকে পিন্ধা কাঞ্চী আৰু নূপুৰৰ ধ্বনি দূৰলৈ বিয়পি পৰিছিল। আগে আগে যোৱা ৰাৱণে পিন্ধিছিল গাখীৰৰ ফেনৰ দৰে শুভ্ৰ ধৌত বস্ত্ৰ। তেওঁৰ ডিঙিত আছিল মুক্তা আৰু ফুলৰ মালা। তেওঁৰ বিশাল নয়ন আছিল তাম্ৰবৰ্ণৰ। বাল্মীকিয়ে কোৱাৰ দৰে — তেওঁ যেন সাক্ষাৎ কন্দৰ্প, স্বৰ্গ পৰিত্যাগ কৰি মৰ্ত্যত উপস্থিত হৈছিলগৈ।

এৰা, সেইবোৰৰ ঝাঁকীত বাল্মীকিৰ সুন্দৰা কাণ্ডৰ বত্ৰিছটা শ্লোক যেন জীৱন্ত হৈ আহি শোভাযাত্ৰাৰ মাজত সোমাইছিল।

চিত্ৰকূটৰ শোভাযাত্ৰাৰ ঝাঁকীও আছিল অনন্য। বিৰাট জনসমুদ্ৰ এটা মন্দাকিনীৰ পাৰত একত্ৰিত হৈছিল। সেইবাৰৰ শোভাযাত্ৰাত ভাগ লৈছিল চিত্ৰকূটৰ ৰামলীলা মণ্ডলীয়ে। ভৰতে শ্ৰীৰামচন্দ্ৰক ওভতাই আনিবলৈ যোৱাৰ এক অপূৰ্ব ঝাঁকীৰ এই শুভাৰম্ভ কৰা হৈছিল। সেইবাৰ চিত্ৰকূটৰ আশ্ৰমৰ পৰা মন্দাকিনীলৈ এক অন্য পথেৰে শোভাযাত্ৰা আগবাঢ়িছিল। বাল্মীকিয়ে বৰ্ণনা কৰি গৈছিল ঃ শ্ৰীৰামচন্দ্ৰক আনিবলৈ যোৱাৰ আগেয়ে এটা বৃহৎ সমদলক বাট-পথ মোকলাবৰ বাবে পঠিওৱা হৈছিল। সেই সমদলৰ ভিতৰত আছিল খননকাৰ্যত কুশল ব্যক্তি, যন্ত্ৰপৰিচালক, স্থপতি, সূত্ৰধাৰ, গছ কাটিব পৰা সুদক্ষ লোক, মাৰ্গৰক্ষক আদি অনেক। মাৰ্গ নিৰ্মাণ কৰা লোকসকলে বাট-পথৰ গছ-গছনি কাটি নতুন পথ মুকলি কৰিছিল। বৃক্ষশূন্য স্থানসমূহত বৃক্ষ ৰোপণ কৰিছিল। পানী নথকা স্থানত পানীৰ ব্যৱস্থা কৰিছিল। ওখোৰা-মোখৰা ভূমি সমান কৰিছিল। পতাকা আৰু অলংকাৰেৰে বাট-পথ অলংকৃত কৰিছিল। কম পানী থকা নদীবোৰলৈ বান্ধ আদিৰ দ্বাৰা প্ৰচুৰ পানী আনি দিছিল। অনুৰ্বৰ ভূমি জলাশয়েৰে পূৰ্ণ কৰি তুলিছিল। তোৰণ, প্ৰাসাদ, শিবিৰৰ দ্বাৰা ভৰতৰ পথ অতি সুন্দৰ কৰিছিল। অযোধ্যাকাণ্ডৰ আশীটা শ্লোকত বন্ধা আছে এই বৃহৎ আয়োজনৰ পুখানুপুংখ বিৱৰণ।

চিত্ৰকূট শোভাযাত্ৰাত বাল্মীকিয়ে বৰ্ণনা দিয়া মতে অশ্বযুক্ত ৰথত

ভৰতে আৰোহণ কৰিছিল। চিত্ৰকূটৰ ৰামলীলা মণ্ডলীৰ ভৰতৰ ভাৱত অভিনয় কৰা অভিনেতাজনেই শোভাযাত্ৰাৰ ঝাঁকীৰ ৰথত উঠিছিল। এই ভৰতৰ ভাও লোৱা অভিনেতাজনৰ পৰিবাৰৰ ল'ৰাই তিনি পুৰুষ ধৰি ভৰতৰ ভাও দি আহিছিল। বাল্মীকিয়ে বৰ্ণনা দিয়া মতে এহেজাৰ হাতী এই শোভাযাত্ৰালৈ আনিব পৰা নাছিল যদিও সুসজ্জিত তিনিটা হাতী অনা হৈছিল। শতসহস্ৰ ৰথৰ ঠাইত ফুলৰ মালাৰে আৰু বিচিত্ৰ চন্দ্ৰতাপেৰে সজোৱা দুখন ৰথ অনা হৈছিল। গৰুৰে টনা এই ৰথত দুজন ব্ৰাহ্মণ বহি গৈছিল। বাল্মীকিয়ে বৰ্ণনা দিয়া মতে দন্তব্যৱসায়ী, তেল মালিচ কৰা অংগমৰ্দক, গা ধুৱাই দিয়া ব্যৱসায়ী লোক, সোণাৰি, বৈদ্য, কম্বলকাৰ, নট, মদ তৈয়াৰ কৰা লোক, ময়ূৰ পাখিৰ ব্যৱসায়ী, ধোবা, কৈবৰ্ত আদি চৰিত্ৰক নিজৰ নিজৰ ধৰ্মপত্নীৰ সৈতে শোভাযাত্ৰালৈ উলিয়াই অনা হৈছিল।

চিত্ৰকূট শোভাযাত্ৰাত এক নতুনত্ব আছিল। ওচৰে-পাজৰে থকা গাঁওবোৰো উঠি আহিছিল এই শোভাযাত্ৰা চাবলৈ। চিত্ৰকূটৰ এই শোভাযাত্ৰাত মহাকবি তুলসীদাসৰ এখন তৈলচিত্ৰৰ লগত ফাদাৰ কামিল বুল্কে চাহাবৰ তৈলচিত্ৰ এখনো লৈ যোৱা হৈছিল। গোটেই পথছোৱাত 'নাৰা' দিয়া হৈছিল— জয় বাবা বুল্কে চাহাবৰ জয়। মোগলৰ দিনতো জানো ঝাঁকী অৰ্থাৎ শোভাযাত্ৰাৰ নামত কম দহৰম-মহৰম হৈছিল? বাহাদুৰ শ্বাহ জাফৰে পুৰাই উঠি এটা নীলকণ্ঠী পক্ষী আকাশত এৰি দিছিল। দশেৰা দৰবাৰ বহুৱাই হিন্দু পণ্ডিতসকলক সন্মান জনাইছিল। বাহাদুৰ শ্বাহে হেনো হুকুম দিছিল—যাওক, শোভাযাত্ৰা তেওঁৰ মহলৰ আগেৰে যাওক, যাতে খিৰিকীৰ ওচৰত বহি তেওঁ এই আনন্দ উপভোগ কৰিব পাৰে। ৰাতি আতচবাজীৰে মুখৰিত হৈ পৰিছিল দিল্লীৰ আকাশ।

উঃ! আৰু সেই চিপাহী বিদ্ৰোহৰ পাছত হোৱা ৰামলীলাৰ শোভাযাত্ৰা? সন্ত ৰাঘবদাসে হেনো লণ্ঠন লাইটৰ পোহৰত জাক-জমকভাৱে এটা শোভাযাত্ৰা উলিয়াইছিল। ইস! কি বৰ্ণনা দিম সেই শোভাযাত্ৰাৰ! প্ৰাচীৰ নগৰৰ মাজেৰে গৈ একেবাৰে ৰামলীলা ময়দানত শেষ হোৱা এই শোভাযাত্ৰাৰ হুবহু বৰ্ণনা দি গৈছে মহেশ্বৰ দয়ালে।

আজি মৰিছাছত এই শোভাযাত্ৰাৰ আগে আগে পোলিত চাহাবক নিয়া হৈছে। তেওঁৰ শৰীৰ ভাগি আহিছিল যদিও, ৰামায়ণ সন্মিলনৰ শেষৰ দিনাৰ শোভাযাত্ৰাত সদায় তেওঁ গা টঙাই উঠিছিল। ক'ৰ পৰা যে এক প্ৰেৰণা আহিছিল। তেওঁ হতহম্ব হৈ পৰিছিল। কুঁজা হৈ খোজ কাঢ়িছিল যদিও, খোজৰ গতি দ্ৰুত

হৈছিল। তেওঁৰ পিছে পিছে ৰ'জমেৰিয়ে টপৰ টপৰ খোজেৰে আগবাঢ়ি গৈছিল। এই ব্যৱস্থা শাস্ত্ৰী মহাৰাজেই কৰি দিছিল। কিবা কাৰণে যদি পোলিত চাহাবে অচেতন হৈ মাটিত বাগৰি পৰে, তেতিয়াহ'লে তেওঁক ধৰিবলৈ ৰ'জমেৰি কাষতে থাকিব। যোৱা ৰাতি শাস্ত্ৰী মহাৰাজৰ ভাল নিদ্ৰা হোৱা বাবে আজি তেওঁ শোভাযাত্ৰাৰ লগত একপ্ৰকাৰ তজবজীয়া হৈয়েই খোজ দিছে। তেওঁৰ খোজ দিছে সন্ন্যাসী হৰিনাৰায়ণে। শাস্ত্ৰী মহাৰাজে ইফালে সিফালে চাই দেখিলে—শোভাযাত্ৰাৰ নেজ দীঘল হৈ গৈ আছে যদিও এন. আৰ. আই বণিককেইজন এই শোভাযাত্ৰাত চামিল হোৱা নাই। থুলন্তৰ চেহেৰাৰ মানুহ বাবে সম্ভৱ তেওঁলোকে খোজ কাঢ়িব পৰা নাই। কেতিয়াবা যাত্ৰীসকলে গাড়ী যোগাৰ কৰিও আহে। কোনোবা এটা চাৰিআলিত হয়তো তেওঁলোক লগ লাগি যাত্ৰা শেষ কৰিব পাৰে। কিন্তু সঁচাকৈয়ে আহিবনে?

ৰামায়ণ মণ্ডলীৰ বাবে এই শোভাযাত্ৰাৰ এক অনন্য মহত্ত্ব আছে। শোভাযাত্ৰাত ভাগ ল'ব পৰা পৰম ভাগ্যৰ কথা।

ভিৰ লাহে লাহে বাঢ়ি আহিল। কোনো আৰু বাকী নাই। এৰা, কত প্ৰতিনিধি—ৰাছিয়া, হাংগেৰি, চেকোশ্লোভাকিয়াৰ দৰে সাম্যবাদী দেশৰ প্ৰতিনিধি, আমেৰিকা, বৃটেইন, জাপান, হলেণ্ড, বেলজিয়াম আদি পুঁজিবাদী দেশৰ প্ৰতিনিধি, মালয়েছিয়া, ইণ্ডোনেছিয়া ইত্যাদি ইছলামী দেশৰ প্ৰতিনিধি, থাইলেণ্ডৰ দৰে বৌদ্ধধৰ্মী দেশৰ প্ৰতিনিধি সকলো শোভাযাত্ৰাত চামিল হয়। সকলোৱে শ্ৰীৰামচন্দ্ৰৰ গেৰুৱা ধ্বজাৰ তলত আশ্ৰয় লয়।

দুদিনৰ আগেয়ে এন. আৰ. আই প্ৰতিনিধিকেইজনৰ ব্যৱহাৰত মৰ্মাহত হোৱা শাস্ত্ৰী মহাৰাজে আকৌ যেন অনন্য শক্তি লাভ কৰিলে।

আচৰিত কথা এয়ে যে আজি মৰিছাছৰ আটাইতকৈ ডাঙৰ পুলিচ অফিচাৰগৰাকীয়ে হনুমানৰ ভেশ ধৰি শোভাযাত্ৰাত ভাগ লৈছে। কান্ধত প্ৰকাণ্ড গদা। তেওঁৰ লগৰ এছ. এম. এফৰ কমাণ্ডিং অফিচাৰগৰাকীয়ে জাম্বুবানৰ ভাও লৈ আহিছে। তেওঁৰ পিছে পিছে অহা এছ. এম. এফৰ বিষয়া আৰু সৈনিকসকলে গন্ধমাদন পৰ্বতৰ দৃশ্যৰ ঝাঁকী তৈয়াৰ কৰিছে।

এৰা, আজি শোভাযাত্ৰাৰ লগত যেন গন্ধমাদন পৰ্বতখন আগুৱাই আহিছে। চাৰি-পাঁচটা মানুহে মিলি এই পৰ্বতৰ দৃশ্য তৈয়াৰ কৰিছিল।

এটা ৰাস্তাৰ পৰা আন এটা ৰাস্তাৰে এই শোভাযাত্ৰা আগুৱাই গ'ল। আগে আগে বিচিত্ৰ ৰাজ-পোছাক পিন্ধা এটা বেণ্ডপাৰ্টিও আগুৱাই গ'ল।

এয়ে সেই বাট যিটো এদিন মূৰৰ ঘাম মাটিত পেলাই ভাৰতীয় শ্ৰমিকইঁতে তৈয়াৰ কৰিছিল। আজি সেই বাটেৰে শ্ৰীৰামচন্দ্ৰৰ শোভাযাত্ৰা আগবাঢ়িছে। ইক্ষ্বাকু বংশী ৰামচন্দ্ৰৰ হালধীয়া ধ্বজা বহন কৰি নিছে ভক্তসকলে। শ্ৰীৰামচন্দ্ৰ জয়ধ্বনিৰে মুখৰ হৈ উঠিছে চৌদিশে।

শোভাযাত্ৰীসকলৰ গায়ে-মূৰে ফুলৰ পাহি পৰিল। শাস্ত্ৰী মহাৰাজৰ গায়ে মূৰেও ফুলৰ পাহি পৰিল। ঘৰৰ বেলকনিৰ পৰা মানুহে ফুল ছটিয়াইছিল। চাৰিআলিত থিয় হৈয়ো ফুল ছটিয়াইছিল।

এটা চাৰিআলিত কোনোবাই আহি শাস্ত্ৰী মহাৰাজৰ ডিঙিত এডাল নাৰ্জি ফুলৰ মালা পিন্ধাই দিলে।

সকলোৱে  এক অনন্য উৎসাহ লাভ কৰিলে। খোজ কাঢ়িবলৈ বেয়া পোৱা ভক্তসকলেও আজি খোজ কাঢ়িবলৈ এক শক্তি লাভ কৰিলে। পোলিত চাহাবে এনেদৰে খোজ কাঢ়ি গৈছে যে আগে-পিছে তেওঁক দেখা কোনেও বিশ্বাস কৰিব পৰা নাই যে তেওঁ এনেদৰে খোজ কাঢ়িব পাৰিব। তেওঁৰো পকা চুলিত ৰং-বিৰঙৰ  ফুলৰ পাহি পৰিছে। কোনোবা এটা চাৰিআলিত কোনোবাই আহি পোলিত চাহাবক এডাল নাৰ্জি ফুলৰ মালা পিন্ধাই থৈ গ'ল। পোলিত চাহাবৰ লগে লগে খোজ কাঢ়ি যোৱা ৰ'জমেৰি আৰু দৰবাৰী গায়ক দুজনে হৰ্ষোল্লাসিত হৈ ক'লে —সভাৰ পাছৰ এই শোভাযাত্ৰাবোৰত আমি অতি আনন্দ লাভ কৰোঁ।

পোলিত চাহাবে ক'লে—"সেই বৃটিছৰ দিনত শোভাযাত্ৰাত ভাগ ল'বলৈ পালে ফ্ৰেডৰিক গ্ৰাওছ চাহাবেও বৰ আনন্দ লাভ কৰিছিল।" অক্সফোৰ্ডৰ ছআত্ৰ ফ্ৰেডৰিক গ্ৰাওছ ১৮৬০ চনতে বংগৰ ছিভিল ছাৰ্ভিচত যোগ দিয়া সেই চাহাবে মথুৰাৰ মেজিষ্ট্ৰেট হৈ থাকোঁতেও হেনো ৰামনৱমীৰ শোভাযাত্ৰাত ভাগ লৈছিল।

ৰ'জমেৰিয়ে আৰ্তনাদ কৰি উঠিল, "আজি এই শোভাযাত্ৰাই মোক বৰকৈ আকৰ্ষণ কৰিছে। এতিয়াই লৰি গৈ কেনভাছ আৰু ৰং অনাৰ ইচ্ছা হৈছে।"

"শুনা, এশ তেইছ বছৰৰ আগতেই ফ্ৰেডৰিক গ্ৰাওছে মথুৰাৰ স্মৃতি-কাহিনী লিখিছিল। তেওঁ এটা বৰ কৌতুকপূৰ্ণ কাণ্ড কৰিছিল।"

মানুহৰ হৈ-চৈ আৰু ৰাম ভক্তসকলৰ জয়ধ্বনিৰ মাজত কাৰো কথা কোনেও নুশুনা হৈছিল যদিও ৰ'জমেৰি উৎকৰ্ণ হৈ পোলিত চাহাবৰ কথা শুনি আছিল। পোলিত চাহাবৰ কণ্ঠই মাজে মাজে ভাৱনাৰ লহৰত জোটপোট খাই

ফিচফিচাই কথা কোৱাৰ দৰে শব্দ কৰিছিল। এই হুটুগোলৰ মাজতো তেওঁ কিন্তু এক অনন্য উৎসাহেৰে কথাবোৰ কৈ যাবলৈ পাহৰা নাছিল।

"শুনা ফ্রেডৰিক গ্রাওছ বৃটিছ শাসকৰ চকুৰ কুটা হোৱাৰ দৰে হৈছিল। আনকি সেই সময়ত এজাক ঠেকছিগা বগা পণ্ডিতে চিএৰ-বাখৰ কৰি আছিল— শ্রীকৃষ্ণ হেনো ক্রাইষ্টৰে একোটা ৰূপ। ক'ত যে সামঞ্জস্য আৱিষ্কাৰ কৰিছিল। হেৰডৰ শিশু হত্যালীলাৰ লগত কংসৰ শিশুৰ হত্যাকাণ্ডৰ আৰু কৃষ্ণ-বলৰামৰ ৰহস্যময় জনমৰ লগত যীচুৰ জনমৰ সাদৃশ্যও উলিয়াব খুজিছিল। আনকি গ্রাওছ চাহাবে তেওঁৰ স্মৃতিগ্রন্থত ৰামায়ণক ঠেলি-হেঁচুকি থ'ব খোজা এখন গ্রন্থৰো নাম উল্লেখ কৰি গৈছে।"

ৰ'জমেৰিয়ে আৰ্তনাদ কৰি উঠিল, "ৰামায়ণক ঠেলি-হেঁচুকি থ'ব খোজা গ্রন্থ?"

"সেই সোতৰশ খ্রীষ্টাব্দতে ভাৰতলৈ আহিছিল ফাদাৰ বেশ্চি। বিয়াল্লিছ বছৰ আছিল ভাৰতত। তিনি হাজাৰ ছশ পোন্ধৰটা পংক্তিত ৰচনা কৰা 'টেম্বভানি'ত ৰামচন্দ্ৰৰ জীৱনৰ মহান ঘটনাবোৰক যীচুৰ জীৱনৰ ঘটনা কিছুমানৰ সৈতে সমান্তৰাল কৰি এক অদ্ভুত কাব্য জনগণৰ বাবে প্ৰস্তুত কৰিছিল। শুনা, যোৱাবাৰ মই মথুৰালৈ যাওঁতে টেম্বভানি অৰ্থাৎ বাহী নোহোৱা ফুলৰ মালা দেখি আহিছোঁ।"

কুঁহিয়াৰৰ খেতিৰ মাজে মাজে শোভাযাত্ৰা আগবাঢ়িল।

সন সন সন— পূৰঠ কুঁহিয়াৰ বতাহৰ লগত হালিছে-জালিছে।

বতাহৰ লগত কুৰুকি কুৰুকি সোমাই আহিছে সেই মজদুৰ মহিলাৰ আৱাজ। ডেৰশ বছৰৰ আগৰ আৱাজ ঃ

*"ফিৰিজাহু এ সীতা ফিৰিজাহুঁ*
*ঘৰ কে লৰটী জাৰ তোহা।*
*এ সীতা ভূখে পিয়াসে কইসে ৰহব?*
*কন্টা হো কুস গড়ী জইহে হো।"*

চব এক হৈ গৈছে। হালধীয়া আৰু ৰঙা নিচান লৈ আগে আগে আগুৱাই গৈছে ছাত্ৰৰ সমদল এটা। বাট-পথ সকলো যেন হৰ্ষোল্লাসিত হৈ উঠিছে শ্ৰীৰামচন্দ্ৰৰ জয়ধ্বনিৰে ঃ

*জয় সূৰ্যবংশীৰ জয়।*
*জয় সূৰ্যবংশীৰ জয়।*

লাহে লাহে শোভাযাত্ৰাৰ নেজ আৰু দীঘল হৈ আহিল।

ৰ'জমেৰি উৎকণ্ঠিত হৈ উঠিল—"পোলিত চাহাব পাৰিবনে? পাৰিবনে? একেবাৰে ময়দানলৈকে যাব এই শোভাযাত্ৰা।"

পোলিত চাহাবে এটা হাঁহি মাৰিলে। যিকেইটা দাঁত তেওঁৰ বাকী আছিল সেইকেইটাও প্ৰকট হৈ পৰিল।

"শুনা ৰ'জমেৰি, তুমি মোৰ লগে লগে আগুৱাব নালাগে। যোৱা, তুমি মন্ত্ৰীসকলৰ লগে লগে যোৱা। সৌৱা বান্দৰ সাজি যোৱা মৰিছাছৰ আটাইতকৈ ডাঙৰ পুলিচ অফিচাৰগৰাকীয়ে কত ধৰণৰ কৌতুক কৰি গৈছে চোৱা। চোৱা, সৌৱা শোভাযাত্ৰাৰ পৰা ফালৰি কাটি সৌজোপা কি গছত গপ-গপকৈ উঠি গ'ল অফিচাৰ চাহাব।"

শোভাযাত্ৰাৰ মাজত হাঁহিৰ ৰোল উঠিল।

পোলিত চাহাবে আকৌ ক'লে,— "যোৱা যোৱা, হনুমানৰ ওচৰলৈ যোৱা।"

"নাই নাই পোলিত চাহাব, মই আপোনাৰ মুখেৰে ৰাম ভক্ত ফ্ৰেডৰিক গ্ৰাওছ চাহাবৰ কথা শুনি শুনি যাম। শ্ৰীৰামচন্দ্ৰৰ বাবে সমগ্ৰ জীৱন অৰ্পিত কৰা ফ্ৰেডৰিক গ্ৰাওছ, ফাদাৰ কামিল বুল্কে আৰু এলেক্সি বাৰান্নিকভৰ পট্ৰেট মই আঁকিম।"

পোলিত চাহাবে যেন অনুপ্ৰেৰণাহে পালে—"গ্ৰাওছৰ অনেক কথা মোৰ মনত আছে। মই সকলো কথা টুকি ৰাখিছোঁ। .... পবিত্ৰ বৃন্দাবনৰ সৈতেও তেওঁৰ আছিল হৃদয়ৰ সম্পৰ্ক। বৃন্দাবনৰ ধীৰ সমীৰ ঘাটত মথুৰা আৰু বৃন্দাবনৰ পণ্ডিতসকলকৰ লগত তেওঁ অহৰহ বহি আছিল। তুলসীৰ ৰামায়ণৰ এটা এটা দোহা নন্দীগ্ৰাম, বৰজনা আৰু গোকুলৰ পণ্ডিতকে বহুৱাই শুদ্ধ কৰিছিল।"

শোভাযাত্ৰা কুঁহিয়াৰৰ আন এডৰা খেতিৰ মাজেৰে যোৱা পথেৰে লাহে লাহে আগুৱাবলৈ ধৰিলে। পগোৱা গুৰৰ গোন্ধৰ দৰে এক মিঠা গোন্ধে আমোলমলাই আছে পথছোৱা।

জয় ইক্ষ্বাকুবংশীৰ জয়।

জয় সূৰ্যবংশীৰ জয়।

নাই নাই, পোলিত চাহাবৰ ভাগৰ লগা নাই, সমদলৰ নেজ বাঢ়ি গৈ আছে অথচ তেওঁৰ ভাগৰ লগা নাই। চাৰিআলিত আৰু দুজন মন্ত্ৰী আহি

চামিল হ'ল। নাই গা-ৰক্ষী বাহিনীৰ কোনো প্ৰয়োজন নাই। কোনেও তেওঁলোকৰ পিনে বন্দুক টোৱাই থকা নাই। তেওঁলোকে হাত ওপৰলৈ তুলি শ্ৰীৰামচন্দ্ৰৰ জয়ধ্বনি তুলি শোভাযাত্ৰাৰ লগত চামিল হ'ল। শোভাযাত্ৰাৰ বুকুলৈ যেন নতুন মাদকতা আহিল। নানা ধৰণৰ পতাকাৰে ভৰি পৰিল শোভাযাত্ৰা। কিছুমান পতাকাত হনুমানৰ ছবি, কিছুমানত ৰামৰ পাদুকা, কিছুমানত সন্ন্যাসিনী শবৰীৰ ছবি। ৰঙা, নীলা, গেৰুৱা নানা ৰং।

ৰ'জমেৰিয়ে আনন্দত কিৰিলি পাৰি উঠিল — "ঠিক এনে এখন চিত্ৰকেই মই বহুদিনৰ পৰা আঁকিব খুজিছিলোঁ।"

ৰ'জমেৰিয়ে লক্ষ্য কৰিলে পোলিত চাহাবৰ খোজ এতিয়াও থৰক-বৰক হোৱা নাই।

"আপুনি ফ্ৰেডৰিক গ্ৰাওছৰ কথা কৈছিল।"

"হয় হয়, মোৰ দুটা ট্ৰাংক গ্ৰাওছৰ নথি-পত্ৰ আৰু পাণ্ডুলিপিৰে ঠাহ খাই আছে। তোমালোকে জানা, মই বৃন্দাবনত সুদীৰ্ঘ কাল বাস কৰিছিলো। এতিয়া মোৰ অলপ ভয় লগা হৈছে। মই সেই বৃহৎ গ্ৰন্থখন শেষ কৰিব পাৰিমনে? শুনা, ৰ'জমেৰি, অহাবাৰ আমাৰ বিশ্ব সন্মিলন হ'ব নেপালৰ জনকপুৰত। মই জনকপুৰত কিছুদিন থাকি এই গ্ৰন্থ সমাপ্ত কৰিম।"

ৰ'জমেৰিয়ে পোলিত চাহাবক উৎসাহিত কৰি ক'লে—"পাৰিব। পাৰিব। এই কাম ভাৰতীয় পণ্ডিতে কৰিব পাৰে নে নোৱাৰে মোৰ সন্দেহ। আপুনি পাৰিব।"

পোলিত চাহাবৰ ওঁঠেৰে এটা অপূৰ্ব হাঁহি বাগৰি গ'ল—"শুনা ৰ'জমেৰি, মই ফ্ৰেডৰিক গ্ৰাওছে সংগ্ৰহ কৰা ৰামায়ণৰ পাণ্ডুলিপিৰ এক অধ্যয়ন প্ৰস্তুত কৰিছোঁ। তেওঁ দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি তৈয়াৰ কৰা মথুৰা সংগ্ৰহালয়টোৰ অনেক কথা সংগ্ৰহ কৰিছোঁ। সংগ্ৰহালয়টোত কত যে স্মৃতিচিহ্ন আছে শ্ৰীৰামচন্দ্ৰৰ।"

ৰ'জমেৰিয়ে উৎসাহেৰে ক'লে—"শুনিছিলো, শুনিছিলো।"

"সেই ১৮৭০ চনতে মথুৰাৰ জিলাধিপতি থৰ্নহিল চাহাবে পাব্লিক ছাবক্ৰিপশ্যনেৰে উচ্চপদস্থ দেশী বিষয়াবোৰৰ বাবে এটা চৰাইঘৰ তৈয়াৰ কৰিছিল। পিছে নেটিভ চাহাববোৰৰ চৰাইঘৰ পছন্দ নহ'ল। কাৰণ বজাৰ-হাট ওচৰত নাছিল।"

বজাৰ-হাট? এৰা, বজাৰ-হাত নোহোৱা স্থান ক'লা চাহাবৰ প্ৰিয় হয়

কেনেকৈ? বহুদিনলৈ হিন্দুপ্ৰেমী থৰ্নহিল চাহাবৰ অপূৰ্ব কাৰুকাৰ্যখচিত চৰাইঘৰ পৰিত্যক্ত হৈ পৰি আছিল। তাৰ পাছত চিপাহী বিদ্ৰোহৰ সময়ত আহিল হিংসুক আৰু ভয়াতুৰ চাহাব বেষ্ট। আহিয়েই তেওঁ বাগিচা আৰু বৃহৎ গছ-গছনিৰে ভৰা এই চৰাইঘৰৰ সন্মুখেৰে এটা প্ৰকাণ্ড ৰাস্তা তৈয়াৰ কৰিলে। ঘৰৰ চন্দ্ৰতাপৰ দৰে সুন্দৰ চালৰ ওপৰত এখন খেৰৰ চালো ওলোমাই দিলে। বাগিচাৰ সৌন্দৰ্য ধূলিসাৎ কৰি তহচিলদাৰহঁতৰ বাবে এলানি ঘৰো সজালে । হিংসুক চাহাবক চিপাহী বিদ্ৰোহে ভালদৰেই কোবাই থৈ গৈছিল। ইয়াৰ পাছতে আহিল গ্ৰাওছ চাহাব। বেষ্ট চাহাবে ধ্বংস কৰিব খোজা সেই চৰাইঘৰটোক তেওঁ মূৰৰ ঘাম মাটিত পেলাই নতুন কৰাৰ সেই কাহিনী এক অনন্য কাহিনী আছিল। ইয়াতেই তেওঁ সপোনৰ কাহিনী ৰচনা কৰিলে অৰ্থাৎ তৈয়াৰ হ'ল সেই সংগ্ৰহালয়। বৰ মূল্যবান কাঠেৰে তৈয়াৰ কৰা হৈছিল দুৱাৰ-খিৰিকীসমূহ। আইনাৰ দৰে চকচকাই আছিল কাঠৰ দুৱাৰ। সেয়ে ইয়াক তুলনা কৰা হৈছিল 'আফ্ৰাচাইবৰ ডুম'ৰ লগত। কবি চৌকতে এবাৰ আহি গাই গ'ল যে সন্মুখত থকা বাগিচাৰ ফুলবোৰ হেনো এই ঘৰটোৰ সৌন্দৰ্য দেখি হিংসাত ক'লা পৰি গৈছিল। গ্ৰাওছে স্মৃতি-কাহিনীত চব লিখি গৈছে। আৰু শুনা, ক'ৰ পৰা যে কি গেটোৱা নাছিল বগা চাহাবে। ১৮৬০ চনত হেনো ৰস্তা বন্ধা কাম চাবলৈ যাওঁতে তেওঁ গম্বুজৰ টুকুৰা এটা পৰি থকা দেখিলে। ৰাস্তা বন্ধা ইঞ্জিনীয়াৰজনে হেনো গম্বুজটো তিনি টুকুৰা কৰি কাটি......। উঃ! এই গম্বুজত কি লিখা আছিল জানানে?

পোলিত চাহাবে আপোন মনেৰে অনেক কথা বকি গৈছিল। ৰ'জমেৰিয়ে কিছু সময় পোলিত চাহাবৰ কথা বৰ মনোযোগেৰে শুনি গৈছিল যদিও শোভাযাত্ৰাত ইমান বেছি কোৰ্হাল বাঢ়ি আহিল যে কাৰো মাত এতিয়া কোনেও নুশুনাৰ দৰে অৱস্থা হ'ল। কাৰণ যি ময়দানৰ ওচৰত এই শোভাযাত্ৰা সমাপ্ত হ'ব—সেই ময়দান পাবলৈ এতিয়া আৰু বেছি সময় নাই। ৰ'জমেৰিয়ে উভতি শাস্ত্ৰী মহাৰাজক দেখা পালে। তেওঁৰ ডিঙি ফুলৰ মালাৰে ঢাক খাইছে। ভক্তসকলৰ মাজত কোৰ্হাল লাগি পাৰিল।—"অহাবাৰ আমি একত্ৰিত হ'ম নেপালত—মৈথিলী সীতাৰ জনমভূমি জনকপুৰত।"

পোলিত চাহাবে ৰ'জমেৰিৰ হাত খামোচ মাৰি ধৰিলে। সম্ভৱ, এবাৰ তেওঁৰ মূৰ আচন্দ্ৰাই কৰিছিল। তেওঁৰ খোজৰ গতিও কিছু শিথিল হৈ আহিছিল। তেওঁ ক'লে—"ক'ব নোৱাৰোঁ হঠাৎ কিয় মূৰটো আচন্দ্ৰাই কৰিছে।"

ৰ'জমেৰি কিছু অধৈৰ্য হৈ উঠিল— "ইস ইস। ময়দানলৈ খোজ কাঢ়ি যাব পাৰিবনে পোলিত চাহাব?"

"পাৰিম। পাৰিম। তুমি চিন্তা নকৰিবা। শুনা, এইবাৰ মোৰ পাণ্ডুলিপিবোৰ জনকপুৰলৈ লৈ যাম। মই অনেক কথা শাস্ত্ৰী মহাৰাজক ক'ব লাগিব। দুটা ট্ৰাংক ভৰি আছে পাণ্ডুলিপিৰে।"

দুয়ো খুপি খুপি আগুৱাই যাবলৈ ধৰিলে। এতিয়া শোভাযাত্ৰাৰ মাজত এনে ধৰণে চিঞৰ-বাখৰ হ'ল যে কাৰো কথা কোনেও আৰু নুশুনা হ'ল। সকলোৱে গতি কৰিলে বিশাল ময়দান অভিমুখে।

## প্ৰত্যাৱৰ্তন

ৰাতিপুৱাই চৰাইখানাত হুলস্থূল লাগিল। গধূলি সকলো শিৱসাগৰ ৰামগোলাম হাৱাই আড্ডা অভিমুখে আগবাঢ়িব লাগিব।

শাস্ত্ৰী মহাৰাজে আদেশ দিয়া মতে সকলোৱে পাছপ'ৰ্ট ইত্যাদি সাজু কৰি ল'লে।

শাস্ত্ৰী মহাৰাজে মাধৱানন্দ আৰু কমলাদেৱীক আকৌ সেই একে কামতে নিয়োগ কৰিলে।

প্ৰত্যেকটো কোঠালৈ দুয়ো গৈ পৰিদৰ্শন কৰি চাবি লৈ আহিল। কোনেও একো গণ্ডোগোল কৰা নাই। পাছত আহি এই মহসভাত চামিল হোৱা বৌদ্ধ ভিক্ষুৰ দলটো চৰাইখানাৰ মিনি বাৰত থকা পানীৰ বটলকেইটাও ব্যৱহাৰ কৰা নাই। স্বামী হৰিনাৰায়ণ আৰু শাস্ত্ৰী মহাৰাজেও চৰাইখানাৰ পানী পৰ্যন্ত ব্যৱহাৰ কৰা নাই। বাকী সকলোৱে মিনি বাৰত থকা মদ্যপান কৰি সাং কৰিছে। এই সকলোবোৰৰে হিচাপ দুয়ো মনোযোগেৰে কৰিলে। এৰা, তেওঁলোক উভতি যোৱাৰ পাছত মণ্ডলীৰ নামত কোনেও আঙুলি টোঁৱাব নোৱাৰিব। শাস্ত্ৰী মহাৰাজে এই সুযোগ কাকো নিদিয়ে। যি দুটা কোঠাত পাছত অহা ভাৰতৰ ছাত্ৰ কিছুমান আছিলহি, সেই কোঠা দুটাত ছাৰ শিৱসাগৰ ৰামগোলামৰ ছবি থকা মুদ্ৰা কিছুমান সিঁচৰতি হৈ পৰি আছে। যোৱাৰ আগতে ছাত্ৰইঁতে এই বাকী ৰোৱা মুদ্ৰাবোৰ সম্ভৱ হিচাপ কৰি চাইছিল। কাৰণ গোটেইবোৰ বাকী ৰোৱা মুদ্ৰা বিমান বন্দৰত সিহঁতে ডলাৰলৈ সলনি কৰি ল'ব। এইবোৰ সৰু সৰু মুদ্ৰা সিহঁতে চাগৈ বিশেষ কামত নাহিব বুলিয়েই ভাবিলে।

মাধৱানন্দই বৰ উৎসাহেৰে কমলাক ক'লে—"উঠি অহা ছাত্ৰ-ছাত্ৰীবোৰে

ৰামায়ণ সাহিত্যত এনেদৰে উৎসাহ দেখুওৱা বাবে শাস্ত্ৰী মহাৰাজৰ আনন্দৰ সীমা নাই। তেওঁ কয়—ৰামায়ণ নজনাকৈ ভাৰতবাসীৰ ৰাজহাড়ৰ ছবি কেনেকৈ আহৰণ কৰিব ছাত্ৰহঁতে?"

কমলাদেৱীয়ে ড্ৰয়াৰ, কাপবৰ্ড খুলি চালে। চিগাৰেটৰ টুকুৰা, ছৌডা আৰু ক'কাক'লাৰ বটল অ'ত-ত'ত পৰি আছে। মিনি বাৰত এতিয়া আৰু এটাও মদিৰাৰ বটল বাকী নাই।

হঠাৎ কমলাদেৱীয়ে আৰ্তনাদ কৰি উঠিল—"মাধৱানন্দ। সৌবোৰ বিছনাৰ তলত কি চোৱা।"

মাধৱানন্দই হাউলি বিছনাৰ তলখন ভুমুকিয়াই চালে। কাগজৰ বাণ্ডিল এটা দুয়োৰে চকুত পৰিল।

দুয়ো ধৰা-মেলাকৈ বাণ্ডিলটো খুলিলে। কমলাদেৱীয়ে আৰ্তনাদ কৰি উঠিল—"এইবোৰ সভাত পাঠ কৰা ৰামায়ণৰ মূল্যৱান গৱেষণা-পত্ৰ। ইস ইস। ছাত্ৰহঁতে এই মূল্যৱান গৱেষণা-পত্ৰবোৰ এৰি থৈ গ'ল।"

মাধৱানন্দই তবধ মানিলে। কমলাদেৱীয়ে আক্ষেপেৰে ক'লে—"শাস্ত্ৰী মহাৰাজে এই পত্ৰবোৰ সিহঁতে এনেকৈ দলিয়াই পেলোৱা বাবে নিশ্চয় বৰ দুখ পাব। সিহঁতৰ এই কাৰ্যই দেখুৱাই দিলে এই মহাসভালৈ অহাৰ আচল উদ্দেশ্যৰ কাহিনী।"

মাধৱানন্দই এইবাৰো কোনো উত্তৰ নিদিলে। কমলাদেৱীয়ে ক'লে—"মই বুজি পাইছোঁ, মৰিছান মদৰ বটল আৰু আন আন বস্তু নিব লগা হোৱাত সিহঁত এই মূল্যৱান কাগজবোৰ এৰি থৈ গ'ল। ইস।"

মাধৱানন্দই কাগজৰ বোজাটো মূৰত তুলি ল'লে। মুখেৰে কোনো কথা উচ্চাৰণ নকৰাকৈ তেওঁ কোঁ-কোঁৱাই তললৈ নামি গ'ল।

লজ্জা আৰু সংযম হেৰুৱাই কমলাদেৱীয়ে চিঞৰি উঠিল—"মোৰ অৱস্থাৰ কথাও মই ক'ব নোৱাৰোঁ। মই সঁচাকৈয়ে শ্ৰীৰামচন্দ্ৰৰ বাবে এই বাৰ বছৰ মণ্ডলীৰ পিছে পিছে ঘূৰি ফুৰিছোঁনে, মাধৱানন্দ?"



তেৰ

# বৈদেহীৰ জনমভূমি নেপালৰ জনকপুৰত

পাটনা জংচন পোৱালৈকে সৰহভাগ ভক্তই বৈদেহীক লৈ ৰচনা কৰা গীতবোৰ গাই আহিছিল। মথুৰাৰ ৰামলীলা মণ্ডলীৰ আৰু দৰবাৰী গায়কসকলৰ কণ্ঠত এই গীতবোৰে প্ৰাণ পাই উঠিছিল। ভক্তসকলেও দৰবাৰী গায়ক তিনিজনৰ লগতে এনে উচ্চ আবাজত গীত গাইছিল যে আৰক্ষণ কৰি লোৱা তিনিটা ব'গিত কাৰো মাত কোনেও আৰু নুশুনা হৈছিল।

মথুৰাৰ দৰবাৰী গায়ক তিনিজনে হাৰমনিয়াম উলিয়াই লৈছিল। বৰ কম সময় হোৱা বাবে তেওঁলোকৰ তালিম লোৱাই হেনো হোৱা নাছিল। তুলসীৰ দোহাৰেই আৰম্ভ কৰিছিল তেওঁলোকে ঃ

*"সুন্দৰতা কঁহ সুন্দৰ কৰঈ।*
*ছবি গৃহ দীপশিখা জুন বৰঈ।*
*সব উপমা কবি ৰহে জুঠাৰী*
*কেহি পট তৰউ বিদেহ কুমাৰী।"*

(সীতাৰ ৰূপে সৌন্দৰ্যক আৰু সুন্দৰ কৰি তুলিছে। সৌন্দৰ্যৰ গৃহত সীতা এক উজ্জ্বল প্ৰদীপৰ দৰে। সমস্ত সৌন্দৰ্য যেন অন্ধকাৰত ডুব গৈ আছে। সীতাৰ সৌন্দৰ্যইহে প্ৰদীপ হৈ সকলোকে আলোকিত কৰি তুলিছে। বিদেহকুমাৰী সীতাক কিহেৰে তুলনা কৰোঁ মই? সকলো উপমা যে কবিসকলে কবিতাত নিয়োগ কৰি কৰি উচ্ছিষ্ট কৰি পেলাইছে।)

*সীয় বৰণি তেহি উপমা দেঈ।*
*কুকবি কহাই অজস কো লেঈ।।*
*জৌ পটতৰিয় তীয় মঁহ সীয়া।*
*জগ অস জুবতি কঁহা কমনীয়া।।*

(সীতাৰ ৰূপৰ কথা কৈ আৰু তেওঁক নানা ধৰণৰ উপমাৰে সজাই কোন কবিয়ে বাৰু নিজৰ অপযশ নিজে মাতি আনিব? এই পৃথিৱীত থকা কোনো যুৱতীৰ লগত যদি তেওঁৰ উপমা দিয়া হয় তেনেহ'লে সেই যুৱতীয়ে বা এই পৃথিৱীত ক'ত?)

*জৌ ছবি সুধা পয়ো নিধি হোঈ।*
*পৰম ৰূপ ময় কচ্ছপ সোঈ ।।*
*সোভা ৰজু মন্দৰু সিঙ্গাৰু।*
*মথই পানি পঙ্কজ নিজ মৰু।।*
*এহি বিধি উপজাই লচ্ছি  জব সুন্দৰতা সুখ মূল।*
*তদপি সকোচসমতে কবি কহঁহি সীয় সম তুল।।*

(যদি অমৃতময় সৌন্দর্য স্বয়ং সমুদ্ৰ হয় কচ্ছপ ৰূপৰ আকৰ হয়, সৌন্দর্য ৰছী হয়, প্ৰসাধন মন্দৰগিৰি হয় আৰু স্বয়ং কামদেৱ যদি নিজৰ পদুম ফুলৰ দৰে হাতেৰে এই সৌন্দর্যৰ সাগৰ মন্থন কৰে আৰু এই মন্থনৰ ফলস্বৰূপে যদি অপূৰ্ব সুন্দৰী লক্ষ্মীৰ জন্ম হয় —সেই লক্ষ্মীৰ সৈতেও একে বুলি সীতাক তুলনা কৰা নাযায়।)

সকলোৱে মত্ত হৈ গীত গাইছিল। মাজে মাজে জয় জানকীৰ জয় বৈদেহীৰ জয়, জয় মৈথেলীৰ জয় ধ্বনিৰে চৌদিশ মুখৰ কৰি আহিছিল। ওচৰৰ দবাবোৰৰ পৰাও মানুহ আহি ঠাহ খাই পৰিছিল। আনকি লগত অহা ৰামলীলাৰ পাৰ্টিটোৱেও ঢোল, পাখোৱাজ, তবলা উলিয়াই দৰবাৰী গায়কৰ লগত বহি গৈছিল।

এইবাৰ ভক্তসকলৰ মাজত এলিজাবেথ নামৰ এগৰাকী বৃটিছ মহিলাও আছিল। তেওঁৰ লগত এটি পাঁচ বছৰীয়া শিশুপুত্ৰও আছিল। এই পুত্ৰটিৰ জনম হৈছিল মথুৰাতে। ল'ৰাটোৰ জন্মৰ সময়ত এলিজাবেথৰ স্বামী ডেভিড হাইনো মথুৰাৰ 'জানেকী বল্লভ' মন্দিৰত কিছুদিন আছিল। পেছাত তেওঁ আছিল সাংবাদিক। ল'ৰাটো জন্ম হোৱাৰ পাছতে ডেভিড হাইনে বৃন্দাবন  এৰি যায়। তাৰ পাছত এই বিবাহ বিচ্ছেদ! সেয়া এক অন্য কাহিনী । এতিয়া এলিজাবেথে ভাৰতীয় নাগৰিকত্ব বিচাৰি হাবাথুৰি খাইছে। প্ৰথমে দুয়ো টুৰিষ্ট ভিছা লৈ আহিছিল। তাৰ পাছত উভতি গৈ আকৌ 'এনট্ৰি ভিছা' লৈ সোমাইছিল। এতিয়া এই 'এনট্ৰি ভিছা' বঢ়াই আছে যদিও কোন মুহূৰ্তত দেশলৈ উভতি যাবলৈ পৰোৱানা আহে একো ঠিক নাই। তথাপি ৰামভক্ত এই মহিলাৰ হৃদয়ত

এক আশা জন্মিছে —আৰু কেইবছৰমান এইদৰে কটোৱাৰ পাছত তাই ভাৰতীয় নাগৰিকত্ব লাভ কৰিব পাৰিব। তাইৰ বদ্ধমূল ধাৰণা—ভগৱান ৰামে তাইক নাগৰিকত্ব পোৱাত সহায় কৰিব। তাই অহৰহ ডিঙিত পিন্ধা ৰুদ্ৰাক্ষৰ মালাত হাত দি ৰাম নাম জপ কৰি এই প্ৰাৰ্থনাকে কৰি আহিছে।

এলিজাবেথৰ উৎপতীয়া শিশুটিয়ে ভক্তসকলৰ লগত খেলা-ধূলা কৰি ফুৰিছিল। এলিজাবেথ ওখ আৰু আটিল চেহেৰাৰ মানুহ। মূৰৰ চুলিৰ বৰণ হুবহু পগোৱা গুড়ৰ বৰণৰ দৰে। নাক জোঙা, বৰণ বেংছতাৰ দৰে ঢেলা, চকুৰ বৰণ গভীৰ নীলা। তেওঁৰ খোজ-কাটল, ৰহণ-চহনত শিল্পী ৰ'জমেৰিৰ দৰে প্ৰাণ চঞ্চলতা বা উচ্ছ্বাস দেখা নাযায়। সেয়ে সুদীৰ্ঘকাল যিয়ে বৃন্দাবনত তেওঁক দেখিছে, সেইসকলে  তেওঁক সন্ন্যাসৰ পিনে ঢাল খোৱা বুলি ভাবিবলৈ বাধ্য হৈছে। কিন্তু এই পুত্ৰ সন্তানটিৰ প্ৰতি থকা তেওঁৰ উচ্ছ্বাস আৰু মমতা দেখি বহুতে আকৌ তেওঁক কৰুণাময় মাতৃৰ ৰূপতহে কল্পনা কৰে। এলিজাবেথ হাইনৰ পঢ়া-শুনা কিমান আছিল কোনেও ভালদৰে নাজানিছিল; কিন্তু অতি প্ৰাঞ্জল ইংৰাজীত 'ৰামচৰিতমানস'ৰ সুন্দৰাকাণ্ডটি অনুবাদ কৰা দেখি অনেকেই তেওঁক অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ ছাত্ৰী আছিল বুলিও সন্দেহ কৰে। কিন্তু নিজৰ ঘৰ-বাৰী, পঢ়া-শুনাৰ বিষয়ে এলিজাবেথে কেতিয়াও কোনো কথা সদৰি কৰা নাই।

এলিজাবেথৰ সন্মুখত বহি আহিছিল লেংপেঙীয়া চেহেৰাৰ জাৰ্মান পণ্ডিত মাইকেল কাপ। তেওঁ নতুনকৈ প্ৰকাশিত হোৱা গ্ৰাওছ চাহাবৰ 'মথুৰা স্মৃতি' পঢ়ি আহিছিল। মাজে মাজে তেওঁৰ সন্মুখত বহি অহা এলিজাবেথক প্ৰশ্ন কৰিছিল ঃ

"তুমি অত দিন বৃন্দাবনত আছা, বাকেবিহাৰীৰ মূৰ্তি দেখিছানে?"

এলিজাবেথে উত্তৰ দিলে—"দেখিছোঁ, দেখিছোঁ। সেই মূৰ্তি হৰিদাস স্বামীৰ আছিল। তানসেনৰ গুৰু আছিল হৰিদাস স্বামী।"

কিতাপৰ পৰা চকু নদঙাকৈ কাপে ক'লে—"ৰামভক্ত গ্ৰাওছ চাহাবে তেওঁৰ স্মৃতি-কাহিনীত তানসেনৰ কথাও লিখি গৈছে। তানসেনৰ পিতাক দিল্লী সম্ৰাটৰ এগৰাকী অমাত্য আছিল। এই অমাত্যৰ এটা মহামূৰ্খ পুত্ৰ আছিল। এদিন তেওঁ অতিষ্ঠ হৈ এই মূৰ্খ পুত্ৰক বৃন্দাবনৰ আলিত পেলাই থৈ আহিল। সন্ন্যাসী হৰিদাসে আন্ধাৰে-পোহৰে নিধু বনলৈ স্নান কৰিবলৈ যাওঁতে আলিৰ মাজত শুই থকা ল'ৰাটোৰ শৰীৰত উজুটি খাই বাগৰি পৰিল। তেওঁ ল'ৰাটোক

নিজৰ আশ্ৰমলৈ আনি নাম দিলে তানসেন। নিজৰ লগতে ৰাখি তাক সংগীতবিদ্যাৰো তালিম দিলে। সংগীতবিদ্যাত পাৰ্গত হৈ তানসেন যেতিয়া সম্ৰাট আকবৰৰ সভালৈ উভতি গ'ল তেতিয়া কোনেও এই কথা বিশ্বাস কৰিব নোৱাৰিলে। ....আকবৰে হৰিদাসক চাবলৈ ইচ্ছা কৰি এবাৰ হেনো ঋষি হৰিদাসৰ আশ্ৰমলৈ আহিছিল তানসেনৰ লগত। হৰিদাসে তানসেনক বৰ আদৰ-সাদৰ কৰি ভিতৰলৈ মাতি নিলে, কিন্তু সম্ৰাটক হেনো পদূলিৰ মূৰতে থিয় কৰাই ৰাখিলে।"

কাপ আৰু এলিজাবেথ দুয়ো খিকখিকাই হাঁহিবলৈ ধৰিলে। এলিজাবেথে ক'লে—"এই কাহিনী মই শুনিছোঁ। এই কথাও শুনিছোঁ যে হৰিদাস স্বামীয়ে সম্ৰাটক হেনো কৈছিল—সম্ৰাটৰ লগত তেওঁৰ কোনো কথা থাকিব নোৱাৰে। কিন্তু সম্ৰাটে হেনো গলবস্ত্ৰ হৈ সন্ন্যাসীক নিজৰ সেৱা গ্ৰহণ কৰিবলৈ কাকুতি কৰিবলৈ ধৰিলে। উপায় নাপাই হৰিদাস স্বামীয়ে সম্ৰাট আকবৰক ওচৰৰ বিহাৰী ঘাটলৈ লৈ গ'ল আৰু ক'লে—মোক এটা চিৰিকে বান্ধি দিয়া। ঘাটৰ চিৰিবোৰ দেখি সম্ৰাটৰ চকু জলক-তবক কৰিবলৈ ধৰিলে। চিৰিবোৰ হীৰা মাণিকেৰে বন্ধোৱা আছিল। চাৰিওফালে সোণৰ পাৰি দিয়া আছিল। সম্ৰাটে হেনো বৰ ভয় খালে । এই কাম তেওঁৰ দ্বাৰা সম্ভৱ নহ'ব বুলি ভাবিলে। সেয়ে তেওঁ হেনো স্বামীক কাকুতি কৰি ক'লে, "মোৰ প্ৰতি সদয় হওক স্বামী। মই আপোনাৰ ময়ূৰ আৰু বান্দৰবোৰৰ বাবে কিবা এটা ব্যৱস্থা কৰি দিম। কিন্তু এনেদৰে চিৰি বন্ধোৱা মোৰ বাবে সম্ভৱ নহয়।"

এলিজাবেথে খিক্‌খিকাই হাঁহিবলৈ ধৰিলে। "বান্দৰৰ উৎপাতত এতিয়া বৃন্দাবনত থাকিব নোৱৰাৰ দৰে অৱস্থা হৈছে। হৰিদাস স্বামীয়ে নিধুবনত নিতৌ ৰাতি ৰাধা-কৃষ্ণই ৰাসক্ৰীড়া কৰে বুলি শুনিছিলো। পুৱাই উঠি নিধুবনলৈ গ'লে ফুলৰ মালা, প্ৰসাদ, কাপোৰৰ টুকুৰা আদি সিঁচৰতি হৈ পৰি থকা দেখিলে ভক্তই কয়—সেইবোৰ ৰাধা-কৃষ্ণই খেল-ধেমালি কৰি পেলাই থৈ যোৱা ঐশ্বৰিক বস্তু। মোৰ কিন্তু কি ভাব হয় জানানে? সেয়া বান্দৰবোৰেই খোৱা-কমোৱা কৰি এৰি থৈ যোৱা মন্দিৰৰ প্ৰসাদ"—এইবুলি কৈ এলিজাবেথে আকৌ খিক্‌খিকাই হাঁহিবলৈ ধৰিলে। তাৰ পিছত তাই আকৌ ক'লে—"মই অৱশ্যে দুটামান অদ্ভুত ধৰণৰ বান্দৰ লগ পাইছিলো। আন্ধাৰে-পোহৰে ব্ৰহ্মকুণ্ডৰ চিৰিবোৰ সিহঁতে কদমৰ ডাল এটাৰে পৰিষ্কাৰ কৰি থৈ যায়। তুমি তুলসীদাসৰ কাহিনীবোৰ পঢ়িছা নিশ্চয়? এবাৰ বাদশ্বাহে তুলসীদাসে ভেল্কীবাজি দেখুৱাব

নোৱৰা বাবে দিল্লীৰ কাৰাগাৰত বন্দী কৰি থ'লে। এইখিনি সময়তে তেওঁ হেনো হনুমানক স্তুতি কৰিবলৈ ধৰিলে। ফলস্বৰূপে বান্দৰ-সেনাই গৈ দিল্লীৰ কাৰাগাৰ আক্ৰমণ কৰিলে। বেগমহঁতৰ কাপোৰ-কানি টানি হেনো একেবাৰে নাঙঠ কৰি পেলালে। উপায় নাপাই সম্ৰাটে তুলসীক মুক্ত কৰিবলগীয়া হ'ল। এই কথা অনেক গ্ৰন্থত লিখা আছে। মূল গোঁসাই চৰিততো লিখা আছে।"

আকৌ খিক্‌খিকাই হাঁহিলে এলিজাবেথে। তাৰ পাছত ক'লে—"ইয়াৰ পাছতহে হেনো সম্ৰাটে তুলসীৰ লগত শতৰঞ্জও খেলিবলৈ আৰম্ভ কৰিছিল।"

কাপে ক'লে—"যমুনাৰ ঘাটে ঘাটে তুলসীদাসে শ্ৰীৰামচন্দ্ৰৰ ভৰিৰ খোজ বিচাৰি ফুৰিছিল। এঠাইত পঢ়িছিলো—যমুনাৰ পাৰৰ গোপাল মন্দিৰলৈ গৈ শ্ৰীকৃষ্ণৰ মূৰ্তিৰ সম্মুখত দীঘল দি পৰি তুলসীদাসে প্ৰাৰ্থনা কৰিছিল—হে কৃষ্ণ, মই মোৰ এই মূৰটোকে তোমাক অৰ্পণ কৰিছোঁ। তুমি ধনু আৰু বাণ হাতত লৈ ধনুৰ্ধাৰী ৰামৰ ৰূপটো প্ৰকট কৰা। লগে লগে কৃষ্ণ মূৰ্তি শ্ৰীৰামৰ মূৰ্তিলৈ পৰিবৰ্তিত হ'ল।"

এলিজাবেথে আকৌ বৰ উৎসাহেৰে ক'লে— "মই বৃন্দাবনত থাকোঁতেই শুনিছিলোঁ, তুলসীদাসে এবাৰ শ্ৰীৰামচন্দ্ৰক লগ পাইছিল। এটা কিংবদন্তিও আছে। চিত্ৰকূটৰ মন্দাকিনীৰ পাৰৰ ৰামঘাটত এবাৰ তুলসীদাসে এক অপূৰ্ব কান্তিৰ নৱ যুৱকক লগ পাইছিল। এই যুৱকে হেনো তুলসীদাসৰ ওচৰত বহি অনুৰোধ কৰিছিল—দিয়া, মোৰ কপালত চন্দনৰ তিলক দিয়া।—সেই মুহূৰ্ততে হেনো হনুমানে শুকৰ বেশ ধৰি সেই ঠাইত উপস্থিত হৈ গাইছিল ঃ

চিত্ৰকূট কে ঘাট পৰ ভই সন্ত কী ভিৰ
তুলসীদাস চন্দন ঘিসে তিলক দেত ৰঘুবীৰ।

(চিত্ৰকূট ঘাটত সন্ন্যাসীসকলৰ ভিৰ হয়। তুলসীদাসে চন্দন ঘঁহে, ৰামচন্দ্ৰই তিলক লয়।)

তুলসীৰ বিষয়ে অনেক সময় ধৰি তৰ্কা-তৰ্কি চলিল কাপ আৰু এলিজাবেথৰ মাজত। বিশেষকৈ তুলসীদাসৰ বৈবাহিক জীৱন লৈ নানা আলোচনা চলিল। এলিজাবেথে সুদীৰ্ঘকাল বৃন্দাবনত থকাৰ পাছত তুলসীৰ বিষয়ে অনেক কাহিনী শুনিছিল। তাই কোনোপধ্যে মানি ল'ব নোখোজে যে কোনো এক দেহোপজীৱীনীৰ সৈতে তুলসীৰ প্ৰেম আছিল আৰু পত্নী ৰত্নাবলীয়ে কোৱা সেই কথা সঁচানে বাৰু?

"অস্থি চৰ্ম ময় দেহ মম তামৈন জৈসী প্ৰীতি।

তৈসী জো শ্ৰীৰাম মহ হোতি ন তৌ ভৱ ভীতি।।"

(মোৰ এই হাড়-মাংসৰ দেহাটোৰ প্ৰতি তোমাৰ যিমান টান, সেই টান যদি তোমাৰ শ্ৰীৰামচন্দ্ৰৰ প্ৰতি থাকিলহেঁতেন, তেনেহ'লে তুমি নিশ্চয় এই ভৱসাগৰ পাৰ হ'ব পাৰিলাহেঁতেন।)

কাপৰ অৱশ্যে ৰামচৰিতমানসৰ লগত সিমান সম্বন্ধ নাই। তেওঁ দুই-তিনিবাৰ মণ্ডলীৰ লগত ফুৰিছিল যদিও, পোলিত চাহাব নাইবা ৰ'জমেৰিইঁতৰ দৰে অনেক কথা তেওঁ সলসলীয়াকৈ ক'ব নোৱাৰে। গ্ৰাওছ চাহাবৰ স্মৃতিগ্ৰন্থখন অৱশ্যে পুংখানুপুংখভাৱে তেওঁ পঢ়িছে। সুদীৰ্ঘ কাল বৃন্দাবনত বাস কৰা এলিজাবেথৰ লগত সেয়ে তেওঁ আলোচনা বজাই ৰাখিব পাৰিছে।

হঠাৎ সিটো কম্পাৰ্টমেন্টত দৰবাৰী গায়কসকলৰ গান শুনি থকা এলিজাবেথৰ পাঁচ বছৰীয়া পুত্ৰ পমে বুলেট এটা অহাৰ দৰে আহি কাপৰ হাতৰ পৰা কিতাপখন থাপ মাৰি ল'লে। এলিজাবেথে তাক ধৰিব খোজোতেই সি পলাই পত্ৰং দিলে।

"বৰ দুষ্ট। বৰ দুষ্ট। তাক লৈ মোৰ নগুৰনাগতি হৈছে। বৃন্দাবনতো ৰাধেশ্যামীবোৰৰ খুপৰিয়ে খুপৰিয়ে বান্দৰৰ দৰে ঘূৰি ফুৰে।"

কাপে ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। ক'লে—"শিশুকালত কৃষ্ণও বৰ দুষ্ট আছিল। ৰামহে তেনে ধৰণৰ নাছিল।"

এলিজাবেথে ক'লে—"কাপ! তোমাৰ অলপ ভুল হৈছে। তুলসীদাসে শ্ৰীৰামচন্দ্ৰৰ শিশুৰূপ আঁকি দেখুৱাইছে।" তাই গুণগুণাই গাই শুনালে ঃ

"বালচৰিত হৰি বহুবিধি কীনহা।

অতি আনন্দ দাসনহ কঁহ দীনহা।"

কাপে কৌতূহলেৰে ক'লে—"তুমি সঁচাকৈয়ে নাগৰিকত্ব পাব লাগে। কোৱাচোন কোৱা, গ্ৰাওছ চাহাবে চাই যোৱা ৩২ টা ঘাট এতিয়াও বৃন্দাবনত আছে নে? শুনিছিলো এইবোৰ চব ৰজা-মহাৰাজইঁতে বান্ধিছিল।"

এলিজাবেথে আকৌ খিক্‌খিকাই হাঁহিলে তাইৰ দাঁতৰ ওপৰৰ চক্‌চকাই থকা মাৰি পৰ্যন্ত দেখা যায়।

"শুনা কাপ, মই ৰামভক্ত গ্ৰাওছ চাহাবে বৰ্ণনা কৰি যোৱা ব্ৰহ্মাকুণ্ডতে বাস কৰো। শুনিছিলো কোনোবা এগৰাকী চৌধুৰাণী কালীসুন্দৰীয়ে মথুৰাৰ বাটৰ কাষৰ গোবিন্দ কুণ্ড বান্ধিছিল। বৃন্দাবনত অ'ৰ-ত'ৰ পৰা অহা বেশ্যাবোৰেও অজস্ৰ মন্দিৰ সজাইছিল।"

"বেশ্যাই মন্দিৰ সজাইছিল?"

"হয়। বেশ্যাই মন্দিৰ সজাই দিছিল, পুখুৰীৰ বাবে খৰচ কৰিছিল, ব্ৰজৰ মাটিত মৰি মুক্তি পোৱাৰ আকাংক্ষা কৰিছিল।"

"ৰামভক্ত গ্ৰাওছ চাহাবে অৱশ্যে এই সকলোবোৰৰ বৰ্ণনা দিয়া নাই। কোটা আৰু ভৰতপুৰৰ তেহৰি দটিয়াৰ ৰজাসকলে বান্দৰ আৰু ময়ূৰৰ বাবে বিস্তীৰ্ণ বন, সন্ন্যাসী আৰু বৈৰাগীহঁতৰ বাবে সত্ৰ আৰু দান দিয়া 'সত্ৰী'সমূহ সাজি দিছিল। তুমি জানা নিশ্চয়, বাদশ্বাহে বৃন্দাবনৰ নাম সলনি কৰি মমিনাবাদ ৰাখিব খুজিছিল। এই কথা স্মৃতি-কাহিনীত গ্ৰাওছে লিখি থৈ গৈছে। ১৮৯ নম্বৰ পৃষ্ঠাত চাবা।"

হঠাৎ কোনোবা এটা ষ্টেচনত আহি ৰেল ৰ'ল। হুৰমুৰকৈ এজাক মানুহে ফুলৰ মালা আৰু বাতাচাৰ পেকেট লৈ কম্পাৰ্টমেন্টটোত সোমাল। মণ্ডলীৰ ভক্তসকলৰ ডিঙিত মালা পিন্ধাই সিহঁতে বাতাচা বিলাবলৈ ধৰিলে। তাৰ পাছত সিহঁতে—'জয় দাশৰথিৰ জয়' ধ্বনি তুলি হুৰমুৰকৈ নামি গ'ল। সকলোৱে গম পাইছে—এইবাৰ জনকপুৰ ধামলৈ মণ্ডলীয়ে গমন কৰিছে।

পাটনা জংচনত সকলো নামিল। আন আন কম্পাৰ্টমেন্টৰ পৰা মণ্ডলীৰ পুৰণা সহকৰ্মীসকলো নামিল। হাতত ছুটকেছ আৰু ফাইল লৈ কমলাদেৱীও নামিল। তাইৰ মুখত আজি অনন্য পোহৰ সকলোৱে লক্ষ্য কৰিলে। যোৱা বাৰ বছৰে মণ্ডলীৰ সকলোৱে তাইৰ মুখত হতাশা, ক্ষোভ আৰু চিন্তাৰ ভাব ওলমি থকা দেখা পাইছিল। হয় হয়, তাই এইবাৰ কিবা এক সিদ্ধান্ত ল'ব বুলিয়েই হয়তো আহিছে। হুৰমুৰকৈ নামিল সীতাৰ গুণগান গাই অহা দৰবাৰী গায়কসকল।

আন এটা কম্পাৰ্টমেন্টৰ পৰা নামিল এটা ডাঙৰ ৰামলীলাৰ পাৰ্টি। সিহঁতৰ ডিঙিত নাৰ্জি ফুলৰ মালা আৰু গাত ৰামনামী। কপালত চন্দনৰ তিলক। প্ৰথমবাৰৰ বাবে আহিছে ব্ৰজধামৰ ৰামলীলা পাৰ্টি। ডেৰশবছৰীয়া পুৰণা পাৰ্টি।

ইংৰাজে যেতিয়া দৌলত ৰাও সিন্ধিয়াক পৰাস্ত কৰি মথুৰা অধিকাৰ কৰিছিল, সেই সময়তে সমগ্ৰ মথুৰা চহৰকে ফৌজী আড্ডাত পৰিণত কৰা হৈছিল। ফৌজৰ চিপাহীসকলে মথুৰা-বৃন্দাবনত ৰামলীলা আৰম্ভ কৰিছিল। শুনা যায়, গ্ৰাওছ চাহাবে গোটেই ৰাতি বহি ইয়াত ৰামলীলা চাইছিল।

খৰধৰকৈ কম্পাৰ্টমেন্টৰ পৰা নামিল হনুমানৰ অভিনয় কৰা দিবাকৰ ভট্টৰাই। আচৰিত কথা এয়ে যে ভট্টৰাইৰ খোজ-কাটল হুবহু বান্দৰৰ দৰেই। হাতৰ আৰু ভৰিৰ পতা সাধাৰণ মানুহতকৈ ডাঙৰ। তেওঁ অলপ কুঁজা হৈ

খোজ কাঢ়িছিল। ফলস্বৰূপে তেওঁৰ হাত দুখন তললৈ ওলমি পৰাৰ দৰে দেখা গৈছিল। তেওঁক সকলোৱে 'হনুমানজী হনুমানজী' বুলিয়েই মাতিছিল। তেওঁ পিন্ধি আহিছিল গেৰুৱা ৰঙৰ কুৰ্তা আৰু ঢিলা পায়জামা। ভৰিত নাগেৰা। কান্ধত ৰামনামী। চাৰিওফালে চিএৱৰ-বাখৰ লাগি পৰিল—"হনুমানজী, মোৰ টোপোলাটো ধৰক।" "হনুমানজী, মোক পানী এবটল আনি দিয়ক।" "হনুমানজী, আমাৰ মানুহখিনি ক'ত খাৰা হৈছে দেখুৱাই দিয়ক।" "হনুমানজী, ইয়াৰ পৰাই ৰাক্সোললৈ বাছ যাবনে?"

পাটনা জংচনত নামি সকলোৱে গম পালে এইবাৰ সৰহভাগ ভক্তই লিডাৰ হিচাপে দিবাকৰ ভট্টৰাইকে মানিব। ৰামলীলা মণ্ডলীৰ সকলোৰে উৎসাহৰ সীমা নাই। কাৰণ ভট্টৰায়ে নেপালৰ এই জানেকীৰ জন্মভূমিতে এক চমৎকাৰৰ অভিনয় দেখুৱাব।

হয়, হয়। ভট্টৰায়ে জানেকীৰ জন্মভূমি জনকপুৰত চমৎকাৰৰ অভিনয় দেখুৱাব। তেওঁ জনকপুৰৰ কমলা নদীৰ পাৰত সেতুবন্ধৰ দৃশ্য দেখুৱাব। জঁপিয়াই কমলা নদী পাৰ হ'ব। হনুমানে যেনেদৰে সাগৰ পাৰ হৈছিল ঠিক তেনেদৰে ভট্টৰায়ে বৃন্দাবনৰ 'চীৰহৰণ' ঘাটৰ পৰা জঁপিয়াই যমুনা পাৰ হৈ দেখুৱাইছিল। এইবাৰ জনকপুৰৰ কমলা নদী জঁপিয়াই পাৰ হৈ দেখুৱাব।

চিত্ৰকূট ৰামলীলাত সেই এশ আশী বছৰৰ আগেয়ে বাৰানসীৰ টেকৰাম ভট্টই যি চমৎকাৰিত্ব দেখুৱাইছিল, সেই একেই চমৎকাৰিত্ব। টেকৰাম ভট্টই বাসত্তৰ ফুট বহল বৰুণা নদী জঁপিয়াই পাৰ হৈ পাদ্ৰী মেকফাৰছনৰ বাজি ধূলিসাৎ কৰিছিল। ভক্তিয়ে মানুহৰ আত্মাক কিমান দূৰলৈ নিব পাৰে এই বিস্ময়কৰ সত্যৰ চাক্ষুষ প্ৰমাণ দি টেকৰাম ভট্টই পাদ্ৰী চাহাবক যিদৰে চকিত কৰি তুলিছিল, ঠিক তেনেদৰে জনকপুৰৰ মানুহক চকিত কৰিবলৈ সাজু হৈ আহিছে ভট্টৰায় ওৰফে হনুমান।

পাটনা জংচনৰ ওচৰৰ এটুকুৰা মুকলি ঠাইত জনকপুৰলৈ যাত্ৰা কৰা এই মণ্ডলীক স্বাগতম জনাবলৈ স্থানীয় মানুহে তোৰণ সাজিছে আৰু ছামিয়ানা তৰিছে। নাৰ্জি ফুল, বিচিত্ৰ ধৰণৰ পতাকা আৰু ৰাম-সাহিত্যৰ বাবে জীৱন উৎসৰ্গ কৰা পণ্ডিতৰ চিত্ৰৰ প'ষ্টাৰ কিছুমানো তোৰণৰ আশে-পাশে ওলোমাই থৈছে। চিত্ৰত সিহঁতে বাবা কামিল বুল্কেকো গেৰুৱা কপোৰ পিন্ধাই দিছে। পগোৱা গুড়ৰ বৰণৰ বুল্কে চাহাবৰ ডাঢ়িৰ ৰং আৰু তেওঁৰ কাপোৰৰ ৰং প্ৰায় একে হৈ আছে। —সৌৱা, আজি এখন নতুন চিত্ৰৰ প'ষ্টাৰ টনা হৈছে। এই

প'ষ্টাৰ ৰামভক্ত মুছলমান আব্দুল ৰহিম খানখানা চাহাবৰ। সম্রাট আকবৰৰ প্রিয় কবি আৰু তুলসীদাসৰ প্রিয় মিত্র আব্দুল ৰহিম খানখানাৰ চিত্রৰ উপৰিও তেওঁৰ অপূৰ্ব কবিতাসমূহৰ পংক্তিও প'ষ্টাৰ হৈ তোৰণত ওলমি আছে। চাৰিশ পঞ্চাছ বছৰীয়া পুৰণা কবিতাক সোণৰ পানী ছটিয়াই যেন লিখা হৈছে ঃ

*গহি সৰনাগতি ৰাম কী*
*ভৱসাগৰ কী নাও,*
*ৰহিমন জগত ওধাৰ কৰ*
*আউৰ ন কুছ্ ওপায়।*

(এই সংসাৰ সমুদ্রত পাৰ হোৱাৰ একমাত্র উপায় স্বয়ং ৰাম। হে কৃপাময় প্রভু, এই জগতৰ বাসনাৰ পৰা প্রাণীক মুক্ত কৰি নির্ভয় কৰা। আৰু যেন কোনো উপায় নাই।)

*জো ৰহিম উত্তম প্রকৃতি কা কৰি সকথ কুসংগ।*
*চন্দন বিষ ব্যাপত নী, লপেটে ৰহত ভূজংগ।।*

(যাৰ চৰিত্র পৱিত্র, অসৎ সংগই তেওঁক কি কৰিব? হলাহলে চন্দন কাঠক কি কৰিব পাৰে যদিও চন্দন কাঠক সাপে আগুৰি থাকে।)

*চিত্রকূট মেঁ ৰাম ৰহে ৰহিমত*
*অবধ নৰেশ*
*জা পৰ বিপদা পৰত হেই*
*সো আৱত য়হি দেশ।*

(বিপদৰ সমুদ্রত পৰাজনে চিত্রকূটলৈ ঢাপলি মেলে; কাৰণ চিত্রকূটতে বাস কৰে অৱধ নৰেশ শ্রীৰামচন্দ্র।)

তোৰণত ইংৰাজ এফ, এছ, গ্ৰাওছ আৰু ৰুচ ভক্ত বাৰান্নিকভৰ প'ষ্টাৰো ওলোমাই থোৱা আছে । এই প'ষ্টাৰৰ ছবি ৰ'জমেৰিয়ে আঁকিছিল। অপূৰ্ব হৈছে।

তোৰণৰ ভিতৰত আৰু বেছি ভিৰ দেখা গ'ল। ৰ'জমেৰিক টিঙৰ চকী এখনত বহি থকা দেখা গ'ল। এইবাৰ তাই চুলিবোৰ একেবাৰে চুটিকৈ কাটিছে। ক'লা জিনছ আৰু গেঞ্জি এটাৰে সৈতে তাইক আজি হুবহু ল'ৰা এটাৰ দৰে দেখা গৈছে। তাইৰো ডিঙিত এডাল নাৰ্জি ফুলৰ মালা ওলমি আছে। জংচনৰ আদৰণী সমিতিয়ে পিন্ধাই দিছে। ছামিয়ানাৰ ভিতৰৰ আহল-বহল আসন এখনত ধ্যানৰত হৈ বহি আছে শাস্ত্রী মহাৰাজ। যোৱা বছৰতকৈও এইবছৰ তেওঁ আৰু

কিছু থূলন্তৰ হৈ পৰাৰ দৰে লাগিছে। তেওঁৰ শৰীৰৰ ৰঙে জলক-তবক জলক-তবকহে যেন কৰি আছে। তেওঁৰ পিন্ধনত আগৰ দৰে গেৰুৱা কুৰ্তা, পাটৰ ধুতী। ডিঙিত একমুখী ৰুদ্ৰাক্ষৰ মালা। ভৰিত নাগেৰা। তেওঁ আহিয়েই চকু মুদি ধ্যানত বহিছে। তেওঁৰ গাৰ ওচৰত ছাঁ হৈ বহি আছে সন্ন্যাসী হৰিনাৰায়ণ। সন্ন্যাসী হৰিনাৰায়ণৰ লগত শাস্ত্ৰী মহাৰাজৰ আত্মীয়তাৰ তুলনা নাই। মাজে মাজে তেওঁ শাস্ত্ৰী মহাৰাজক বিচনী এখনেৰে বিচি আছে। সকলোৰে ডিঙিত নাৰ্জি ফুলৰ মালা।

সৌৱা, সৌৱা, স্বামী প্ৰভুপদো আহিছে। মাজে মাজে তেওঁ আগদিনাৰ দৰে অট্টহাস্য কৰিছে। এনেদৰে হঠাৎ অট্টহাস্য কৰাৰ বাবে বহি থকা যাত্ৰীসকলে সময়ে সময়ে উচপ খাই উঠিছে। স্বামী প্ৰভুপদ অন্ধ সন্ন্যাসী। স্বামী প্ৰভুপদক এবাৰ আই, ছি, ছি আৰ-ৰ খৰচত বালিদ্বীপলৈ লৈ যোৱা বাবে শাস্ত্ৰী মহাৰাজে অনেকৰ অনেক কটু সমালোচনা শুনিবলগীয়া হৈছে। শিৱসিন্ধু ট্ৰাষ্টৰ খৰচত অহা উদণ্ড ছাত্ৰৰ দল এটাই স্বামী মহাৰাজক ভ্ৰূকুটি কৰি আটাহ পাৰি উঠিছিল— "এই হাঃ হাঃ কৈ হাঁহি থকা অন্ধ সন্ন্যাসীক চৰকাৰী খৰচত কি কাৰণে অনা হ'ল?" চাৰিওফালৰ পৰা প্ৰশ্নৰ বাণ আহিছিল—"হয় হয়, অন্ধ সন্ন্যাসীৰ হাঁহি ৰাইজক দেখুৱাবলৈ অনাৰ উদ্দেশ্য কি? তেওঁৰ সলনি এটি ছাত্ৰকে আনিব পৰা গ'লহেঁতেন। তৰুণ ছাত্ৰই কত উৎসাহ পালেহেঁতেন।"

সেইদিনা শাস্ত্ৰী মহাৰাজে দাৰুণ আঘাত পাইছিল। তেতিয়াৰ পৰা তেওঁ মণ্ডলীৰ খৰচতো সন্ন্যাসী প্ৰভুপদক অনা নাছিল। নিজৰ গাঁঠিৰ ধন ভাঙি তেওঁ স্বামী প্ৰভুপদক আনিছিল। কোনোবা দিনা এই অজ্ঞহঁতে বুজিব পাৰিব নে সন্ন্যাসী প্ৰভুপদৰ এই হাঁহিৰ অৰ্থ—যি হাঁহিয়ে পাষাণৰ বুকু গলাব পাৰে, যি হাঁহিয়ে হাতৰ খোলা তৰোৱাল খহাব পাৰে, যি হাঁহিয়ে পৃথিৱীৰ বুকুৰ পৰা তেজৰ চেকা মচিব পাৰে, যি হাঁহিয়ে মানুহৰ সিৰা-উপসিৰাৰে লতাৰ দৰে বগাই এক আশাৰ পুষ্প বিকশিত কৰিব পাৰে? আঃ! অন্ধ সন্ন্যাসী প্ৰভুপদৰ স্থিতিৰ কথাই কি বুজিব সিহঁতে?

মাজে মাজে মহাৰাজক এই কথাই যেন বিমোৰত পেলাই দিয়ে।

আনবোৰৰ নিচিনা তেওঁ সাধাৰণ মানুহনে? কোনে কৰোৱাইছে এই সকলোবোৰ কাম তেওঁৰ হতুৱাই? কোনো জঁট নলগাকৈ কমিটী বহিছে। দেশ ঠিক হৈছে। নানা ৰাষ্ট্ৰৰ চৰকাৰে সহায়ৰ হাত আগবঢ়াইছে। আৰু ভক্তৰ দল? হয় হয়, ভক্তৰ দলে তেওঁৰ পিছত ইক্ষ্বাকুবংশীৰ ধ্বজা লৈ শাৰী পাতিছে।

বিস্ময়কৰ। বিস্ময়কৰ? তেওঁ যে বিভিন্ন ৰাষ্ট্ৰৰ দূতাবাসসমূহত ঢপলিয়াই ফুৰিবলগীয়া হোৱা নাই ঠিক এনে কথাও নহয়। ভিছাৰ বাবে বিভিন্ন ৰাষ্ট্ৰৰ দূতাবাসত তেওঁ ঘূৰিবলগীয়া হৈছিল। অনকি ৰবার্ট নামৰ ফূৰ্তিবাজ তৰুণ ভক্ত এটাৰ পাছপ'ৰ্ট হেৰাওঁতে এবাৰ তেওঁ এটা দূতাবাসত গোটেই ৰাতিটো এক অধিকাৰীৰ বাবে খাপ পাতি ৰ'বলগীয়াও হৈছিল। আৰু এয়া, তেওঁৰ লগত অহা এলিজাবেথক ভাৰতীয় নাগৰিকত্ব দিবৰ বাবে তেওঁ যে ঘূৰা-পকা কৰিবলগীয়া হোৱা নাই এনে কথাও নহয়।

কোনে কৰোৱাইছে এইবোৰ কাম তেওঁৰ হতুৱাই?

১৯৭৬ চনত চীনৰ চেনজেন প্ৰান্তলৈ মণ্ডলীৰ মানুহ লৈ যাওঁতে পাছপৰ্ট আৰু ভিছাৰ বাবে কমখন নগুৰ-নাগতিতো হোৱা নাছিল। ১৯৭৬ চনত পাছপ'ৰ্টত লিখা মতে যোৱাৰ অনুমতি আছিল ইউৰোপ; ৰুছদেশ, তাৰ্কি, বাৰ্মা, ইজিপ্ত, লেবানন আদি কিছুমান দেশলৈহে— তাত চীনৰ নাম-নিচান পৰ্যন্ত নাছিল। অথচ চীনৰ সীমান্তৱৰ্তী এলেকাসমূহত হাজাৰ বছৰৰ আগেয়ে বৌদ্ধ ভিক্ষুহঁতে জাতকৰ মাজেৰে হনুমানক অমৰ কৰি থৈ গৈছিল।

একো অসুবিধা নহ'ল। চব কাম হৈ গ'ল। দূতাবাসৰ গপত ওফন্দি থকা বিষয়াসকলেও কোনো ধৰণৰ বাধাৰ সৃষ্টি নকৰিলে।

কোনে কৰোৱাইছে তেওঁৰ হতুৱাই এইবোৰ কাম? কোনে?

ধ্যানত বহিল শাস্ত্ৰী মহাৰাজ। ফুলৰ মালা আৰু ধ্বজাৰে সজোৱা তোৰণৰ ওচৰত আকৌ হুলস্থুল লাগিল। ৰুছ পণ্ডিত আলেকজেণ্ডাৰ আহি উপস্থিত হৈছে। তেওঁ দিল্লীৰ পৰা একেখন ট্ৰেইনতে আহিছে যদিও ৰিটায়াৰিং ৰুমত মুখ-হাত ধুই অহা বাবে তেওঁৰ পলম হৈছিল। তেওঁ তোৰণত সোমোৱাৰ লগে লগে কাৰ্যকৰ্তাসকলে শংখধ্বনি কৰিলে, তেওঁৰ ডিঙিত নাৰ্জি ফুলৰ মালা আৰু কপালত তিলক পিন্ধালে।*

আলেকজেণ্ডাৰ ওখ-পাখ হটঙা মানুহ। মূৰত সোণালী চুটি চুলি। ভৰিত গেধেমা জোতা। গাত ৰঙীন টি-চাৰ্ট আৰু জিনছ।

আলেকজেণ্ডাৰে শাস্ত্ৰী মহাৰাজৰ ওচৰলৈ আহি মূৰ দোঁৱালে। শাস্ত্ৰী মহাৰাজ তেতিয়াও অবশ্যে ধ্যানতেই আছিল। তোৰণত ওলোমাই থোৱা প'ষ্টাৰৰ চিত্ৰবোৰৰ ওচৰলৈ গৈ তেওঁ এলেক্সি বাৰান্নিকভৰ চিত্ৰৰ ওচৰত কিছু সময় তভক খাই ৰ'ল। হয় হয়, এয়া এলেক্সি বাৰান্নিকভেই। আজি এই সমস্ত ৰামভক্তসকলৰ শৰীৰত তেওঁ স্থান পাইছে। ভক্তিত আলেকজেণ্ডাৰৰ মূৰ দোঁ

ধাই যাবলৈ ধৰিলে। তেওঁ ৰামায়ণ সাহিত্যৰ একেবাৰে নতুন পণ্ডিত। অনেক কথাৰ বিষয়ে তেওঁ এতিয়াও অনভিজ্ঞ হৈ আছে। অদ্ভুত ৰামায়ণ, যোগবশিষ্ঠ ৰামায়ণ, অধ্যাত্ম ৰামায়ণ, কালনিৰ্ণয় ৰামায়ণ, আনন্দ ৰামায়ণ, ভাবাৰ্থ ৰামায়ণ, দশৰথজাতক ৰামায়ণ, ককবিন, হিকায়ত সেৰীৰাম আদিৰ বিষয়ে তেওঁ এতিয়াহে কিছু জ্ঞান আহৰণ কৰিছে। এলেক্সি বাৰান্নিকভৰ সৈতে তেওঁ সম্পূৰ্ণৰূপে একমত হ'ব পাৰিছে, কাৰণ বাৰান্নিকভে ঠিকেই লিখি গৈছিল ঃ "বহু বছৰলৈ বৃটিছ সাম্রাজ্যক বাদ দি সমগ্র ইউৰোপৰ প্ৰখ্যাত অনুবাদকসকলৰ এটাই ধাৰণা আছিল যে আধুনিক ভাৰতীয় ভাষাসমূহৰ মাজত এনে কোনো যোগ্য ৰচনা নাই যিবোৰ অনুবাদ কৰাৰ যোগ্য হ'ব পাৰে।" বাৰান্নিকভে এই মত খণ্ডন কৰি গৈছে। এতিয়াও বাৰান্নিকভৰ সেই বাণী আলেকজেণ্ডাৰৰ মনত শিলৰ ৰেখাৰ দৰে স্পষ্ট হৈ আছে।

"মই এই কথা প্ৰমাণ কৰি দেখুৱাইছোঁ যে মুছলমানৰ শাসনৰ সময়তো ভাৰতীয় লেখকসকলে মহান সাহিত্য ৰচনা কৰিব পাৰিছিল। এইবোৰক অকল সংস্কৃত সাহিত্যৰ চৰ্বিতচৰ্বণ বুলি ক'লেই নহ'ব—যদিও একে বিষয়বস্তু লৈ এইবোৰ লিখা হৈছিল।"

গ্ৰাওছ চাহাবৰ ৰামচৰিতমানসৰ অনুবাদ আৰু কম্বনৰ ৰামায়ণৰ কিছু অংশৰ ইংৰাজী অনুবাদ পঢ়াৰ পাছত এইগৰাকী ৰুছ বিদ্বানে 'মণ্ডলী'ত চামিল হ'বলৈ উৎসুক হৈ পৰিছিল।

হুৰমুৰকৈ তোৰণ পাৰ হৈ ছামিয়ানাৰ ভিতৰলৈ সোমাই আহিল 'শিৱসিন্ধু ট্ৰাষ্ট'ৰ ছাত্ৰৰ দল এটা। মথুৰাৰ ৰাম মণ্ডলীৰ কুৰিজন সভ্যও তোৰণ পাৰ হৈ ছামিয়ানাৰ তলত উপস্থিত হ'ল। স্বাগত মণ্ডলীয়ে সকলোকে নাৰ্জি ফুলৰ মালা আৰু কপালত তিলক পিন্ধাই আদৰণি জনালে।

বাতাবৰণ "জয় দাশৰথিৰ জয়" ধ্বনিৰে মুখৰিত হৈ উঠিল। সময় হৈ আহিল। একেবাৰে সীতামাৰি হৈ ৰাস্কোল পাবগৈ লাগিব। শাস্ত্ৰী মহাৰাজ ধ্যানৰ পৰা উঠি বহিল। তেওঁ উচপিচাই উঠিল, "পোলিত চাহাব দিল্লী হৈ পাটনালৈ অহাৰ কথা আছিল।"

শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণে ক'লে "খবৰ আহিছে। তেওঁ দিল্লীৰ পৰা কাঠমাণ্ডুলৈ উৰা জাহাজেৰে আহিব। তেওঁৰ লগত বহুত কিতাপ-পত্ৰ আৰু পাণ্ডুলিপিও আহিব। বৈদেহীৰ জনমভূমি জনকপুৰত তেওঁ

ৰাম-সাহিত্যৰ এক অনুষ্ঠান খোলাৰ ইচ্ছা প্ৰকাশ কৰিছে। এক স্থায়ী গৱেষণাগৃহ।"

শাস্ত্ৰী মহাৰাজে আৰ্তনাদ কৰি উঠিল— "পৰম পৱিত্ৰ ভূমি জনকপুৰ। সীতাৰ জন্মভূমি জনকপুৰ। মহাঋষি যাজ্ঞবল্ক্যৰ প্ৰিয় শিষ্য সন্ন্যাসী হৃদয়ৰ ৰজা জনকৰ নেপালৰ তৰাই অঞ্চলৰ সুন্দৰ ৰাজ্য জনকপুৰ। উপনিষদৰ বৰ্ণনা কৰা আছে জনকপুৰত ৰজা জনকে পতা সেই সভাৰ কথা। মনত নাইনে সন্ন্যাসী হৰিনাৰায়ণ?"

সন্ন্যাসী হৰিনাৰায়ণে হাঁহি মাৰি ক'লে, "মহাৰাজ, সেই সভাৰ কথা ভাৰতৰ সকলো ৰামভক্তই জানে। কাৰণ সেই সভাত ভাৰতৰ দুই বিদুষীয়ে ভাগ লৈছিল । আৰু সেই দুই বিদুষী আছিল গাৰ্গী আৰু মৈত্ৰেয়ী।

শাস্ত্ৰী মহাৰাজে ক'লে, "সেই হাজাৰ বছৰ আগেয়ে হোৱা সভাত ভগৱান আৰু আত্মাৰ বিষয়ে তৰ্ক হৈছিল। এই দুই নাৰীয়ে যাজ্ঞবল্ক্য ঋষিক তভক খুৱাইছিল। ভগৱান আৰু আত্মাৰ বিষয়ে হোৱা সেই তৰ্কত অনেক সন্ন্যাসীয়ে ভাগ লৈছিল।"

হাঃ হাঃ হাঃ ।

সন্ন্যাসী প্ৰভুপদৰ হাঁহিত গোটেই জাক উচপ খাই উঠিল। ঠিক এইখিনি সময়তে তোৰণেৰে ভিতৰ সোমাই আহিল সীমাৱৰ্তী এলেকাৰ ঋষিতুল্য জমিদাৰ মাধৱানন্দ। আদৰণি সমিতিৰ মানুহে তেওঁৰ কপালত তিলক আৰু ডিঙিত নাৰ্জি ফুলৰ মালা পিন্ধাই দিলে।

শাস্ত্ৰী মহাৰাজে এইবাৰ ইফালে-সিফালে চালে—কমলাদেৱী আহি পাইছে নে নাই বা?

আচৰিত কথা এয়ে যে এই সময়ত আহি হাজিৰ হ'ল কমলাদেৱী। হাতত তাইৰ টিঙৰ ছুটকেছ? পিঠিত খোলা চুলি। কপাহী মেখেলা-চাদৰ। ভৰিত চেণ্ডেল। আহিয়েই তাই শাস্ত্ৰী মহাৰাজৰ ভৰিত উবুৰি হৈ পৰিল । তাই বগা কাপোৰ পিন্ধি আহিছিল বাবে তোৰণৰ ওচৰত থকা নতুন মানুহবোৰ তাই বিধৱা নে সাধৱা ভালদৰে ধৰিব নোৱাৰি কপালত তিলক নিদিলে। ডিঙিত অৱশ্যে তাই নাৰ্জি ফুলৰ মালা এডাল পিন্ধি আহিছিল।

তাই ক'লে, "বিশ্ৰাম-গৃহত মুখ-হাত ধুই এইখিনি পালোহি মহাৰাজ।"

শাস্ত্ৰী মহাৰাজ আৰু সন্ন্যাসী হৰিনাৰায়ণে একেলগেই ক'লে, "তুমি শুকাই একেবাৰে কাঁইট হৈ আহিছা।"

তাই ক'লে, "মহাৰাজ, কিছু অৰ্থকষ্ট হৈছিল।"

"অৰ্থকষ্ট?"

ঠিক এইখিনি সময়তে তোৰণৰ ওচৰত কিছু হুলস্থূল লাগিল। তাৰ পাছত সকলো মৌন হৈ পৰিল। এইবাৰ যিগৰাকী মানুহ শাস্ত্ৰী মহাৰাজৰ ওচৰলৈ আহিল —সেইগৰাকী আছিল ভাণ্ডাৰী।

ভাণ্ডাৰী?

উগ্ৰবাদীহঁতে ধৰি নিয়া তেওঁৰ পুত্ৰক পোৱা গৈছে বুলি যি খবৰ আহিছিল সেই খবৰ সঁচা নহয়। যিটো ল'ৰাক পোৱা গৈছিল, সি ভাণ্ডাৰীৰ পুত্ৰ নাছিল। এই শোক সহ্য কৰিব নোৱাৰি ভাণ্ডাৰীৰ পত্নীৰ মৃত্যু ঘটা আজি কুৰি দিনহে হৈছে।

থৰক-বৰক খোজেৰে আহি ভাণ্ডাৰী শাস্ত্ৰী মহাৰাজৰ ভৰিৰ ওচৰত ঢলি পৰিল।



চৈধ্য

# সুদীৰ্ঘ পথ — সীতামাৰি আৰু ৰাক্সোল

শাস্ত্ৰী মহাৰাজে ছামিয়ানাৰ তলত সকলোকে একত্ৰিত কৰিলে। তেওঁ হাত-চাপৰি বজাই সকলোকে নিজৰ ওচৰলৈ টানি আনিলে। ক'লে, "আমাৰ ৰাওনা হোৱাৰ সময় হ'ল। বেপাৰ সন্ধিৰ গতিৰোধৰ বাবে জনকপুৰলৈ যোৱাৰ অনেক মাৰ্গ বন্ধ কৰি ৰখা হৈছে। মাত্ৰ এটা মাৰ্গহে খোলা আছে—ৰাক্সোল হৈ বীৰগঞ্জ। বীৰগঞ্জৰ পৰা জনকপুৰ বৰ বেছি দূৰ নহয়। বিদেশী পণ্ডিত আৰু ভক্তসকলে যেন নিজৰ নিজৰ পাছপ'ৰ্ট হাততে পোৱাকৈ ৰাখে। ৰাক্সোলত পাছপ'ৰ্ট প্ৰয়োজন হ'ব। এতিয়া সময় বৰ ভাল নহয়। ভাৰতৰ যাত্ৰীসকলেও যেন নিজৰ নিজৰ পাছপ'ৰ্ট হাততে পোৱাকৈ ৰাখে। সীমাত অৱস্থিত বীৰগঞ্জ। এই বীৰগঞ্জতেই আমাৰ ৰাত্ৰিভোজনৰ আয়োজন কৰা হৈছে। আমি দোভাগ ৰাতি বৈদেহীৰ জন্মভূমি জনকপুৰত উপস্থিত হ'ম। কাইলৈ ৰাতিপুৱাৰ পৰাই আমাৰ কাৰ্যক্ৰম আৰম্ভ হ'ব। নেপালৰ বিদেশ মন্ত্ৰীকে আদি কৰি সচিবসকল উপস্থিত থাকিব। মহাৰজাও উপস্থিত থকাৰ কথা আছে। আপোনালোকৰ কোনো প্ৰকাৰৰ কষ্ট হ'ব নালাগে। বাট-পথ কিছু দুৰ্গম, কিন্তু এয়া আমি দিনে-পোহৰে আগবাঢ়িছো। যাওক, জংচনৰ বাহিৰত বাছ ৰৈ আছে। লাম-লাকটু বস্তু-বাৰি লৈ আপোনালোক বাছত উঠক।"

সকলোৱে হুৰমুৰকৈ বাছৰ পিনে ঢাপলি মেলিলে। দৰবাৰী গায়কসকল, মথুৰাৰ ৰামলীলাৰ পাৰ্টিৰ দহজন সভ্য, বানাৰসৰ শিৱসিন্ধু ট্ৰাষ্টৰ ছজন সভ্য ছাত্ৰ প্ৰতিনিধি, অন্ধ সন্ন্যাসী প্ৰভুপদ, শাস্ত্ৰী মহাৰাজৰ লগত ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণ, এলিজাবেথ, ৰ'জমেৰি, উইলিয়াম কাপ, আলেকজেণ্ডাৰ, মাধৱানন্দ আৰু কমলা গোটেইজাকে গৈ নিজৰ নিজৰ মাল-পত্ৰ বাছত তুলিবলৈ হুৰমুৰ লগাই দিলে। কোন কাৰ ওচৰত বহিব? এইছোৱা দীঘল পথ। আগদিনাৰ

দৰে কমলাদেৱীয়ে সতৰ্ক দৃষ্টিৰে মাধৱানন্দক নিৰীক্ষণ কৰি থাকিল। ভাৰতীয় নাগৰিকত্ব বিচাৰি হাবাথুৰি খোৱা এলিজাবেথেই বা কেনেকুৱা মানুহ? আগে-পিছে কমলাই তাইক লগ পোৱা নাই। ব্ৰজধামত গৈ থাকে কাৰণে মহাৰাজেহে তাইক ভালদৰে জানে। দেহৰ তৃষ্ণা সিহঁতে য'ৰে-ত'ৰে পানীৰে নিবাৰণ কৰিব পাৰে। কি ঠিক? কি ঠিক?

খিৰিকীৰ ওচৰৰ চিট এটাত মাধৱানন্দ বহি আহিছিল। কোলাত উৎপতীয়া ল'ৰাটো লৈ এলিজাবেথে তাৰ ওচৰৰ চিটটোতে ধপকৈ বহি পাৰিল। লগে লগে কমলাদেৱী আহি তাইৰ ওচৰত উপস্থিত হ'ল। মাধৱানন্দই ধপহকৈ উঠি থিয় হৈ ক'লে—"তোমালোক দুয়ো একলগে বহা। সৌৱা ভাণ্ডাৰী অকলে বহি আছে, মই তেওঁৰ ওচৰলৈকে যাওঁ। জানা নহয়, যোৱা সপ্তাহত ভাণ্ডাৰীৰ পত্নী বিয়োগ ঘটিছে। পুত্ৰ আৰু পত্নীৰ মৃত্যুৰ বোজা মূৰৰ ওপৰত লৈ এয়া তেওঁ মণ্ডলীত চামিল হৈছে।"

এই বুলি কৈ কোবাকুবিকৈ মাধৱানন্দ ভাণ্ডাৰীৰ ওচৰলৈ গ'ল। কমলাই যেন নিজকে ধিক্কাৰ দিলে। তাই নিজৰ এই পহৰাদাৰৰ ছালখন শৰীৰৰ পৰা কোনোমতে টানি-আজুৰি পেলাব পৰা নাই। এতিয়া এই উৎপতীয়া শিশুটোৰ ওচৰত বহি তাই সুদীৰ্ঘ পথ—অৰ্থাৎ একেবাৰে ৰাঙ্গোললৈ যাব লাগিব। এলিজাবেথে এটা নিৰ্মল হাঁহিৰে তাইক তাইৰ ওচৰতে বহিবলৈ ইংগিত দিলে। উৎপতীয়া ল'ৰাটোক তাই কোলাত টানি ধৰিলে যাতে হাত মেলি সি কমলাদেৱীক আৰু স্পৰ্শ কৰিব নোৱাৰে।

কাপ চাহাব আৰু আলেকজেণ্ডাৰ একেলগে বহিল। জাৰ্মান স্কলাৰ কাপে ঘূৰি ঘূৰি এলিজাবেথক চাবলৈ ধৰিলে। তেওঁ হয়তো এলিজাবেথৰ ওচৰতে বহিব পাৰিলে ভাল পালেহেঁতেন। দিল্লীৰ পৰা পাটনালৈ এই সুদীৰ্ঘ পথছোৱা......। অৱশ্যে একধৰণৰ আত্মীয়তাই অনুভৱ কৰিছিল। তদুপৰি ব্ৰজধামত সুদীৰ্ঘকাল বাস কৰা এলিজাবেথৰ এটা কথাৰ লগত ভালদৰেই পৰিচয় আছে, কথাটো হ'ল—এনে মুকলি আৱহাৱাত পুৰুষসকলৰ সৰহভাগেই নিজৰ নিজৰ গুপ্তৰূপ উদঙাই দেখুৱাবলৈ বিচাৰে।

হাঃ হাঃ হাঃ।

সকলোকে চঁক খুৱাই পিছফালে বহি থকা প্ৰভুপদে অট্টহাস্য কৰি উঠিল। মথুৰাৰ ৰাসমণ্ডলীৰ নট এটাই তেওঁৰ ভৱিৰ ধবলি মূৰত লৈছিল।

শাস্ত্ৰী মহাৰাজে বাহুত উঠি এটা এটাকৈ ভক্তসকলৰ পৰিচয় ল'বলৈ

ধৰিলে। তেওঁৰ লগত এইবাৰ মুন্সী এটাও আছিল। মুন্সীয়েও ৰেজিষ্টাৰ এখন খুলি এটা এটাকৈ সকলোৰে নাম আৰু ঠিকনা মিলাই চালে। সকলোৰে ঠিকনাৰ লগত পাছপ'ৰ্ট নম্বৰো লিখি ল'লে।

শাস্ত্রী মহাৰাজে সকলোৰে শুনাকৈ ক'লে, "আমাৰ সৰহভাগ ভক্ত আৰু বিদেশী প্ৰতিনিধি কাঠমাণ্ডু হৈ আহিব। তোমালোক সকলো সীতাৰ জন্মভূমিলৈ আহিছা। সীতাৰ বিবাহ-পঞ্চমীৰ পৱিত্ৰ উৎসৱৰ মাজতে আৰম্ভ হ'ব আমাৰ মহাসভা। এয়া আমাৰ বৰ সৌভাগ্যৰ কথা।"

কিছু সময় মৌন হৈ থাকি শাস্ত্রী মহাৰাজে আকৌ ক'লে—"আমি অত্যন্ত পবিত্ৰ ভূমিলৈ আহিছোঁ। পৃথিৱীৰ ভিতৰত এইখনেই একমাত্ৰ হিন্দু ৰাজ্য। সেই বগা চাহাবৰ দিনত অর্থাৎ সেই বিপ্লৱৰ সময়ত আমাৰ হিন্দুস্থানৰে কত ৰজা-মহাৰাজাই তৰোৱালৰ ঘাপ আৰু বন্দুকৰ গুলীৰ পৰা হাত সাৰিবলৈ ইয়াত আশ্ৰয় লৈছিল। নেপালৰ তৰাই অঞ্চলত আশ্ৰয় লোৱা বিপ্লৱীসকলৰ ভিতৰত অযোধ্যাৰ বেগম, নানা চাহাব, বালাৰাও .... আনকি ৰাম-ৰাৱণৰ যুদ্ধত থৰহৰি কম্পমান হৈ থাৰোছ'হঁতো পলাই আহিছিল।"

ৰামলীলা মণ্ডলীৰ নট এটাই আটাহ পাৰি উঠিল—"এতিয়া অৱশ্যে ডকাইতহঁতেহে চিধাই আশ্ৰয় লয়হি নেপালৰ তৰাইৰ অৰণ্যত। অসমৰ অপৰাধীহঁতো চিধা সোমাই যায় নেপালৰ অৰণ্যলৈ।"

সন্ন্যাসী প্ৰভুপদে হাঃ হাঃ কৈ হাঁহি উঠিল। এই হাঁহিত বাছৰ যাত্ৰীবোৰে চঁক খাই উঠিল।

শাস্ত্রী মহাৰাজে আকৌ আৰম্ভ কৰিলে—"আমাৰ সৰহভাগ বিদেশী পণ্ডিত উৰাজাহাজেৰে কাঠমাণ্ডু হৈ আহিব জনকপুৰলৈ। তেওঁলোকে সীতাৰ বিবাহ-পঞ্চমী উৎসৱৰ শোভাযাত্ৰাত ভাগ ল'ব। ভয়ানক ভিৰৰ মাজত তেওঁলোকে শোভাযাত্ৰাত ভাগ ল'ব পাৰে নে নোৱাৰে ক'ব নোৱাৰো। শুনা ভক্তসকল, তোমালোকে এই পৱিত্ৰ ভূমিৰ কথা কিছু জানিব লাগিব। কোনোবা এটা যুগত নেপালৰ সুন্দৰ ভূমি এটি নীলা নিৰ্মল পানীৰ হ্ৰদৰ তলত লুকাই আছিল। এই হ্ৰদৰ নাম আছিল নাগতাল। বিষ্ণুৰ ইচ্ছা মতে এই নাগতালৰ বুকুৰ পৰা উলিয়াই অনা হ'ল এক অপূৰ্ব ভূমি। এটা-দুটাকৈ মানুহ আহি এই ভূমিক শস্য শ্যামলা কৰি তুলিলে। কিন্তু লাহে লাহে যেতিয়া জনসংখ্যা বৃদ্ধি হ'বলৈ ধৰিলে তেতিয়া এটাই আনটোৰ লগত সৰু-সুৰা কথাৰ বাবে মূৰ খুন্দিয়াবলৈ ধৰিলে। হাতত তৰোৱাল লৈ কটাকটি কৰিবলৈ আৰম্ভ কৰিলে।

জনসংখ্যা বৃদ্ধিৰ এয়া ভয়ানক ফলাফল।"

নট এটাই আটাহ পাৰি উঠিল—"এই অৱস্থা আমাৰো হ'ব; মানে ভাৰতৰো হ'ব এতিয়া।"

শাস্ত্ৰী মহাৰাজে হাত দাঙি চিঞৰি উঠিল, "জ্ঞানীসকলে পৰমেশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, আমাক এজন ৰজা দিয়া।"

"হাঃ হাঃ হাঃ।" স্বামী প্ৰভুপদে অট্টহাস্য কৰি উঠিল। বাছৰ মানুহবোৰ চঁক খাই উঠিল।

"হয় হয়। ৰজা দিয়া আমাক।" শাস্ত্ৰী মহাৰাজে হাত দাঙি সকলোকে ক'লে, "ৰজা আহিল। প্ৰজাসৱৰ সুখ-শান্তি উভতি আহিল। তেওঁৰ ৰাজ্যৰ নাম হ'ল কান্তিপুৰ অৰ্থাৎ কৰ্তৃপক্ষৰ স্থান। ৰজা শান্তিকৰে এই স্থানতে এটা মন্দিৰ সজাইছিল। এই মন্দিৰত যদি লোহাৰ মাৰি এডালো স্পৰ্শ কৰোৱা হয়, তেনেহ'লে সেই মাৰি সোণৰ মাৰিলৈ ৰূপান্তৰিত হৈছিল। এই সময়তে, কুৰুক্ষেত্ৰ যুদ্ধৰ পাছত অ'ত-ত'ত ভ্ৰমি ফুৰিছিল পাণ্ডৱসকল। এই নেপালৰ কেদাৰখণ্ড পৰ্বতত তপস্যা কৰি থকা ভোলানাথৰ ওচৰত ঋষি ব্যাসৰ আদেশক্ৰমে আহি উপস্থিত হ'ল তেওঁলোক। মহাপ্ৰভু শিৱই ৰক্ষা কৰক তেওঁলোকক গোত্ৰহত্যা অৰ্থাৎ স্বজন হত্যাৰ মহাপাপৰ কবলৰ পৰা।"

গোত্ৰ হত্যা?

আকৌ অট্টহাস্য কৰি উঠিল প্ৰভুপদে। বাছত তেতিয়াও মাল-পত্ৰ বোজাই কৰাৰ পৰ্ব চলি আছিল।

শাস্ত্ৰী মহাৰাজে প্ৰভুপদৰ হাঁহিলৈ ভ্ৰূক্ষেপ নকৰি আকৌ ক'লে—"পাণ্ডৱৰ লগত কেদাৰখণ্ডৰ নাগ টিবা শৃংগত শিৱৰ আকৌ সাক্ষাৎ হ'ল। কোনোপধ্যেই শিৱই হত্যাকাৰীক ক্ষমা নকৰে। মন্ত্ৰৰ বলেৰে ভোলানাথ শিৱ গুপ্তকাশীত অদৃশ্য হৈ পৰিল। পাণ্ডৱে পিছ নেৰিলে। ভোলানাথে মহিষৰ ৰূপ ধাৰণ কৰি হিমালয়ৰ পিনে কোঁ-কোঁৱাই লৰিবলৈ ধৰিলে। ভীমে মহিষৰ নেজডালকে খামুচি ধৰিলে। অৱশেষত শিৱই গোত্ৰহত্যা পাপত লিপ্ত পাণ্ডৱক পাপমুক্ত কৰি কান্তিপুৰৰ ভূমিত দেখা দিলে। যি স্থানত মহিষৰ মূৰ প্ৰকট হ'ল সেই স্থানতে সৃষ্টি হ'ল পশুপতি মন্দিৰ। চব কিতাপত আছে। পঢ়িবা তোমালোকে।"

ভক্তসকলে আটাহ পাৰি উঠিল, "জয় শিৱ শম্ভু। জয় শিৱ শম্ভু।" তেওঁলোকে নাৰা লগালে। আন কিছুমান যাত্ৰীয়েও নাৰা লগালে।

মহাৰাজে আকৌ আৰম্ভ কৰিলে, "পশুপতিনাথৰ মহত্ত্বৰ কথা শুনি কান্তিপুৰত মানুহ আৰু দেৱতাৰ ভিৰ লাগিল। মহাপ্ৰভুৱে স্বয়ং প্ৰকট হ'ল। এদিন কল্পবৃক্ষয়ো মানুহৰ ৰূপ লৈ পশুপতিৰ দৰ্শনৰ বাবে উপস্থিত হ'ল।"

"হাঃ হাঃ হাঃ।" সন্ন্যাসী প্ৰভুপদে আকৌ অট্টহাস্য কৰি উঠিল।

শাস্ত্ৰী মহাৰাজৰ কথা শুনি থকা যাত্ৰীসকল চঁক খাই উঠিল।

সেই হাঁহিলৈ ভ্ৰূক্ষেপ নকৰি শাস্ত্ৰী মহাৰাজে আকৌ ক'লে, "এইখিনিতে ভোলানাথ মহাপ্ৰভুৱে এটা বৰ চালাকি কৰিলে।"

সকলোৱে সমস্বৰে চিঞৰি উঠিল "কি চালাকি? কি. চালাকি?"

"ভোলানাথে নিজৰ এক ভক্তক ওচৰলৈ মাতি আনি ক'লে—শুনা, কল্পবৃক্ষই ভেশছন্ন ধৰি মোৰ দৰ্শন পাবলৈ আহিছে। সেই বৃক্ষক গবা মাৰি ধৰাগৈ যাতে ইয়াৰ পৰা আৰু ক'লৈকো যাব নোৱাৰে। য'ত কল্পবৃক্ষ থাকে তাতেই থাকিব বৈভৱ। শিৱৰ ভক্তই কল্পবৃক্ষক কেনেদৰে জব্দ কৰিলে আৰু সেই বৃক্ষই কেনেদৰে আন এটা ৰূপেৰে এক প্ৰকাণ্ড বটবৃক্ষ হৈ কান্তিপুৰৰ মাজমজিয়া সুশোভিত কৰিলে, এই বটবৃক্ষৰ ঠানিৰে কেনেদৰে এক জ্যোতিৰ্ময় কাঠৰ মণ্ডপ তৈয়াৰ হ'ল—সেয়া এক অন্য কাহিনী। এই মণ্ডপেই শেষলৈ কাঠমাণ্ডুলৈ ৰূপান্তৰিত হ'ল।"

ঠিক এই সময়তে "বম শিৱ, বম শিৱ" বুলি আটাহ পাৰি জঁটাধাৰী সন্ন্যাসীয়ে টালি-টোপোলা লৈ বাছত উঠিল। বিদেশী ভক্তসকলে নাকত ৰুমাল ল'লে। তেওঁৰ জটাৰ পৰা ভেকেটা-ভেকেট গোন্ধ বাহিৰ হৈ আহিল। তেওঁ পিন্ধিছিল ছ'ল এৰি যোৱা এযোৰ ৰবৰৰ চেণ্ডেল। তেওঁৰ ডিঙিত নাৰ্জি ফুলৰ মালা আৰু কপালত চন্দনৰ তিলক। জটাৰ বৰণ আছিল তামোলৰ পিকৰ বৰণৰ দৰে। গাড়ীত উঠিয়েই তেওঁ ক'লে, "মোগল চৰাইৰ পৰা আৰম্ভ কৰি প্ৰত্যেকটো ষ্টেচনতে ভক্তৰ দলে আহি বাঁতাচা খুৱালে, নাৰ্জি ফুলৰ মালা পিন্ধালে; ক'লে বৰযাত্ৰী। ৰাম-সীতাৰ বিবাহৰ বৰযাত্ৰী। বিবাহ-পঞ্চমী শেষ কৰিয়েই উভতিবা নহয়নে?"

ইফালে সিফালে চাই জঁটাধাৰীয়ে লক্ষ্য কৰিলে তেওঁৰ ওচৰত বহিবলৈ কোনেও ইচ্ছা কৰা নাই। তেওঁ একেবাৰে পিছৰ চিটতে সহজ হৈ বহিল। তিনি--চাৰিটা টাপলি মাৰি অনা বিচিত্ৰ মোনাটো একাষৰীয়াকৈ থৈ তেওঁ ভোৰভোৰাবলৈ ধৰিলে—"জনকপুৰলৈ এইবাৰৰ সৈতে মই ত্ৰিছবাৰ আহিলো। কোনো আমদানি নাই। কোনো আমদানি নাই। অথচ সাক্ষাৎ কল্পবৃক্ষ কাঠমাণ্ডুত

অচলা লক্ষ্মী হৈ আছেগৈ। মানুহৰ খাবলৈ নাই, পিন্ধিবলৈ নাই।"

সন্ন্যাসী প্ৰভুপদে আকৌ ঢেকঢেকোই হাঁহিবলৈ ধৰিলে। ভিৰৰ মাজৰ কোনোবা এটাই আটাহ পাৰি উঠিল—"শ্ৰীৰামচন্দ্ৰৰ ভৰিৰ খোজ পৰা এই স্থান আকৌ ফলে-ফুলে সুশোভিত হৈ পৰিব। কিমান সময়? এয়া পৰীক্ষাৰ সময়।"

শাস্ত্ৰী মহাৰাজে হাতচাপৰি বজাই চিঞৰিবলৈ ধৰিলে—"উঠা উঠা। সোনকালে উঠা। ৰাক্সৌল হৈ জনকপুৰ, একেবাৰে সুদীৰ্ঘ পথ। কোনো কোনো স্থানত বাট-পথো দুৰ্গম।"

এটা সময়ত সকলোবোৰ যাত্ৰী বাছত বহিল। শাস্ত্ৰী মহাৰাজৰ লগত অহা মুন্সীয়ে প্ৰত্যেকৰে নাম-ঠিকনা আৰু পাছপ'ৰ্টৰ নম্বৰ ৰেজিষ্টাৰত টুকি ল'লে। ড্ৰাইভাৰ, হেণ্ডিমেন সকলোৱে মিলি ৰামায়ণ মণ্ডলীৰ বেনাৰখন টানি টানি লগাই দিলে। শীতৰ বতৰৰ আৰম্ভণি হৈছিলহে মাথোঁ। ফিৰফিৰীয়া বতাহে যাত্ৰীসকলৰ উৎসাহ বৃদ্ধি কৰিছিল। দৰবাৰী গায়ককেইজনে উৎসাহত উত্‍ফুল্ল হৈ ৰজা জনকৰ ঐশ্বৰ্যশালী ৰাজ্যৰ অনুপম বৰ্ণনাসমূহ গাবলৈ ধৰিলে ঃ

"হৰিতমনিনহ কে পত্ৰ ফল
পাদুমৰাগ কে ফুল,
ৰচনা দেখি বিচিত্ৰ অতি
মনু বিৰঞ্চি কৰ ভুল।"

(পান্না অৰ্থাৎ হৰিৎমণিৰ পাত আৰু কলি পদ্মৰাগ মণিৰ ফুল ......এইবোৰ যেন মানুহে নহয় বিধাতাইহে তৈয়াৰ কৰিছিল।)

চকুত কাজল, টিকনিত জবা ফুল লোৱা, গেৰুৱা কুৰ্তা আৰু ধুতি পিন্ধি অহা প্ৰধান দৰবাৰীয়ে তেওঁ ভব্য কণ্ঠেৰে সকলো কণ্ঠ চেৰ পেলাই জনক ৰজাৰ ৰাজসভাত থিয় হৈ হট্টগোল কৰা পৰশুৰামৰ উক্তিসমূহৰ দোহা গাবলৈ আৰম্ভ কৰিলে ঃ

"চাপ স্ৰুবা, সৰ আহুতি জানু।
কোপ মোৰ অতি ঘোৰ কৃসানু।।
সমিধ সেন চতুৰঙ্গ সুহাই।
মহা মহীপ ভয়ে পসু আঈ।।
মৈঁ যহ পৰসু কাটি বলি দীনহে।
সমৰ জগ্য জগ কেটিক কীন্‌হে।।"

(মোৰ ধনুৱেই হ'ল যজ্ঞৰ হব্য, বাণ হ'ল আহুতি, মোৰ প্ৰচণ্ড খং হৈছে

দাবানল, যজ্ঞৰ কাঠবোৰ হ'ল চতুৰঙ্গ সেনা, ৰজাবোৰ হৈছে যজ্ঞত উৎসৰ্গা কৰিবলৈ অনা পশু। মই এনে অসংখ্য পশুক মোৰ কুঠাৰেৰে ঘপিয়াই অনেক সময়ৰ যজ্ঞ কৰিছোঁ।)

সন্ন্যাসী হৰিনাৰায়ণে হাত দাঙি সংগীত বন্ধ কৰিবলৈ আহ্বান জনাই ক'লে, "জনকপুৰৰ কথা লাহে লাহে অনেক জানিবা। তুলসীদাসে ৰজা জনক আৰু তেওঁৰ ৰাজ্য জনকপুৰ অৰ্থাৎ মিথিলাৰ গুণ হৃদয় ভৰি গাইছে; কিন্তু বাল্মীকিয়ে কিছু কাৰ্পণ্য কৰিছে। বালকাণ্ডৰ এসত্তৰ নম্বৰ অধ্যায়ৰ ২৫টা শ্লোক আৰু তেসত্তৰ নম্বৰ অধ্যায়ৰ ৪০টা শ্লোকৰ মাজত জনকৰ ৰাজ্যৰ সামান্য আভাসহে পোৱা যায়। কিন্তু ৰজা জনকে নিজৰ কন্যাসকলৰ লগত যেনে ধৰণে স্ত্ৰীধন অৰ্থাৎ লক্ষ-লক্ষ গৰু, ক্ষৌম্য বস্ত্ৰ, হাতী আৰু দিব্য ৰথ দিছিল তাৰ পৰাই গম পোৱা যায় তেওঁৰ মিথিলা অৰ্থাৎ জনকপুৰ অযোধ্যাতকৈ কোনো গুণে কম নাছিল।"

এলিজাবেথ আৰু তেওঁৰ শিশু পুত্ৰটিৰ লগত কুচি-মুচি বহি থকা কমলাদেৱীয়ে আৰু ৰ'ব নোৱাৰিলে। চিঞৰি উঠিল তাই—"বাবা বুঙ্কে চাহাবে ফঁহিয়াই ফঁহিয়াই দেঁখুৱাই গৈছে যে গোটেই বালকাণ্ডটোৱেই প্ৰক্ষেপ। যি অযোধ্যাৰ বৰ্ণনা বাল্মীকিয়ে দহৰম-মহৰম কৰি বৰ্ণাই গ'ল, সেই বাল্মীকি জনকৰ মিথিলা বৰ্ণনাত এনেকৈ নীৰৱ কিয়? প্ৰক্ষেপ। বালকাণ্ড নিতান্তই প্ৰক্ষেপ।"

বাছত বহি যোৱা সকলো যাত্ৰীয়ে হয়ভৰ দিলে। শাস্ত্ৰী মহাৰাজে এইবাৰ সকলোৰে পিনে চাই চিঞৰিলে, "শান্তি। শান্তি। আমি এতিয়া যাত্ৰা আৰম্ভ কৰিম। বিবাহ-পঞ্চমীৰ আগদিনাই আমি জনকপুৰত উপস্থিত হ'ম। মই কৈছোঁৱেই নহয় ৰাক্সোলৰ পৰা বীৰগঞ্জ, তাৰ পৰা একেবাৰে জনকপুৰ। আমি ৰাতি আঠ বজাত বীৰগঞ্জত উপস্থিত হৈ এই সীমাৱৰ্তী জনপদত নৈশ আহাৰ কৰিম। এই বীৰগঞ্জত আমাৰ অনেক গোৰ্খা ভক্ত আছে। তেওঁলোক সিচঁৰতি হৈ আছে পাটান, বিৰাট নগৰ, ভাতগাঁও আৰু কাঠমাণ্ডুত। সিহঁত প্ৰকৃততে ৰাজপুতনাৰহে মানুহ। মুছলমানৰ ভয়ত কুমায়ুন পাহাৰেৰে গৈ পালপা ওলালগৈ। নেপালৰ পুবখণ্ড সিহঁতে জয় কৰা কাহিনীও বৰ ৰোচক। কিতাপত সকলো পঢ়িবলৈ পাবা। মই কিতাপ পঢ়িয়েই কৈছো। মজবুত মানুহ সিহঁত, চিপাহী হোৱাৰ যোগ্য মানুহ। অতিথিপৰায়ণ। গোৰ্খা ৰাইফলছৰ নাম শুনিছা নহয়।"

সকলোৱে সমস্বৰে চিঞৰি উঠিল—"শুনিছোঁ শুনিছোঁ।"

"গোৰ্খা ৰায়ফলছৰ চুবেদাৰ ভীম বাহাদুৰৰ কাহিনী। যুদ্ধত গুলী লাগি

তাৰ কাণ এখন ছিঙিল। ৰামভক্তই পেঞ্চন পোৱাৰ পাছত ব্যৱসায় কৰিবলৈ জন্মভূমিলৈ আহিছিল। ছমাহ চাহৰ দোকান দিয়াৰ পাছত ৰামভক্তৰ ব্যৱসায়ত লালবাতি জ্বলিল। কাৰণ হ'ল—চাহৰ কেটলিত পানী ভকভকাই উতলি থাকে, অনুভক্তৰ ৰামায়ণ পঢ়ি থকা চুবেদাৰে গমেই নাপায়। আৰু বান্দৰ সেনাৰ দৰে অহৰহ আড্ডা পিটি থকা ভক্তসকল? কোন টলকত সিহঁতে গিলাচে গিলাচে চাহ খাই যায় ৰামভক্তই গমেই নাপায়। পইচা দিয়াৰ সময়ত সকলোৱে থেৰো-গেৰো কৰে। অতিথিপৰায়ণ ৰামভক্ত চুবেদাৰৰ হৃদয়ে পইচা লয় কেনেকৈ?"

বাছৰ যাত্ৰীসকলে ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। "আমাৰ চিত্ৰকূট মহাসভাত বাবা বুঙ্কেক লগ পাবলৈ এবাৰ কমৰবন্ধত খুকুৰী লৈ, মূৰত টুপী পিন্ধি ৰামভক্ত চুবেদাৰ আহিছিল। বাবা বুঙ্কেৰ ভৰিত দীঘল দি পৰি ৰামভক্ত চুবেদাৰে আৰ্তনাদ কৰি উঠিছিল—"মই মোৰ সৈনিকৰ ধৰ্ম পালন কৰি হত্যাত লিপ্ত হৈছিলো। মোৰ এই দুয়ো হাতেৰে মই শত্ৰুপক্ষৰ চিপাহী হত্যা কৰিছোঁ। মোৰ হতুৱাই যে সেই কাম কৰোৱা হ'ল—মই সঁচাকৈয়ে মুক্তি পাম নে বাবা বুঙ্কে?" বাবা বুঙ্কে চাহাবে তাক বুকুত সাবটি লৈছিল। ৰামভক্ত চুবেদাৰ মৰা বেছিদিন হোৱা নাই। শেষ বয়সত ৰামভক্ত চুবেদাৰে কাকো নমতা হৈছিল। জংগলে জংগলে অকলশৰে ঘূৰি ফুৰিছিল।"

হনুমানজী অৰ্থাৎ দিবাকৰ ভট্টৰায় নামৰ ৰামলীলা নটটোৱে পৰিস্থিতি কিছু পাতল কৰি দিবলৈ ক'লে—"আমাৰ বগা চাহাবহঁতে গোৰ্খা চিপাহীক লৈ কম ৰং-ৰহইচ কৰি যোৱা নাই। সেই প্ৰথম মহাযুদ্ধৰে কিংবদন্তি পুৰুষ জেনেৰেলে জন মৰিছৰ বিছনাত এটা গোৰ্খা যুৱক আৱিষ্কাৰ কৰা হোৱা নছিলনে?"

যাত্ৰীসকলে ঢেকঢেকাই হাঁহিবলৈ ধৰিলে।

"চিপাহী বিদ্ৰোহৰ আগে আগে বগা বিষয়াই হেনো বিবিখানাত গোৰ্খা তৰুণী ৰাখি বৰ আনন্দ পাইছিল। বৰ মজাৰ কথা কি জানানে? যেতিয়াৰ পৰা বগা মেমচাহাবহঁতে জাহাজত উঠি বগা চাহাবহঁতৰ বিছনা শুৱনি কৰাৰ হুতাশেৰে হিন্দুস্থানলৈ আহিবলৈ ধৰিলে, তেতিয়াৰ পৰাই বোলে বগা চাহাব আৰু হিন্দুস্থানীৰ মাজৰ মনুষ্যত্বৰ এনাজৰী ছিগি চৌপত হ'ল।"

শাস্ত্ৰী মহাৰাজে আকৌ হাত দাঙি সকলোকে ঠাণ্ডা হ'বলৈ ক'লে, "বিবাহ-পঞ্চমীৰ সময়ত তৰাই অঞ্চলৰ সকলো আহিব। দক্ষিণৰ গোৰ্খা অঞ্চলৰ চেপাংগ আৰু কুশান দাসহঁতো আহিব। সীতাদেৱীৰ বংশধৰ বুলি সিহঁতে বৰ

অহংকাৰ কৰে। কি কয় জানানে সিহঁতে? সীতাই হেনো বন-প্ৰবাসৰ সময়ত গণ্ডকী নদীৰ পাৰত কিছুদিন বাস কৰিছিল। তাতে তেওঁৰ এটি পুত্ৰ সন্তানৰ জন্ম হৈছিল। নাম ৰাখিছিল লোহাৰি। এই পুত্ৰ সন্তানক এখন দোলনাত থৈ সীতাই পানী অনা, ভাত ৰন্ধা কামবোৰ কৰি ফুৰিছিল। সুবিধা পালেই বান্দৰবোৰৰ লগত ঘূৰি ফুৰিছিল। ঋষি বাল্মীকিয়ে মাজে-সময়ে খবৰ লৈ আছিল।"

"বান্দৰৰ লগত বন্ধুত্ব?" —সন্ন্যাসী প্ৰভুপদে আকৌ ঢেকঢেকাই হাঁহি উঠিল।

শাস্ত্ৰী মহাৰাজে সেইপিনে বৰ ভ্ৰূক্ষেপ নকৰিলে। "শুনা, ঋষি বাল্মীকিয়ে এদিন ফুৰিবলৈ আহি দেখিলে—সীতা নাই আৰু সীতাই লোহাৰিক থৈ যোৱা দোলনাখন খালী হৈ আছে। মহৰ্ষিয়ে ভয় খাই ভাবিলে, সন্তানটি নিশ্চয় কিবা জানোৱাৰেই খাই শেষ কৰিলে। তেওঁ নিজৰ মন্ত্ৰবলেৰে কুশেৰে এটা সন্তান তৈয়াৰ কৰি দোলনাত শুৱাই থ'লে। কিছু সময়ৰ পাছত সীতাই লোহাৰিক লৈ উভতি আহি ঋষি বাল্মীকিক নিজৰ পজাৰ সন্মুখত থিয় হৈ থকা দেখিলে। লগত হুবহু লোহাৰিৰ দৰে এক সন্তান। বাল্মীকিয়ে ৰহস্য বুজিলে আৰু দুয়োটা পুত্ৰকে সীতাক পালন কৰিবলৈ উপদেশ দিলে। কুশেৰে কৰা পুত্ৰৰ নাম দিলে কুশাৰী। নেপালৰ এই লোহাৰিৰ বংশধৰসকল হ'ল চেপাংগ আৰু কুশাৰীৰ বংশধৰসকল হ'ল কুশান দাস। এইদৰে সিহঁত মহাপ্ৰভু ৰাম আৰু সীতাৰ বংশধৰৰূপে জনাজাত হ'ল।"

ৰামলীলাৰ নট এটাই চিঞৰি উঠিল, "জানো জানো, চব কথা জানো লোহাৰি আৰু কুশাৰীহঁতৰ। তৰাই অঞ্চললৈ আমাৰ ৰামলীলা পাৰ্টি গৈছিল। লাওলোৱা অৱস্থা সিহঁতৰ। চব গিৰ্মিটীয়া বনুৱা। খোৱা-পিন্ধাৰ অভাৱত বহুতৰে যক্ষ্মা হৈছে। কাহি কাহি মৰে। চব জানো ৰাম-সীতাৰ বংশধৰহঁতৰ কথা।"

শাস্ত্ৰী মহাৰাজে হাত দাঙি ক'লে, "শুনা, সেই পৰমেশ্বৰে চাই আছে। যাৰ শৰীৰৰ বস্ত্ৰ তেওঁ টানি নিছে তাক নতুন কাপোৰ দিম বুলিয়েই টানি নিছে। মাথোঁ খোজ কঢ়া ৰাস্তাটো চিনিব লাগিব। যি ৰাস্তাৰে খোজ কাঢ়িলে দেহ ক্ষত-বিক্ষত হয়, সেই ৰাস্তাহে চিনিব লাগিব। এই বৈদেহীৰ লগৰ জনকপুৰত আৰু কেনে ধৰণৰ মানুহ লগ পাবা শুনা। বৰ মজাৰ কথা এয়ে যে থাৰুৰহঁতৰ নেপালৰ বৰ পুৰণি বাসিন্দা। তেওঁলোক হেনো চিতোৰৰ ৰাণাসকলৰ বংশধৰ। মজাৰ কথা এয়ে যে এইসকল লোকে হেনো ৰাম আৰু ৰাৱণৰ মহাযুদ্ধত ভাগ

লৈছিল। যুদ্ধক্ষেত্ৰৰ তেজৰ নদীৰ ৰূপ দেখি থৰ-বৰকৈ কঁপি যুদ্ধক্ষেত্ৰৰ পৰা সিহঁতে পলাই পত্ৰং দিলে। মানুহৰ ঠাট্টা-বিদ্ৰূপৰ পৰা হাত সাৰিবলৈ সিহঁতে নেপালৰ অৰণ্যত বসবাস কৰিবলৈ ধৰিলে। থৰ-থৰকৈ কঁপি কঁপি ৰাম-ৰাৱণৰ যুদ্ধৰ পৰা পলাই অহা বাবে সিহঁতৰ নামেই হ'ল থৰথৰিয়া অৰ্থাৎ থাৰুৰ।"

বাছত বহা সকলো যাত্ৰীয়ে গিৰ্জনি মাৰি হাঁহিলে।

ৰামলীলাৰ নটটোৱে আকৌ আটাহ পাৰি উঠিল, "জানো জানো। যোৱা বছৰ আমি তাতেই লীলা দেখুৱাবলৈ গৈছিলো। সিহঁত তৰাই অঞ্চলৰ মানুহ। পাছলৈ অনেক যুদ্ধত ভাগ লোৱা থাৰুৰহঁতৰ মতা মানুহবোৰ যুদ্ধ কৰি মৰি মৰি সাং হ'ল। তিৰোতাবোৰে উপায় নাপাই ঘৰত কাম কৰা ৰাজপুত বনুৱাহঁতৰ লগতে থাকিবলগীয়া হ'ল। সেয়ে থাৰুৰহঁতৰ তিৰোতাবোৰ একোজনী পটেশ্বৰী, মতাহঁত বনমানুহ।"

আকৌ বাছত সকলোৱে গিৰ্জনি মাৰি হাঁহিলে।

ইতিমধ্যে ড্ৰাইভাৰে বাছৰ হৰ্ণ বজালে। নাই এতিয়া আৰু কোনো বাকী নাই। এই প্ৰকাণ্ড বাছখনৰ দুটামান চিটহে খালী থাকিল। মহাৰাজৰ লগত ছাঁ হৈ বহি যোৱা সন্ন্যাসী হৰিনাৰায়ণে কান্ধত ওলোমাই লোৱা মোনাৰ পৰা শংখ উলিয়াই শংখধ্বনি কৰিলে।

সকলোৱে সমস্বৰে চিঞৰি উঠিল, "জয় ৰঘুবংশীৰ জয়। জয় ৰঘুবংশীৰ জয়।"

শাস্ত্ৰী মহাৰাজে এইবাৰ ওপৰলৈ হাত তুলি গুণ্‌গুণাই গাই উঠিল,

"নীলাম্বুজ শ্যামল কোমলাংগ
সীতা সমাৰোপিত ৰাম ভাগম।
পানৌ মহাসায় কচাৰুচাপং নমনি
ৰামং ৰঘু বংশনাতম।"

(যাৰ শৰীৰৰ শোভা নীলাপদ্মৰ দৰে শ্যামল আৰু কোমল সেই ৰামচন্দ্ৰৰ বামভাগত সীতাদেৱী শোভিত হৈ আছে, সেই ধনুধৰী ৰঘুবীৰক প্ৰণাম কৰোঁ।)

লগে লগে গাড়ীয়ে ষ্টাৰ্ট দিলে। সকলোৱে ৰামচন্দ্ৰৰ জয়ধ্বনি কৰি নিজৰ নিজৰ ছিটত সহজ হৈ বহিল।

অৰণ্যৰ পথেৰেই বাছ আগবাঢ়িল। পথৰ দুয়ো পিনে ঘন অৰণ্য। একো একোজোপা প্ৰকাণ্ড বট গছে আন সকলো গছক চেৰ পেলাই মূৰ দাঙি উঠিছে।

গাড়ী আগুবাই যাবলৈ ধৰিলে। সকলোৱে খিৰিকীৰে এই অপূৰ্ব মাৰ্গ দৰ্শন কৰি উৎফুল্ল হৈ উঠিল। কোনে কোনো ঠাইত কৰবী আৰু গুলঞ্চ ফুল ফুলি আছিল। আঃ! এই পথ যেন লংকাৰ সেই অশোক বনৰ পথ। হয় হয়, এয়া যেন বাল্মীকিয়ে বৰ্ণনা দিয়া সেই একেই পথ—যি পথ ফুলি থকা শাল গছ, অশোক, ভব্য ঔটেঙা আৰু বান্দৰৰ মুখাকৃতিৰ ফল ধৰা চূতবৃক্ষই সুশোভিত কৰি থৈছে। বাটৰ দুয়ো কাষৰ গছত দীঘল নেজৰ হনৌ বান্দৰবোৰে জঁপিয়াই আছিল। হুবহু যেন অশোক বনত হনুমানেহে দেখা দিছে। বাল্মীকিয়ে কোৱাৰ দৰে হনুমানৰ নেজ আৰু আন আন অংগ-প্ৰত্যংগৰ প্ৰহাৰত বৃক্ষসমূহ যেন ছিন্ন-ভিন্ন হৈ পৰিছে, যেন তৰুণীৰ চুলি আলুলায়িত, ওঁঠ চুমা আৰু নখ-দন্তৰ আঘাতত ক্ষত-বিক্ষত হৈ পৰিছে। মাজে-মাজে পৰ্বতৰ পৰা বাগৰি অহা নিজৰাও দেখা গৈছে। বাল্মীকিয়ে বৰ্ণনা দিয়াৰ দৰে পৰ্বতৰ পৰা বাগৰি অহা নিজৰা যেন এক প্ৰণয়িনী। প্ৰিয়তমৰ কোলা পৰিত্যাগ কৰি ভূতলত শয়ন কৰিছে। অভিমানিনী কামিনীয়ে খঙৰ ভমকত স্বামীৰ ওচৰৰ পৰা আন ঠাইলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে যেনেকৈ প্ৰিয় সখীসকলে তেওঁক বাধা দিয়ে পানীত পৰা গছৰ শাখাসমূহেও যেন সেই একেই ভাব প্ৰকাশ কৰিছে। এই বৰ্ণনা বাল্মীকিৰ; কিন্তু এতিয়া পথৰ দুয়ো পিনে এই একেই বৰ্ণনাই যেন জীৱন্ত হৈ উঠিছে।

দুঘন্টা পাৰ হৈ গ'ল। হঠাৎ আগৰ আসনৰ পৰা হুৰমুৰকৈ উঠি গৈ কমলাদেৱী জঁটাধাৰী সন্ন্যাসীৰ ওচৰত খালী হৈ থকা আসনত ধপচকৈ বহি পৰিল। ৰুমালেৰে মুখ মচি মচি তাই ক'লে, "ইস, ইস, কম উৎপতীয়া নহয় পাঁচ বছৰীয়া টিলিকা ল'ৰাটো। বাকুহি-আঁচুৰি কি কৰিলে চোৱাচোন জঁটাধাৰী।"

জঁটাধাৰীয়ে ক'লে—"জানো জানো, চব জানো। ভাৰতৰ নাগৰিকত্ব ল'বলৈ হুৱা-দুৱা কৰি ফুৰা এলিজাবেথৰ অসুৰ পুত্ৰটি নহয়নে? মথুৰাত সি এবাৰ মোৰ জঁটা খুলি কি কাণ্ড কৰিছিল জানানে? সি জুইশলাৰ কাঠী মাৰি মোৰ জটা পুৰিব খুজিছিল।" ঢেকঢেকাই হাঁহিবলৈ ধৰিলে জঁটাধাৰীয়ে। তাৰ পাছত তেওঁ ক'লে , "শুনা ল'ৰাটো মাকৰ প্ৰাণ। উৎপাত কৰি ফুৰিলেও তেওঁ মুখ টিপি হাঁহি থাকে। পিছে কমলাদেৱী, এইবাৰ তুমি মাধৱানন্দৰ লগত কিবা এটা হেস্তনেস্ত কৰিবা। তোমাৰ বয়স হৈ আহিছে। সংসাৰ কৰাৰ বয়স পাৰ হ'লে তুমি মণ্ডলীৰ সন্ন্যাসিনী হৈয়েই থাকিব লাগিব। আৰু মাধৱানন্দ, তেওঁতো ঠিক সন্ন্যাস লোৱা নাই। কিবাকৈ সন্ন্যাস ল'ব লাগিলে তেওঁ হিমালয়ৰ পিনে গমন কৰিব।"

কমলাদেৱীয়ে জঁটাধাৰীৰ মুখৰ পিনে চাই ক'লে, "মই কি কৰোঁ? কি কৰোঁ?"

কিছু সময় টলকা মাৰি থাকিল জঁটাধাৰী। তাৰ পাছত তেওঁৰ টাপলি মৰা মোনাটো দেখুৱাই ক'লে , "এইখনত মই অনেক ৰহস্যময় বস্তু আনিছোঁ। তুমি জানা নহয়, গৈ পোৱাৰ লগে লগে মোক ভক্তসকলে কেনেকৈ হেঁচা মাৰি ধৰে-কবচ লাগে, কোষ্ঠী চাই দিব লাগে, হাত চাই দিব লাগে। এনেকৈয়ে দুপইচা উপাৰ্জন কৰি ভাং আৰু মদিৰা কিনাৰ খৰচ উলিয়াওঁ। এইবাৰ আহিছোঁ এখন লাওলোলা গৰীৱ দেশলৈ। পৃথিৱীৰ একমাত্ৰ হিন্দু দেশ। ইয়াত যে দুটা পইচা আৰ্জন কৰিব পাৰিম তাৰ আশা নাই। কিন্তু এইবাৰ মই মোৰ মন্ত্ৰ-পুথি আনিছোঁ।"

মন্ত্ৰ-পুথি?

জঁটাধাৰীয়ে অলপ হাউলি আহি কমলাৰ কাণত ফুচফুচাই কোৱাৰ দৰে ক'লে, "মোৰ লগত এইবাৰ বশীকৰণ তন্ত্ৰ আছে। নেপালত পাইছিলো। মহাযানী সম্প্ৰদায়ৰ সিদ্ধাচাৰ্যসকলে কত ধৰণৰ মন্ত্ৰ আৱিষ্কাৰ কৰিছিল এই ভূমিতে তোমালাকে নাজানা।"

"কিন্তু?"

"কিন্তু কি ? মই যোৱা বাৰ বছৰে তোমাক দেখি আহিছোঁ। তোমাৰ দুখ মোৰ আৰু সহ্য নহয়। তুমি এইবাৰ নিশ্চয় মাধৱানন্দক লাভ কৰিব পাৰিবা। মাদৱানন্দ তোমাৰ হ'ব। এয়ে শেষ চেষ্টা।"

কমলাৰ বুকু ধপধপাই উঠিল। আপোনা-আপুনি তাই ফুচফুচাই কৈ উঠিল—"মাধৱানন্দক বশীকৰণৰ দ্বাৰা মই লাভ কৰিম? বশীকৰণ? উঃ! উঃ!



## পোখৰ

লাহে লাহে গধূলি নামি আহিল। এই সময়তে আগফালে বহি থকা যাত্ৰীবোৰৰ মাজত হুলস্থূল লাগি পৰিল। শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰৰ দল এটাই চিঞৰ-বাখৰ কৰি উঠিল, “বাছ ৰখোৱা! বাছ ৰখোৱা।”

শাস্ত্ৰী মহাৰাজ থিয় হৈ আটাহ পাৰি উঠিল —“কি হ’ল? কি হ’ল?”

তিনিগৰাকী ছাত্ৰই সমস্বৰে চিঞৰি উঠিল—‘বাট ভুল হৈছে! এই বাট ৰাক্সৌললৈ যোৱা বাট নহয়। আমি এটা বৰ বেয়া ৰাস্তাৰে আহিছোঁ? এই পিনে গৈ আমি কেতিয়াও বীৰগঞ্জ ওলাবগৈ নোৱাৰোঁ।”

শাস্ত্ৰী মহাৰাজে থিয় হৈ ড্ৰাইভাৰক বাছ ৰখাবলৈ হুকুম দিলে।

ড্ৰাইভাৰে ব্ৰে’ক মাৰি বাছ ৰখালে। লগে লগে সি খণ্ডত অগ্নিশৰ্মা হৈ লম্ফ-জম্ফ কৰি বাছৰ পৰা নামিল।

মানুহটো একেবাৰে টেটেৰা। গাল দুখন সোমোৱা। সি পিন্ধিছিল এযোৰ খাকী পোছাক। চুলিবোৰ ঘন আৰু কেঁকোৰা, গলধনলৈকে নামি অহা। সি নামি লম্ফ-জম্ফ কৰিবলৈ ধৰিলে—“কোনে ক’লে মই বীৰগঞ্জলৈ আহিছোঁ বুলি?”

বাছৰ যাত্ৰীসকলে হুৱা-দুৱা লগাই দিলে—“আমি বীৰগঞ্জলৈ অহা নাই যদি ক’লৈ আহিছোঁ?”

ড্ৰাইভাৰে টিঙিৰি-তুলা হৈ ক’লে, “মই হা-না একো নুশুনো। মই সীতামাৰি হৈ উপস্থিত হ’ম। মোৰ সীতামাৰি হৈ যোৱাৰহে পাৰ্মিট আছে।”

শাস্ত্ৰী মহাৰাজ খপজপকৈ থিয় হ’ল। তাৰ পাছত গাড়ীৰ পৰা নামি গৈ তেওঁ এই টেটেৰা ড্ৰাইভাৰটোৰ কান্ধত ধৰি বুজাবলৈ চেষ্টা কৰিলে, “ভাই এয়া ১৯৮৯ চন। আমাৰ দেশৰ লগত নেপালৰ সম্বন্ধ ঠিক নহয়। ভাৰত-

নেপাল বেপাৰ-সান্ধিৰ গতিৰোধ কৰা হৈছে। সীতামাৰিৰ পথ বন্ধ। কেৱল ৰাক্সোল-বীৰগঞ্জৰ পথ খোলা আছে, সীতামাৰিৰ পথ বন্ধ।"

সীতামাৰিৰ পথ বন্ধ? আকৌ লম্ফ-জম্ফ কৰি উঠিল টেটেৰা ড্ৰাইভাৰে— "সেইবোৰ কথা মই নুশুনো। মোৰ সীতামাৰি হৈ যোৱাৰহে পাৰ্মিট আছে।"

শাস্ত্ৰী মহাৰাজে ধৈৰ্য ধৰি আকৌ ক'লে, "সীতামাৰি হৈ আমি কেনেকৈ যাম? সীমা পাৰ কৰা দলংখনকে ভাঙি থৈছে। তদুপৰি তাত ইমিগ্ৰেশ্যন আৰু কাষ্টমছ ক্লিয়াৰেন্সৰ ব্যৱস্থা কৰাৰ কোনো উপায় নাই। আমাৰ লগত জাৰ্মান, ৰুছ আৰু বৃটিছ যাত্ৰী আহিছে। সেইসকলক কি কৰা যাব?"

"সীমা পাৰ হোৱা দলং তচ-নচ? কি কথা এইবোৰ?" যাত্ৰীসকলে চিঞৰ-বাখৰ কৰি উঠিল । "বেপাৰ-সন্ধিৰ গতিৰোধৰ বাবেই এনে অৱস্থানে?"

"হয়। হয়। ভাৰত-নেপাল বেপাৰ-সন্ধি ৰদ কৰা হৈছে। বাছ যাব নোৱাৰিব। ব'ৰ্ডাৰ ছিকিউৰিটি ফ'ৰ্ছে গাড়ী জব্দ কৰি থ'ব। আমি যি কোনো উপায়ে থাকিব পাৰিলেও আমাৰ বিদেশী অতিথিসকলৰ বৰ মস্কিল হ'ব।"

এইবাৰ ভয় খাই গোটেইবোৰ যাত্ৰী হুৰমুৰকৈ বাছৰ পৰা নামিল।

ড্ৰাইভাৰে আকৌ লম্ফ-জম্ফ কৰি উঠিল, "মই কোনোপধ্যে বীৰগঞ্জ হৈ এতিয়া গাড়ী নিব নোৱাৰোঁ। মোৰ সীতামাৰি হৈহে পাৰ্মিট আছে।"

শাস্ত্ৰী মহাৰাজে তাৰ কান্ধত হাত থৈ আকৌ বুজাবলৈ চেষ্টা কৰিলে, গাড়ী ঘূৰোৱা। বহুত পলম হ'ল। আমি কোনোপধ্যে সীতামৰি হৈ যাব নোৱাৰিম।"

শাস্ত্ৰী মহাৰাজৰ কথালৈ ভ্ৰূক্ষেপ নকৰি টেটেৰাই চিঞৰ-বাখৰ কৰি উঠিল, "মোৰ পাৰ্মিটত সীতামাৰি লিখা আছে। এয়া মোৰ পাৰ্মিট"—এই বুলি কৈ সি জাঁপ মাৰি বাছত উঠি মোনা এটা টানি আনি পাৰ্মিটখন জোকাৰিবলৈ ধৰিলে।

হনুমানৰ পাৰ্ট কৰা ভট্টৰায়ে ৰেহৰূপ চাই আছিল। শাস্ত্ৰী মহাৰাজৰ মুখৰ ওপৰত তেনেকৈ পাৰ্মিট জোকৰা বাবে সি জাঁপ মাৰি গৈ কান্ধখন জোকাৰিব খোজোতেই ড্ৰাইভাৰে কৰ্ফাল খাই মাটিত বাগৰি পৰিল।

শাস্ত্ৰী মহাৰাজে চোঁ মাৰি গৈ তাক ধৰি হাহাকাৰ কৰি উঠিল, "কি কৰা, কি কৰা ভট্টৰাই? তাৰ পাৰ্মিটখন এবাৰ পঢ়ি চোৱা।"

ড্ৰাইভাৰে মাটিৰ পৰা উঠি গা-মূৰ জোকাৰি লম্ফ-জম্ফ কৰি কৈ উঠিল, "আয়ে ৰাম দৰ্শন কে লিয়ে কাম কৰতে গুণ্ডু গন্দীকা..."

ভট্টৰায়ে চিৎকাৰ কৰি উঠিল, "মুখ চম্ভালকৰ বাত কৰ। যৰা আয়া কানুনৱালা।"

"আহ, এটা এটাকৈ মই চাই লওঁ তইঁতক" এই বুলি কৈ ড্ৰাইভাৰে চোঁ মাৰি আহিবই খুজিছিল; শাস্ত্ৰী মহাৰাজৰ মধ্যস্থতাত তাক শান্ত কৰোৱা হ'ল। শাস্ত্ৰী মহাৰাজে নিজেই তাৰ কাপোৰ-কানিৰ ধূলি জোকাৰি দিলে।

এটাৰ পাছত এটাকৈ সকলোৱে তাৰ পাৰ্মিট পঢ়ি চালে। অন্ধকাৰ হৈ আহিছিল বাবে স্বামীজীয়ে টৰ্চ মাৰি পাৰ্মিটখন পঢ়ি চালে।

"ড্ৰাইভাৰৰ দোষ নাই। এয়া চৰকাৰী মোহৰ মৰা আছে। বিষয়াসকলেই নিশ্চয় ভুল কৰিছে। কিবা গণ্ডগোল কৰিছে।"

শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকলে আটাহ পাৰি উঠিল, "কেন্দ্ৰত চৰকাৰ সলনি হৈছে । শাসনভাৰ জনতা দলৰ হাতলৈ গৈছে। সীমাৰ দুৱাৰ নিশ্চয় খুলি দিয়া হৈছে।"

এইবাৰ সকলোৱে সমস্বৰে চিঞৰি উঠিল, "আমি যি কোনো মাৰ্গেৰে এতিয়া যাব প্াৰিম। সীতামাৰি, গোৰখপুৰ, বীৰগঞ্জলৈ চব ৰাস্তাৰে যাব পাৰিম।"

তিনিঘন্টা বাছত আহি একেবাৰে ক্লান্ত হৈ পৰা যাত্ৰীসকলে উৎসাহ পাই যেন আকৌ সতেজ হৈ উঠিল।

হঠাৎ বাছৰ ভিতৰত বহি থকা এলিজাবেথৰ চিঞৰত যাত্ৰীবোৰে উচপ খাই উঠিল ঃ "পল? পল কলৈ গ'ল? সিতো গাড়ীতে বহি আছিল।"

সকলোৱে হুৰমুৰকৈ নামি ল'ৰাটোক বিচাৰিবলৈ ধৰিলে।

"ইস ইস। বিচৰা। এইখিনিতে আছে নিশ্চয়?"

ৰামলীলা মণ্ডলীৰ নটইঁতে হায়ে-বিয়ে কৰি উঠিল, "এইখন অটব্য অৰণ্য। জন্তু-জানোৱাৰেৰে ভৰা অৰণ্য? কিয় আনে এনে অঘাসুৰ ল'ৰাক মণ্ডলীলৈ?"

এলিজাবেথে হাহাকাৰ কৰি বাছৰ পৰা নামি ৰাস্তাৰ কাষৰ হাবিৰে সোমাই যাবলৈ চেষ্টা কৰিলে। মাইকেল কাপে তেওঁক গবা মাৰি ধৰি ৰখাবলৈ চেষ্টা কৰিলে। কিন্তু ঠিক এই সময়তে জঁটাধাৰীয়ে ল'ৰাটোক কান্ধত তুলি "বম শিৱ বম শিৱ" বুলি অৰণ্যৰ মাজৰ পৰা ওলাই আহিল। সকলোৱে গৈ আকৌ বাছত উঠিল। এলিজাবেথ হাইনে চকুপানী মচি সকলোকে ক্ষমা খুজি ক'লে, "ভগৱান ৰামচন্দ্ৰৰ ছত্ৰছায়াত থাকিলে মোৰ এই পুত্ৰটিয়ে আশীৰ্বাদ পাব। মই চম্ভালিব নোৱৰাত পৰিছোঁ।"

শাস্ত্রী মহাৰাজে এলিজাবেথক সান্ত্বনা দি আশ্বস্ত হ'বলৈ ক'লে। এলিজাবেথে কিন্তু অলপ সময় ফেঁকুৰি ফেঁকুৰি কান্দিয়েই থাকিল।

.......গাড়ী চলিল। ড্ৰাইভাৰে সময় নষ্ট হ'ল, সময় নষ্ট হ'ল বুলি ভোৰভোৰাই গাড়ী চলাবলৈ ধৰিলে।

এইখণ্ড ৰাস্তা বৰ বেয়া। ৰাস্তাৰ মাজত ব'ল্ডাৰ-জেং -জাবৰ আদি পেলাই থোৱা আছে। এইপিনে ভাৰত-নেপাল মৈত্ৰীৰ এটা ফোপোলা ৰূপ নাঙঠ হৈ আছে।

হুৰ-হুৰ হুৰাৎ।! হঠাতে ব্ৰেক মৰাৰ কাৰণে গাড়ীখন ৰৈ গ'ল। প্ৰচণ্ড জোকাৰতো মানুহখিনি অৱশ্যে ছিটিকি নপৰিল।

এলিজাবেথ হাইনে তেওঁৰ ল'ৰাটিক বুকুত সাবটি ধৰি আছিল। সকলোৱে নিজৰ মোনাৰ পৰা টৰ্চ উলিয়াই চাৰিওফালে চালে। ৰাস্তাৰ মাজত পেলাই থোৱা গছৰ মূঢ়া কিছুমান এই টেটেৰা ড্ৰাইভাৰে আৰু খাকী হাফপেন্ট পিন্ধা হেণ্ডিমেনে টানি টানি আঁতৰাবলৈ ধৰিলে। টৰ্চ মাৰি মাৰি কিছুদুৰ আগুৱাই গৈ ড্ৰাইভাৰে হঠাৎ উৰুলীকৃত হৈ ক'লে, "আমি সীতামাৰি পাইছোঁহি। বেছি দুৰ নাই।"

যাত্ৰীসকলৰ মুখলৈ পানী আহিল। নামি যোৱা দুজনমানে হুৰমুৰকৈ উঠি গৈ আকৌ নিজৰ নিজৰ আসনত বহিল।

ইতিমধ্যে জাৰ্মান পণ্ডিত কাপে উঠি গৈ ৰ'জমেৰিৰ সৈতে বন্ধুত্ব আৰম্ভ কৰি দিছিল। এইবাৰ কাপে নিজৰ আসন এৰি আহি ৰ'জমেৰিৰ ওচৰত বহিল।

এক অন্ধকাৰ সুৰংগৰেহে যেন বাছ চলিল। এৰা, সীতামাৰিলৈ আৰু বেছি দুৰ নাই।

দৰবাৰী গায়ককেইটাই তুলসীদাসৰ দোহা জুৰিলে—

ৰামু অনন্ত, অনন্ত গুণানি।
জনম কৰ্ম অনন্ত নামানী।।
জলসীকৰ মহিৰজ গনি জাহী।
ৰঘুপতি চৰিত ন বৰণি সিৰাঁহী।।

(ৰামচন্দ্ৰ অনন্ত, অনন্ত তেওঁৰ গুণ। তেওঁৰ কৰ্ম, তেওঁৰ নাম, আনকি তেওঁৰ জনমৰো কোনো সীমা-সংখ্যা নাই। এই পৃথিৱীত সিঁচৰতি হৈ থকা ধূলিকণা গণিব পৰা গ'লেও ৰামচন্দ্ৰ চৰিতৰ কথা গণিব পৰা নাযায়।)

যুদ্ধক্ষেত্ৰত উপস্থিত হোৱা ৰামচন্দ্ৰক লৈও দৰবাৰী গায়কসকলে গীত জুৰিলে—

সিৰ জটামুকুট প্ৰসুন বিচবিচ অতি মনোহৰ ৰাজহী।
জনু নীলগিৰি পৰ তড়িত পটল
সমেত উডুগন ভ্ৰাজহী।।
ভুজদণ্ড সৰ কোদ'ও ফেৰত
ৰুবিৰ ৰুকণ তন অতি বনে।
জনু ৰায়মুনী তমাল পৰ বৈঠী
বিপুল সুখ আপনে।।

(শ্ৰীৰামচন্দ্ৰই মূৰত জঁটাৰ মুকুট পিন্ধিছিল। এই জঁটাৰ মুকুটটি ফুলেৰে শোভিত কৰি ৰখা হৈছিল। ভাব হৈছিল, নীলা পৰ্বতৰ ওপৰত বিজুলীৰ সৈতে তৰাবোৰেহে যেন শোভা পাইছে। এয়ে আছিল ধনুৰ্ধাৰী শ্ৰীৰাম। তেওঁৰ শৰীৰত তেজৰ ছিটিকনি পৰি এনে দেখাইছিল যেন তমাল গছৰ ওপৰত বৰ সন্তোষেৰে বহি আছে এটা ৰায়মুনি চৰাই।)

ড্ৰাইভাঁৰ আৰু হেণ্ডিমেনে এইবাৰ দাঁত-মুখ কৰচি চিঞৰি উঠিল—

"চুপ কৰো। বন্ধ কৰো গানা। ৰাস্তা ভাঙি থোৱা আছে। সৌবোৰ ব'ল্ডাৰ। নামা নামা, ব'ল্ডাৰবোৰ আঁতৰোৱা।"

গাড়ী আকৌ ৰ'ল। জোনাক ৰাতি। সকলোৱে মৌন হৈ আকৌ গাড়ীৰ পৰা নামিল। জোনাকী পৰুৱাৰ চিকমিকনিয়ে ৰাস্তাৰ দুয়োপিনে থকা অৰণ্যৰ অন্ধকাৰ আৰু গভীৰ কৰি তুলিছিল। সকলো ঠাইত জোনাকৰ পোহৰ পৰা নাই। নিজৰ নিজৰ পকেটৰ পৰা টৰ্চ উলিয়াই অনেকে পোহৰ পেলাই দেখিলে —কোনোবাই গছৰ প্ৰকাণ্ড মুঢ়া এটা পেলাই থৈ গৈছে। মৰা জানোৱাৰৰ কংকালৰ দৰে পৰি আছে গছৰ মুঢ়াটো।

এলিজাবেথে নিজৰ পুত্ৰটিক বুকুত সাবটি ধৰি নামিব খুজিছিল; কিন্তু সকলোৱে ক'লে, "নালাগে নালাগে, তুমি নামিব নালাগে। আমি আছোঁ নহয়।"

হনুমান ওৰফে ভট্টৰায়ে জঁপিয়াই গৈ সেই প্ৰকাণ্ড মুঢ়াটো দাঙি কান্ধৰ ওপৰত তুলি লৈ ৰাস্তাৰ দাঁতিলৈ দলিয়াই পেলালে। সকলোৱে বিচুৰ্তি মানিলে।

ৰামলীলা মণ্ডলীৰ নটকেইটাই হৰ্ষোল্লাসিত হৈ চিঞৰি উঠিল, "জয় সংকট মোচন হনুমানৰ জয়।"

আকৌ আহি যাত্ৰীসকল হুৰমুৰকৈ বাছত উঠিল। ভাৰতীয় যাত্ৰীসকলৰ বাবে এইবোৰ কথাৰ বিশেষ কোনো গুৰুত্ব নাছিল যদিও বিদেশী যাত্ৰীসকলে কিছু তবধ মানিছিল। কিন্তু এই সকলো কথা তেওঁলোকে কৌতুহলেৰে লৈছিল।

গাড়ী মন্থৰ গতিৰে আগবাঢ়িল। কোনো কোনো ঠাইত গাড়ী ৰৈ যাবলগীয়া অৱস্থা হ'ল। যাত্ৰীসকলৰ হৃদয়ত এতিয়াহে শংকা উপস্থিত হ'ল। দৰবাৰী গায়কৰ কণ্ঠৰ পৰা গীত উধাও হৈ গ'ল। সকলোৰে কণ্ঠত এটাই প্ৰশ্ন স্থবিৰ হৈ ৰ'ল—সীতামাৰি?

সীতামাৰিত সঁচাকৈয়ে উপস্থিত হ'ব পৰা যাবনে?

জোনাক ৰাতি আছিল যদিও খলা-বমাবোৰ ভালদৰে মণিব পৰা নাযায়? সকলোৱে বাহিৰলৈ ভুমুকিয়াই চাবলৈ ধৰিলে। জোনাক আৰু ছায়াই হাতত ধৰাধৰিকৈ আছে। ৰাস্তাৰ দুয়োপিনৰ হাবিবোৰ জালপহীয়া সাপৰ ফুটুকা-ফুটুকী ছালে মেৰিয়াই ধৰি থকাৰ দৰে দেখা গৈছে। দুই-এঠাইত যাত্ৰীসকলে শিয়ালৰ হোৱাও শুনিলে। ৰাতি ফুৰা দিনকণা চৰাইৰ চক-চক, হুক- হুক আৱাজো শুনা গ'ল।

জোনাক ৰাতি এই পখৰা-পখৰি আলিটো এডাল জালপহীয়া সাপলৈকে যেন ৰূপান্তৰিত হৈছে।

কিছুদুৰ যোৱাৰ পাছত এখন দলঙৰ ওচৰত আহি গাড়ী আকৌ ৰৈ গ'ল। ড্ৰাইভাৰ আৰু হেণ্ডিমেনে জঁপিয়াই গৈ দলঙৰ ওচৰত থিয় হ'ল. দলঙত বহি থকা হুদু এটাই পাখিৰে শব্দ কৰি দূৰলৈ উৰি গ'ল।

দুয়ো আটাহ পাৰি উঠিল—"এই দলঙেৰে পাৰ কৰা নাযাব।"

"গাড়ী পাৰ কৰা নাযাব? ইস ইস। কি কাণ্ড! কি হ'ব এতিয়া?" দৰবাৰী গায়ক এটাই চিঞৰি উঠিল—

মামৰলোকয় পংকজ লোচন
কৃপা বিলোকনি সোক বিমোচন।
নীল তামৰস স্যাম কাম অৰি
হৃদয় কাঞ্জ মকৰণ্ড মধুপ হৰি।।

(হে পংকজলোচন দুঃখহাৰী, তুমি কৃপাদৃষ্টি দিয়া। তুমি নীলপদ্মৰ দৰে শ্যামল। তুমি শংকৰৰ হৃদয়পদ্মৰ মধুৰ ভোমোৰা।")

প্ৰায়বোৰ ভক্তই জয় দাশৰথিৰ জয়, জয় সূৰ্যবংশীৰ জয় বুলি ধ্বনি তুলি বাছৰ পৰা নামিল। ইতিমধ্যে এলিজাবেথৰ শিশু পুত্ৰটিয়ে তাইৰ কান্ধতে

মুৰ খৈ টোপনি গৈছিল। তাই এইবাৰো বাছৰ পৰা নামি নগ'ল।

ড্ৰাইভাৰে চিঞৰি উঠিল, "দলং ভগা।"

ঠিক এই সময়তে, দলঙৰ তলৰ তম্বু এটাৰ পৰা গৰপ-গৰপ খোজেৰে অ'ভাৰকোট একেলগে পিন্ধা দুটা পুলিচ আগুৱাই আহিল। দলঙৰ আনটো পাৰত থিয় হৈ দুয়োটাই একেলগে চিঞৰ মাৰি উঠিল, "থহৰো। ইহা কহা যা ৰহে হো?"

তাৰ পাছত এটাই জেৰা কৰিলে, "দিখাও, পাৰ্মিট দিখাও।"

ড্ৰাইভাৰে উৰা মাৰি যোৱাৰ দৰে গৈ গাড়ীৰ ভিতৰতে থকা তাৰ বিচিত্ৰ মোনাটো উলিয়াই আনিলে । বগুৱাই বাই যোৱাৰ দৰে দলঙৰে খুপি-খুপি গৈ সি কাগজ-পত্ৰবোৰ দুয়োৰে আগত তুলি ধৰিলে।

দুয়ো টৰ্চ মাৰি কাগজ-পত্ৰবোৰ পঢ়ি চালে। সিহঁত আশ্বস্ত হ'ল। ঠিক এই সময়তে হনুমান ওৰফে ভট্টৰায়েও বগুৱা বাই অহাৰ দৰে আহি ক'লে, "আমি বিবাহ-পঞ্চমীৰ বৰযাত্ৰী। লগতে জনকপুৰত আমাৰ এইবাৰ ৰামায়ণৰ মহাসভাও আছে।"

পুলিচ কনিষ্টবল এটাই হয়ভৰ দি কৈ উঠিল, "হয় হয়। মানুহৰ অহা-যোৱা আৰম্ভ হৈ গৈছে। মই শ্ৰীৰাম আৰু সীতাৰ মন্দিৰত তোৰণ সজোৱাও দেখিছোঁ।"

হনুমান ওৰফে ভট্টৰায়ে ক'লে, "শুনিছোঁ শোভাযাত্ৰাত যোগ দিবলৈ নেপালৰ এই তৰাই অৰণ্যৰ বাহিৰেও উত্তৰ কাশী, হিমালয়ৰ সাধু-সন্ন্যাসীয়ে ইতিমধ্যে ডেৰা লগাইছে।"

পুলিচ কনিষ্টবল এটাই ক'লে, "আপোনালোকৰ মাজত যদি বৃদ্ধ যাত্ৰী আছে, তেনে যাত্ৰী যাব নোৱাৰিব। শোভাযাত্ৰাত নগা সন্ন্যাসী, জঁটাধাৰীৰ ভিৰ হ'ব, সেই ভিৰত তেওঁলোক তিষ্ঠি থাকিব নোৱাৰিব।"

ড্ৰাইভাৰৰ পাৰ্মিট জোকাৰি জোকাৰি আনটো পুলিচ কনিষ্টবলেও চিঞৰি উঠিল, "বিদেহী চাহাবহঁতক শোভাযাত্ৰাৰ ভিৰৰ মাজত সুমুৱাই নিদিব। যোৱাবাৰ বিবাহ-পঞ্চমীৰ উৎসৱত চাহাব এটা মৰিছিল। শটো জনকপুৰত তিনিদিন বাহী হৈ ফুলি উঠাৰ পাছতহে কাঠমাণ্ডুলৈ নিয়া হৈছিল।"

"ইস ইস ইস,"—জঁটাধাৰীয়ে আৰ্তনাদ কৰি উঠিল। বাছৰ যাত্ৰীসকলে সমস্বৰে চিঞৰি উঠিল, "এতিয়া দলংখন পাৰ হ'ম কেনেকৈ?"

পুলিচ কনিষ্টবল দুটাই ক'লে, "এখন বাছ পাৰ হৈ গৈছে। যাত্ৰীবোৰ নামক।"

হুৰমুৰকৈ বাছৰ পৰা আকৌ মানুহবোৰ নামিল। ৰাস্তাৰ দুয়োপাৰৰ জংগলত মানুহবোৰে পিয়াপি দি ফুৰিবলৈ ধৰিলে। আগেয়ে পাৰ হোৱা বাছে ব্যৱহাৰ কৰা প্লাংক কিছুমান পৰি আছিল। হনুমান ওৰফে ভট্টৰাই আৰু ৰামলীলা মণ্ডলীৰ তৰুণ যুৱকহঁতে জঁপিয়াই জঁপিয়াই কাঠৰ প্লাংকবোৰ ধৰা-মেলা কৰি আনি দলঙৰ ওপৰত পেলাই দিলে। মাধবানন্দকে আদি কৰি বিদেশী চাহাবসকলেও নামি গৈ গছৰ ঠানি ইত্যাদি আৰু আগৰ গাড়ীবোৰে ব্যৱহাৰ কৰি এৰি যোৱা প্লাংক কিছুমান আনি দলঙত পাৰি দিবলৈ ধৰিলে।

বৰ বিচিত্ৰ ৰাতি! দলঙৰ দুয়োপাৰে এক ৰহস্যময় নীৰৱতাই বিৰাজ কৰিছে। কুৰুকি-কুৰুকি সোমাই গৈছে জোনাকৰ পোহৰৰ এখন মোলায়েম চাদৰ অৰণ্যৰ খলা-বমাত। ক'ৰবাত যেন টুকুৰা-টুকুৰি হৈ ফাটি গৈছে এই চাদৰ; ক'ৰবাত বোকামাটি লেটি-পেটি হৈ পৰি আছে এই চাদৰ। ক'ৰবাত এই চাদৰৰ সৈতে মণিমুক্তা গাঁথি দিয়া হৈছে—ক'ৰবাত এই চাদৰৰ বুকুত বহি আছে এক অন্তহীন কবিতা।

ৰাতিফুৰা চৰাইৰ চক-চক আৱাজ শুনা গ'ল। দূৰৈত শিয়ালৰ হোৱাও শুনা গ'ল। কিছু সময় প্লাংক পেলোৱাত হৈ-হাল্লা লাগি থাকিল ।

কনিষ্টবল দুটাই এইবাৰ হুইচেল বজাই সকলোকে সজাগ কৰি দিলে, "খালী বাছ পাৰ হওক। এই বাছত কোনোবা আছে নেকি? নামি আহ, নামি আহ।"

ড্ৰাইভাৰ আৰু হেণ্ডিমেনে জঁপিয়াই জঁপিয়াই বাছত উঠিল। হনুমান ওৰফে ভট্টৰায়ে ভিতৰত আৰু কোনোবা থাকিল নেকি বুলি কোবাকুবিকৈ আহি জাঁপ মাৰি বাছত উঠিল। ভিতৰত উঠিয়েই সি গগনফলা চিঞৰ মাৰিলে, "বাছৰ ভিতৰত কোনোবা এটা পৰি আছে। বাছৰ ভিতৰত কোনোবা এটা পৰি আছে।"

গোটেইজাক মানুহে এইবাৰ কোবাকুবিকৈ আহি বাছখন বেৰি ধৰিলে। ৰামলীলাৰ নটকেইটাই গাড়ীৰ ভিতৰত সোমাই লাংখাই পৰি থকা মানুহটোক বাহিৰলৈ উলিয়াই আনিলে। শাস্ত্ৰী মহাৰাজে আৰ্তনাদ কৰি উঠিল, "এয়া ভাণ্ডাৰী। আঃ আঃ, ল'ৰা আৰু পত্নীৰ দুখ পাহৰিব পৰা নাই! আনা আনা পানী আনা।"

ৰ'জমেৰিয়ে কান্ধত ওলমাই লোৱা বটলৰ পৰা পানী উলিয়াই ভাগুৰীৰ নাকে-মুখে মাৰি দিলে। ভাগুৰী উঠি বহিল। চকুমেলি তেওঁ ইফাল-সিফাল চালে। সমুখত শাস্ত্ৰী মহাৰাজক দেখি তেওঁ ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

শাস্ত্ৰী মহাৰাজে দুয়ো বাহুৰে তেওঁক সাবটি ধৰিলে।

ঠিক এইখিনি সময়তে পুলিচ কনিষ্টবলকেইটাই আকৌ চিঞৰি উঠিল, "এতিয়া গাড়ী পাৰ কৰিব পৰা হৈছে।"

মণ্ডলীৰ সকলোৱে ভালদৰে বুজি পাইছিল—জীৱনৰ সৰ্বস্ব হেৰুৱাই ভাগুৰীয়ে মণ্ডলীত আশ্ৰয় লৈছে। পানীত উটি যোৱা মানুহে খেৰকুটাক আশ্ৰয় কৰাৰ দৰে ভাগুৰীয়ে মণ্ডলীত আশ্ৰয় লৈছে। মনৰ অৱস্থা এতিয়াও তেওঁৰ বলিয়া মানুহৰ দৰে হৈ আছে।

শাস্ত্ৰী মহাৰাজে নিজকে কোৱাৰ দৰে, "মহাপ্ৰভুয়ে মণ্ডলীলৈ তোমাক আনিছে। তোমাক মনৰ শান্তি ঘূৰাই দিব। পোলিত চাহাবক তেওঁ এনেদৰে শান্তি দিছিল, বাবা বুঙ্কে চাহাবক শান্তি দিছিল, বাৰান্নিকভ চাহাবক শান্তি দিছিল, গ্ৰাওছ চাহাবুক শান্তি দিছিল আৰু আমাৰ লাখ লাখ ভক্তক শান্তি দিছিল। তোমাক নিদিবনে?"

ইতিমধ্যে ড্ৰাইভাৰে বাছ ষ্টাৰ্ট দিলে। খালী বাছ দলঙত তোলা হ'ল। সকলোৱে নিশ্বাস ৰুদ্ধ কৰি চাই ৰ'ল। ঘৰ-ঘৰৰ আৱাজ কৰি বাছ দলঙৰ ওপৰেৰে গতি কৰিলে। কাঠৰ দলঙৰ পৰাও কেৰ-কেৰ ঘৰ-ঘৰ আৱাজ উঠিল।

"জয় দাশৰথিৰ জয়।
জয় সূৰ্যবংশীৰ জয়।।
জয় ইক্ষ্বাকু-নন্দনৰ জয়"

"বাছ পাৰ হ'ল। বাছ পাৰ হ'ল।" সকলোৱে কিৰিলি পাৰি উঠিল। বাছত উঠিবলৈ গৈ সকলোৱে দলঙৰ ওপৰত উঠিল। শাস্ত্ৰী মহাৰাজৰ গাত ভৰ দি দি ভাগুৰীও দলঙৰ ওপৰত উঠিল। তেওঁক তেনেদৰে খুপি খুপি অহা দেখি হনুমান অৰ্থাৎ ভট্টৰায়ে জাঁপ মাৰি গৈ ভাগুৰীক দাংকোলা কৰি লৈ চকুৰ পলকতে বাছৰ ওচৰত থিয় হ'ল। নটইঁতে চিঞৰি উঠিল। সিহঁতে যেন হনুমানকহে বন্দনা কৰিবলৈ ধৰিলে ঃ

"অতুলিতবলধামং স্বৰ্ণ শৈলাভদেহং
দনুজৱনকৃশানুং জ্ঞানিনামগণ্যম ।
সকল গুণনিধানং বানৰাণামধীশং
ৰঘুপতিৰ দূতং ৰাতজাতং নমামি।।"

(সেই সোণৰ বৰণৰ অতুল শক্তিশালী, ৰাক্ষসস্বৰূপ অৰণ্য পুৰি ভস্ম কৰা, জ্ঞানী প্ৰধান, বান্দৰসকলৰ নায়ক, শ্ৰীৰামচন্দ্ৰ দূত, পৱনপুত্ৰ, তোমাক নমস্কাৰ কৰোঁ।)

বাছৰ যাত্ৰীসকলে ভট্টৰাইক উদ্দেশ্য কৰি কৰা এই প্ৰাৰ্থনা শুনি হাঁহিবলৈ ধৰিলে। কিন্তু ভট্টৰায়ে যেনেকৈ থুন্তৰ পুৰুষ ভাণ্ডাৰীক কান্ধত তুলি আনিলে, তাক দেখি যাত্ৰীসকলৰ বিস্ময়ত অভিভূত হোৱাৰ বাহিৰে উপায় নাছিল।

সকলো গৈ গৈ নিজৰ নিজৰ আসনত বহিল। জঁটাধাৰীৰ ওচৰৰ আসনৰ পৰা আহি কমলা এইবাৰ আকৌ এলিজাবেথৰ ওচৰত বহিল। কাৰ উৎপতীয়া শিশুটি মাকৰ কোলাত টোপনি গৈছিল।

পুলিচ কনিষ্টবল দুটাই এইবাৰ হাত দাঙি যাবলৈ অনুমতি দিলে।

আকৌ অত্যন্ত মন্থৰ গতিৰে বাছ চলিবলৈ ধৰিলে। কি ঠিক—আকৌ বা ক'ত ব'ৰ্ডাৰ নাইবা খৰিৰ মুঢ়া পেলাই থৈছে ভাৰত-নেপাল মৈত্ৰীক ফোপোলা কৰিবলৈ। নাই নাই, সকলোৰে মনত এতিয়া আশা হৈছে—কেন্দ্ৰত চৰকাৰ সলনি হৈছে; নিশ্চয় এনে ধৰণৰ দলং পাৰ হ'ব নালাগিব।

ৰাতি এক বজাত বাছ সীতামাৰিত উপস্থিত হ'ল। এখন এখনকৈ কেইবাখনো সৰু সৰু হোটেলৰ ওচৰত বাছ খাৰা হ'ল। নাই, এতিয়া কোনেও এই তিনিকুৰি মানুহৰ ভাৰ ব'ব নোৱাৰিব। ঘূৰি-পকি বাছ গৈ এক ধ্বংসস্তূপৰ কাষত থকা 'বৈদেহী ভূমি' নামৰ বিশ্ৰামগৃহৰ সন্মুখত ৰ'ল।

শাস্ত্ৰী মহাৰাজ বাছৰ পৰা নামি মালিকৰ ওচৰত থিয় হ'ল। ডাঙৰ লণ্ঠন এটা আগত লৈ সুন্দৰ দলিচাৰে সজোৱা খাট এখনৰ ওপৰত বহি গুৰ গুৰী হুপি আছিল মালিকে।

এই থূলন্তৰ মানুহজনে গাত এখন ফুলাম কম্বল লৈ আছিল। চকুত ঘূৰণীয়া ফ্ৰেমৰ চছমা আৰু কপালত লোৱা চন্দনৰ তিলকৰ বাবে মানুহজনক সকলোৰে বৰ সম্ভ্ৰান্ত যেন ধাৰণা হ'ল।

শাস্ত্ৰী মহাৰাজক দেখি তেওঁ থিয় হ'ল। ক'লে, "মোৰ এই বিশ্ৰামগৃহ সজাই-পৰাই থোৱা আছে এইবাবেই যে এটা বৰযাত্ৰী আহি পুৱা আঠ বজাত উপস্থিত হ'ব। সৌৱা চাওক, দলিচা, গাদী সকলো পাৰি থোৱা আছে।"

শাস্ত্ৰী মহাৰাজে অনুনয় কৰাৰ দৰে ক'লে, "আমিও বৰযাত্ৰীয়েই। স্বয়ং সীতাদেৱীৰে বৰযাত্ৰী।"

মাল্লিকে হাঁহি মাৰি ক'লে, "বুজিছোঁ বুজিছোঁ, সীতামাতাৰ বিবাহ-পঞ্চমীত ভাগ ল'বলৈ আহিছে।"

"হয়। পাটনাৰ পৰা বৰ ভাগৰে-জুগৰে আহিছে আমাৰ বিদেশী অতিথিসকল"—শাস্ত্ৰী মহাৰাজে অনুনয় কৰাৰ দৰে ক'লে। তদুপৰি শাস্ত্ৰী মহাৰাজৰ ভব্য ব্যক্তিত্ব নিৰীক্ষণ কৰি মাল্লিক নতজানু হৈ পৰিল। ক'লে, "মই ৰাতিপুৱা আঠ বজালৈকে আপোনালোকক থাকিবলৈ অনুমতি দিছোঁ। দলিচাবোৰৰ ওপৰতে আপোনালোকে বিশ্ৰাম কৰক। অ'তবোৰ মানুহৰ খোৱা-বোৱাৰ ব্যৱস্থা এতিয়া কৰিব পৰাৰ উপায় নাই। কিন্তু মই একো গিলাচ চাহৰ বন্দবস্ত নিশ্চয় কৰিব পাৰিম।"

ৰামলীলা মণ্ডলীৰ নটইঁতে হৰ্ষোল্লাসিত হৈ চিৎকাৰ কৰি উঠিল, "জয় দেৱী বৈদেহীৰ জয়। জয় দেৱী বৈদেহীৰ প্ৰিয় ভূমি সীতামাৰিৰ জয়।"

বিদেশী চাহাবৰ বাবে ৰাতি কটাবলৈ এটা আহল-বহল কোঠা দিয়া হ'ল। ৰ'জমেৰি, কমলা আৰু এলিজাবেথৰ বাবে ধ্বংসস্তূপৰ কাষত থকা সৰু কোঠা এটা দিয়া হ'ল। তাত দলিচা পৰা আছিল। সিহঁতে নিজৰ হাতবেগবোৰকে গাৰু কৰি ল'লে। এতিয়া বাছৰ ওপৰৰ পৰা মাল-পত্ৰ নমোৱাৰ সময় নাই।

বাকী যাত্ৰীসকলে আহল-বহল হলঘৰটোতে আশ্ৰয় ললে। ভাণ্ডাৰীক শাস্ত্ৰী মহাৰাজে দুৱাৰৰ ওচৰতে বিছনা কৰি দিলে।

শাস্ত্ৰী মহাৰাজে আৰু তেওঁৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণে ওচৰা-উচৰিকৈ বাহিৰৰ মজিয়াতে বহিল। তেওঁলোকৰ পৰা কিছু দূৰৈত টাপলি মৰা বেগৰ পৰা লাংখা-লিংখি বস্তু উলিয়াই সহজ হৈ বহিল জঁটাধাৰী সন্ন্যাসী। তেওঁৰ শোৱা-লোৱা, খোৱা-বোৱাৰ ধৰা-বন্ধা নিয়ম নাই।

পানীৰ অভাৱ নাছিল। সকলোৱে হাত-মুখ ধুলে। তাৰ পাছত আহিল সকলোৰে বাবে আদা বটি দিয়া গৰম চাহ। বৰ তৃপ্তিৰে সকলোৱে চাহ খালে।

ভাগৰে-জুগৰে অহা যাত্ৰীসকলে বাগৰ দিয়াৰ লগে লগে দুৰ্ঘোৰ টোপনিত পৰিল। শাস্ত্ৰী মহাৰাজৰ অৱশ্যে টোপনি নাহিল। তেওঁ ধ্যানত বহিল। জঁটাধাৰীয়ে ভগ্নস্তূপৰ ওচৰত পিতপিতাই ফুৰিবলৈ ধৰিলে।

কমলাদেৱীৰ টোপনি নাহিল। তাই গম পাইছিল—ৰামলীলা মণ্ডলীৰ নটইঁতৰ লগতে হয়তো মাধৱানন্দই বিশ্ৰাম কৰিছে। কিন্তু হঠাৎ তাইৰ চমক ভাঙিল। খোলা খিৰিকীৰে তাই স্পষ্ট দেখিলে এটা ছায়ামূৰ্তি। হয় হয়; এয়া মাধৱানন্দ। ভগ্নস্তূপৰ পিনে আগুৱাই গৈছে। আ, কাৰ প্ৰাসাদ আছিল সেইটো?

জহি-খহি একেবাৰে উবুৰি হৈ পৰিছে। জোনাকৰ পোহৰত এক অভিনৱ দৃশ্য দেখা গৈছে। কোনো এক খণ্ডত জোনাকৰ পোহৰ পৰিছে, কোনো এক খণ্ডত অন্ধকাৰ হৈ আছে। মৌ-বিচনীৰ দৰে ওলমি আছে বেৰৰ কোনো কোনো খণ্ড। জোনাকৰ পোহৰত এই খণ্ডবোৰক সন্ন্যাসীৰ মূৰৰ জঁটাৰ দৰে দেখা গৈছে। কুৰুকি কুৰুকি অ'ত-ত'ত সোমাই পৰা সৌৱা ধোঁৱাৰ দৰে কিহৰ পোহৰ? যেন যজ্ঞৰ ধোঁৱা। কোন মুনিৰ আশ্ৰমৰ পৰা আহিছে এই ধোঁৱা? অগস্ত্য? দক্ষিণৰ আৰ্য সভ্যতাৰ যজ্ঞৰ পৰা আহিছে, নে উত্তৰ ভাৰতৰ আৰ্য সভ্যতাৰ প্ৰহৰী অস্ত্ৰনিপুণ ঋষি বিশ্বামিত্ৰৰ হবন গৃহৰ পৰা আহিছে এই ধোঁৱা। এই কথা কল্পনা কৰি কমলাদেৱী শৰীৰ একপ্ৰকাৰ ৰোমাঞ্চিত হৈ উঠিল। ৰাতিপুৱা আকৌ যাত্ৰা আৰম্ভ হ'ব। তাই লৰালৰিকৈ উঠিল আৰু হাতবেগটো উলিয়াই আনিলে। এই হাতবেগত তাই দুযোৰ কাপোৰ থৈছিল। এযোৰ কাপোৰ উলিয়াই তাই গা-ধোঁৱা ঘৰত সোমাল। লাইটবোৰ ট-টকৈ জ্বলি আছে। ভৰিৰ জোতা নোখোলাকৈয়ে এলিজাবেথ আৰু ৰ'জমেৰি শুই আছে। একেবাৰে মৰা মানুহৰ দৰে শুই আছে। এলিজাবেথৰ ডিঙিত সাবটি ধৰি শুই আছে তাইৰ দগাবাজ শিশুটি । এই দুয়োগৰাকী মহিলাই নিজৰ নিজৰ সাজ-পোছাকবোৰ একাষে দমাই থৈছে। অন্তৰ্বাস পিন্ধি কম্বল লৈ শুই আছে। বৰযাত্ৰী বাবে কম্বল আৰু গাদীৰ ব্যৱস্থা ভালেই কৰা হৈছিল। কমলাই ভাবিলে—ৰাতিপুৱাই যাব যেতিয়া গা ধুই লোৱাই ভাল হ'ব। মাধৱানন্দ সিমান সময়লৈ ভগ্নস্তূপত থাকিবনে?

বৰ লৰালৰিকৈ তাই গা ধুলে, মূৰ ফণিয়ালে আৰু চাদৰ এখন গাত লৈ বাহিৰলৈ ওলাই আহিল।

অপূৰ্ব। অপূৰ্ব। তাই পিছ দুৱাৰেদি ওলাই গৈছিল। দুৱাৰমুখত জঁটাধাৰীয়ে নিজৰ লাংখা-লিংকি বস্তুবোৰৰ মাজত কিবা বিচাৰি আছিল। এক মন্ত্ৰও উচ্চাৰণ কৰিছিল। তেওঁ ৰাতি কেতিয়াবা শোৱে, কেতিয়াবা নোশোৱে।

কমলাদেৱীক সেই পিনে সাউৎ কৰে পাৰ হোৱা দেখি জঁটাধাৰীয়ে মাত লগালে—"ক'লৈ যোৱা? ক'লৈ যোৱা?"

"ইমান ডাঙৰ প্ৰাসাদ এনেদৰে খণ্ডহৰ হৈ পৰি আছে। ভাঙি পেলাইছে মানুহে। হাতোৰাৰে কোবাই কোবাই বেৰবোৰ ভাঙিছে, পাথৰ দলিয়াই খিৰিকীৰ আইনা ভাঙিছে। এতিয়া প্ৰাসাদটি জানোৱাৰৰ জঁকাৰ দৰে খণ্ডহৰ হৈ পৰি আছে। কিয়? কিয়?"

"সেইটো বেশ্যাহঁতৰ কোঠী আছিল। সৌৱা তাৰ কাষতে সতী সীতাৰ মন্দিৰ গঢ়ি উঠিল। সতীৰ মন্দিৰৰ গাত গা লাগি থাকিব বেশ্যাৰ কোঠী? এনে কথা হ'ব পাৰেনে? ভাঙ। ভাঙ। বেশ্যাহঁতক কি যে ক'ত বহুৱালৈগে সেই যুগত মানে বগা চাহাবহঁতৰ যুগত? বগা চাহাবহঁতে এই নেপালী বেশ্যাহঁতক 'বঢ়োৱা' দিছিল। কয়—সিহঁতৰ শৰীৰ ছাল হেনো ৰত্নমালা ফুলৰ দৰে মসৃণ।"

নাই নাই, এই শেষ ৰাতি জঁটাধাৰীৰ কথা শুনাৰ সময় নহয়। মানুহে গুৰিয়াই বখলিয়াই খণ্ডহৰত পৰিণত কৰা এই ধ্বংসস্তূপক উদ্দেশ্য কৰি তাই এখোজ-দুখোজকৈ আগবাঢ়ি গ'ল।

হাঃ হাঃ হাঃ। হাঃ হাঃ হাঃ।

কোনে হাঁহে এয়া? ঋষিকুমাৰ ঋষ্যশৃংগক মোহিত কৰা বেশ্যাহঁতে নেকি? ৰামায়ণে কৈ গৈছে মহামন্ত্ৰীয়ে বিচাৰি বিচাৰি সুন্দৰী বেশ্যাহঁতক ঋষি ঋষ্যশৃংগৰ বাবে আনিছিল।

আঃ। সেই সুস্বাদু মোদক আৰু আলিংগন। কাৰ আশীৰ্বাদত ৰামৰ জন্ম হ'ল। অযোধ্যাৰ ৰাজসন্মান লাভ কৰা বেশ্যাহঁতৰ! আঃ, ভগ্নস্তূপৰ মাজত স্থবিৰ হৈ পৰি আছে অযোধ্যাৰ বেশ্যাহঁত! আৰু সেই অযোধ্যা? তম্বুজ আৰু বিন্ধ্যৰ হাতীৰে সুশোভিত অযোধ্যা?

আগুৱাই গ'ল কমলা গুৰিয়াই গুৰিয়াই ধ্বংস কৰা বেশ্যাহঁতৰ কোঠী অভিমুখে। অ'ত-ত'ত সিঁচৰতি হৈ পৰি আছে মজবুত স্তম্ভৰ টুকুৰা। সেইবোৰ টুকুৰানে? নে বেশ্যাৰ অংগ-প্ৰত্যংগ? সুন্দৰ নিতম্ব, মসৃণ বাহু, উন্নত স্তন? ৰাতিফুৰা চৰাই এটাই কুৰুলিয়াই কুৰুলিয়াই মূৰৰ ওপৰেৰে পাৰ হৈ গ'ল। কাণৰ কাষত এজাক নূপুৰে যেন ঝন ঝন কৰি উঠিল। এয়া যেন বশিষ্ঠমুনিৰ আদেশত ৰাজ প্ৰাসাদত একত্ৰিত হোৱা অযোধ্যাক সুশোভিত কৰি ৰখা বেশ্যাহঁতৰ নূপুৰৰ ধ্বনি! এয়ে নে সেই বেশ্যাহঁতৰ আৱাজ? যিসকলক ৰামচন্দ্ৰৰ অযোধ্যালৈ প্ৰ্যাগমনৰ আনন্দত চামিল হ'বলৈ আহ্বান কৰিছিল ৰাজকুমাৰ ভৰতে?....... আহা আহা, সকলো চামিল হোৱা—যশস্বী শিল্পী, বাদ্যকাৰ, সূত, বৈতালিক, বেশ্যাহঁত, আহা সকলো আহা। বাৰ বছৰৰ পাছত শ্ৰীৰামচন্দ্ৰৰ চন্দ্ৰমুখ দৰ্শন কৰা।

চক-চক-চক। এইবাৰ দুৰৈৰ জোপোহা এটাত পৰি দিনকণা চৰাই এটাই চিঞৰিবলৈ ধৰিলে।

কিছুমান সৰু সৰু স্তম্ভও স্তূপীকৃত হৈ পৰি আছে। দণ্ডক অৰণ্যত

শ্ৰীৰামচন্দ্ৰই দেখা ৰাক্ষসে ভক্ষণ কৰি এৰি থৈ যোৱা ঋষিসকলৰ অস্থিপুঞ্জৰ দৰে। জোনাকৰ পোহৰত এইবোৰক অস্ত্ৰ-শস্ত্ৰৰ দৰেও দেখা গৈছে। সিঁচৰতি হৈ থকা এইবোৰ কাৰ অস্ত্ৰ? সেই বেশ্যাইঁতৰ? অস্ত্ৰ-শস্ত্ৰ আৰু বচনত নিপুণ অযোধ্যাৰ সেই বেশ্যাইঁতৰ? কমলাৰ কাণত দশৰথৰ আৰ্তনাদ যেন ভাঁহি উঠিল ঃ "সুমন্ত্ৰ যাওক শ্ৰীৰামচন্দ্ৰৰ লগত, যাওক চতুৰংগ সেনা, যাওক সৰ্বোত্তম অস্ত্ৰ-শস্ত্ৰ আৰু ৰথ। যাওক, সদাগৰ যাওক, সদাগৰসকলো যাওক। ব্যাধকো নাপাহৰিব। সিহঁতে পথত বনৰ সুস্বাদু মৌ আৰু হৰিণৰ মাংস খুৱাই অযোধ্যাৰ বিৰহৰ দুখ পাহৰাব ৰামৰ! সৈন্যসকলৰ ছাঁ হৈ যাওক সকলোৰে মন মোহিত কৰা বেশ্যাইঁত!"

ক'ত সেই সন্মানীয়া বেশ্যা? শ্ৰীৰামচন্দ্ৰৰ চিত্ত বিনোদনৰ বাবে দুৰ্ঘোৰ অৰণ্যৰ জীৱনলৈ সমৰ্পিত কৰা বেশ্যা.......?

চব ধ্বংস হৈ গৈছে—মন, মানুহ। কালসৰ্পই ৰঙীন মোট সলাই এক বিযাক্ত মোট ধাৰণ কৰিছে।

ইটা-বালিৰ দ'ম, ৰড—এই সকলোতে জোনাকত পোহৰ পৰিছে। এইবোৰ যেন ৰামচন্দ্ৰৰ অভিযেকৰ থানবান হৈ পৰি থকা অভিযেক-সামগ্ৰী —ধ্বজদণ্ড শ্বেতছত্ৰ, বাঘৰ ছাল, ৰথৰ চকা, চামৰ, ঘৃতপাত্ৰ, সুৱৰ্ণ কলহ।

আগুৱাই গ'ল কমলা দেৱী।

জঁটাধাৰীয়ে চিঞৰি উঠিল—"বেছি দূৰলৈ নাযাবা কমলা।"

নাই নাই, কমলাই জঁটাধাৰীৰ কথা শুনিবলৈ ইচ্ছা নকৰিলে।

মানুহে ভাঙি-ছিঙি তচনচ কৰি থৈছে বেশ্যাৰ কোঠী। সৌৱা জোনাকৰ পোহৰ মোৰ টোপোলাৰ দৰে প্ৰত্যেকটি খণ্ডহৰৰ ওপৰত পৰিছে। ভাগি-ছিগি পৰি থকা দুৱাৰ-খিৰিকীৰ টুকুৰা, প্ৰাচীৰৰ ভগ্নাৱশেষ, গম্বুজৰ টুকুৰা—ওজন কৰি থোৱা মাংসৰ টুকুৰাৰ দৰে উবুৰি হৈ পৰি আছে। দৰ্পণ—যাৰ সন্মুখত থিয় হৈ কোনো সুন্দৰীয়ে নিজৰ ভৰপূৰ অধৰৰ ৰূপ নিৰীক্ষণ কৰিছিল—সেই দৰ্পণৰ টুকুৰাই জোনাক ৰাতি জলকতবক-জলকতবক কৰিছে।

কমলাই খুপি খুপি ভগ্নস্তূপৰ ওপৰলৈ উঠি গ'ল। লগে লগে ওচৰৰ ক'ৰবাত জাকপাতি থকা বাদুলি এজাকে খেক-খেক-খেক আৱাজ তুলি উৰি গ'ল।

গা ধুৱলৈ যোৱাৰ আগমুহূৰ্তত তাই মাধৱানন্দক এইপিনে আগবাঢ়ি অহা দেখিছিল। ফটফটীয়া জোনাকত তাই স্পষ্ট দেখিছে—মানুহটো এইপিনেই আহিছিল। বেছি সময় পাৰ হোৱা নাই। আৰু আগুৱাই গ'ল কমলা।

জটাধাৰীৰ কণ্ঠ আকৌ ভাঁহি আহিল—"এইবোৰ অচিনাকি ঠাই আৰু দূৰলৈ নাযাবা কমলা।"

গা ধুই উঠাৰ পাছত তাইৰ ভাগৰ নোহোৱা হৈ গৈছিল। কি ঠিক, মাধৱানন্দই কিজানি তাইক সংকেত দিবৰ বাবে তেনেদৰে উঠি গৈছে। ঘৰৰ পৰা তাই দুখন চিঠি দিছিল । উত্তৰ নাপাব বুলি জানিয়ো তাই চিঠি দিছিল। নিজৰ বিপদ আৰু দুখৰ কাহিনী অকপটে প্ৰকাশ কৰি তাই চিঠি দিছিল। বাৰ বছৰ কম সময় নহয়। এটি মানুহৰ ৰক্তপ্ৰবাহ চিনি পোৱাৰ এয়া যথেষ্ট সময়। ঘৰৰ মানুহবোৰৰ লগত তাই চকুলৈ চাই কথা ক'ব নোৱৰাৰ দৰে অৱস্থা হৈছে। ভায়েকে স্পষ্টভাৱে কৈ দিছে—"ঐ, তোৰ সেই জমিদাৰটো। বাৰ বছৰ তাৰ পিছে পিছে ফুৰিছ। চবেই জানে তোৰ মণ্ডলীত চামিল হোৱাৰ কথা।"

নাই নাই, এইবোৰ কথা তাই লিখা নাই। কিন্তু এটা কথা তাই লিখিবলৈ পাহৰা নাই। মাকে বৃন্দাবনৰ পৰা এটা মুন্সী ধৰি আনিছিল। 'দশৰথ আখাৰাৰ' মুন্সী। তাইক দেখাৰ পাছত সি যে তাইৰ পিছে পিছে জোক হৈ লাগি ফুৰিছিল, এই কথাও তাই লিখিছিল।

নাই, কোনো উত্তৰ নাই। তাই জানে—চিঠি লিখা মাধৱানন্দৰ অভ্যাসেই নাই।

আগুৱাই গ'ল তাই। কথমপিহে উজুটি নোখোৱাকৈ খুপি খুপি আগুৱাই গ'ল। ক'লৈ গ'ল মানুহটো? খোলা খিৰিকীৰে তাই মানুহটোক স্পষ্ট দেখিছিল।

ইস। ইটাৰ টুকুৰা এটাত তাই উজুটিয়েই খাব খুজিছিল ।

হিঃ হিঃ হি। ওৰণিৰ তলেৰে দাঁত উলিয়াই কেনোবাই যেন খিলখিলাই হাঁহিলে। ৰত্নমঞ্জৰী? পদ্মপ্ৰিয়া?

নাই, নাই, চব কথা সোনকালে হ'ব লাগিব। সৌৱা পুব ফালে আকাশৰ বৰণ ৰঙা হৈ আহিছে—বৃটিছ চাহাবৰ স্পৰ্শই ৰঙা কৰি পেলোৱা নেপালী বেশ্যা ৰত্নমঞ্জৰীৰ গালৰ দৰে।

হয় হয়। সচাঁকৈয়ে যেন মাৰ্বলৰ গম্বুজৰ টুকুৰাবোৰ বেশ্যাহঁতৰ স্তন,

কৰঙন আৰু সুগোল বাহুৰ টুকুৰা হৈ পৰি আছে। এই টুকুৰা ওপৰেৰেই কমলাই ধৰফৰাই খোজ দিলে। মানুহটোক লগ পাবই লাগিব এই মুহূৰ্ততে। তাই স্পষ্ট দেখিছিল মাধৱানন্দ এইপিনেই আহিছে।

চৰাইৰ পাখিৰ দৰে কোমল ফটা কপোৰৰ স্পৰ্শ তাইৰ ভৰিত লাগিল। তাই কেইবাবাৰো উচপ খাই উঠিল। হঠাৎ মানুহ এটাই তাইৰ পিনে পিঠি দি বহি থকা তাই দেখা পালে।

হয় হয়, এইটো মানুহেই। উই হাফঁলু এটাৰ দৰে মূৰে-গায়ে কাপোৰ লৈ বহি আছে। তাই ভৰিৰ খট খট আৱাজ শুনিও উভতি চোৱা নাই। এয়া মাধৱানন্দ। মাধৱানন্দই কিবা চিন্তা কৰি আছে নে ধ্যানত বহিছে তেনেদৰে? ইস ইস ইস। এইবাৰ, এইবাৰেই শেষ বাৰ—মাধৱানন্দই জানিব লাগিব এইবাৰেই শেষ বাৰ।

আগুৱাই গ'ল তাই আৰু দুখোজ। আৰু দুখোজ তাই আগুৱাই গ'ল।

"মাধৱানন্দ। মাধৱানন্দ। মই কমলা।"

মানুহটোৰ একেবাৰে মূৰৰ ওচৰত আহি থিয় হ'ল কমলা।

মাটিত স্তুপ হৈ বহি থকা মানুহটো উভতি চালে।

কমলা চঁক খাই দূৰলৈ ছিটিকি পৰিল। ইস ইস। গাঁতত সোমোৱা চকু ডাড়িয়ে-গোঁফে ভোবোকাৰ মুখ, আইনাৰ ভগা টুকুৰাৰ দৰে জলমলোই থকা থকা চকু।

আটাহ পাৰি উঠিল কমলাই—"ভাণ্ডাৰী, কিয় বহি আছা ইয়াত?"

"আতংকবাদীহঁতে কাক মাৰিলে, এয়া।.........উঃ!"

তাই চিৎকাৰ কৰি উঠিল—"আহা ভাণ্ডাৰী, মোৰ লগে লগে আহা। মই তোমাৰ দুখ বুজি পাওঁ।"—তাইৰ চকুৰে লোতক সৰি পৰিবলৈ ধৰিলে ।

দূৰৈত শাস্ত্ৰী মহাৰাজৰ কণ্ঠ শুনা গ'ল—"উঠা। উঠা। সকলো সাজু হোৱা। বৰযাত্ৰী আহি পোৱাৰ আগেয়ে আমি ৰাঙ্গোল অভিমুখে যাত্ৰা কৰিব লাগিব।"



যোল্ল

সকলো যাত্ৰী বাছত উঠিল। কিন্তু এই সময়তে আকৌ ড্ৰাইভাৰে হুলস্থূল লগালে।

"মোৰ পাৰ্মিট ৰাঙ্গোল হৈ নাই। মই বাছ ৰাঙ্গোল হৈ নিব নোৱাৰিম।"

শাস্ত্ৰী মহাৰাজে উঠি আহি তাৰ মূৰে-গায়ে হাত ফুৰাই ক'লে— "আমি তোমাৰ বিপদৰ কথা বুজি পাইছোঁ। এতিয়া মোৰ অনুৰোধ এয়ে যে তুমি বাছ নি স্থানীয় পুলিচ অধীক্ষকৰ ঘৰৰ সন্মুখত ৰখোৱা।"

... সি আকৌ থেৰোগেঁৰো কৰি উঠিল।

"নাই, মই যাব নোৱাৰোঁ। পাৰ্মিট নহ'লে মই এখোজো ইয়াৰ পৰা লৰচৰ নকৰোঁ।"

অকৰা মৈত উঠাৰ দৰে সি একে ঠাইতে গোজা মাৰি থিয় হৈ ৰ'ল।

শাস্ত্ৰী মহাৰাজে আকৌ তাৰ পিঠি থপৰিয়াই আদৰেৰে ক'লে—"সেই বন্দৱস্ত মই কৰিম।"... কিন্তু শাস্ত্ৰী মহাৰাজক সি ভ্ৰূক্ষেপ নকৰিলে। আকৌ আগৰ দৰে সি সকলোকে গালি পাৰিবলৈ ধৰিলে। তাৰ ভাষাতো ইজ্জত নাছিল।

ইস্ ইস্। কি ভাষা ব্যৱহাৰ কৰিছে এই দগবাজে। মাৰ ছালাক মাৰ। ৰামলীলা মণ্ডলীৰ নটহঁতে হায়ে-বিয়ৈ কৰি আটাহ পাৰি উঠিল।

এইখিনি সময়তে হনুমান ওৰফে ভট্টৰায়ে সকলোকে লেং মাৰি গৈ খাকী পোছাক পিন্ধা এই টেটৈৰা ড্ৰাইফাৰটোৰ মূৰৰ চুলিকোছাত খামুচি ধৰিলে।

সি আকৌ চিঞৰিবলৈ ধৰিলে।

এইবাৰ হাফপেণ্ট পিন্ধা হেঙ্গিমেনটো তাৰ ওচৰলৈ আহি লম্ফ-জম্ফ কৰিবলৈ ধৰিলে।

বাছ আৰু আগুৱাই নিনিয়ে বুলি দুয়ো একেবাৰে আকোঁৰগোজ মনোভাবেৰে ৰাস্তাৰ দাঁতিত বহি ৰ'ল।

ৰামলীলা মণ্ডলীৰ তৰুণ নটকেইটাই আৰু ৰৈ থাকিব নোৱাৰিলে। কোঁ- কোঁৱাই আহি দুটামানে হেণ্ডিমেনক দূৰলৈ চোঁচৰাই নিব খোজোতেই শাস্ত্ৰী মহাৰাজে আহি সিহঁতৰ হাতত থাপ মাৰি ধৰিলে। তেওঁৰ পিছে পিছে লৰি আহিল তেওঁৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণ। উপায়হীন হৈ শাস্ত্ৰী মহাৰাজে জঁটাধাৰীকে ক'লে—"তুমি দূৰলৈ লৈ গৈ সিহঁতক বুজাবলৈ চেষ্টা কৰা।"

জঁটাধাৰীয়ে সুহৃদয় বন্ধুৰ দৰে হাতত ধৰি দুয়োকে ৰাস্তাৰ কাষলৈ লৈ গ'ল। আচৰিত কথা এয়ে যে জঁটাধাৰীয়ে সিহঁতক কি ক'লে নাইবা সিহঁত দুয়ো জঁটাধাৰীৰ পৰা কি শুনিলে এই কথা কোনেও অৱশ্যে নুশুনিলে। মন্ত্ৰৰ দ্বাৰা বশ কৰা মানুহৰ দৰে কোঁ-কোঁৱাই গৈ দুয়ো আকৌ গাড়ীত উঠিল।

ইমান সময় ৰামলীলা মণ্ডলীৰ নটহঁতে বৰ আদৰেৰে বহুৱাই অনা অন্ধ স্বামী প্ৰভুপদৰ পিনে মন-কাণ দিয়া নাছিল। তেওঁ আকৌ অট্টহাস্য কৰি উঠিল—হাঃ হাঃ হাঃ।

এইবাৰ নটহঁতে কিৰিলি পাৰি উঠিল। সিহঁতে স্বামী প্ৰভুপদক অনুনয় কৰি সুধিলে—"স্বামী, আমি জনকপুৰত সময়মতে উপস্থিত হ'ব পাৰিমনে?"

স্বামী প্ৰভুপদে আকৌ অট্টহাস্য কৰি উঠিল—হাঃ হাঃ হাঃ।

"পাৰিম পাৰিম" বুলি নটহঁতে আকৌ কিৰিলি পাৰি উঠিল।

এটা সময়ত বাছ আহি স্থানীয় পুলিচ বিষয়াগৰাকীৰ ঘৰৰ সন্মুখত থিয় হ'ল।

বিষয়াগৰাকীয়ে চকী-টেবুল পাৰি ৰ'দত বহি আছিল। তেওঁ শকত-আৱত মানুহ। নাকৰ তলত একোছা প্ৰকাণ্ড মোচ। শৰীৰ আটিল। বয়স কম। চকু দুটা ডাঙৰ। একেবাৰে জং বাহাদুৰী চকু—যিপিনেই দৃষ্টি পৰে সেইপিনে যেন এখণ্ড কাটি লৈ যায়।

শাস্ত্ৰী মহাৰাজে সন্ন্যাসী হৰিনাৰায়ণৰ সৈতে নামি গৈ তেওঁক অনুনয় কৰি গোটেই কাহিনীটো ক'লে। ৰামায়ণেই হওক বা মহাভাৰতেই হওক সকলো কথা মানি লোৱা মানুহ অধীক্ষক নহয়। তেওঁ কনিষ্টবল দুটা পঠিয়াই গাড়ীৰ ভিতৰৰ যাত্ৰীসকলক তন্নতন্নকৈ পৰীক্ষা কৰি চালে। বিদেশী। যাত্ৰীকেইগৰাকীৰ পাছপ'ৰ্ট ইত্যাদিও তন্নতন্নকৈ চালে। তাৰ পাছত ভিতৰলৈ গৈ কাগজ এখনত খচখচকৈ কিবা লিখিলে। মোহৰ মাৰি সেই কাগজ তেওঁ শাস্ত্ৰী মহাৰাজৰ হাতত তুলি দি ক'লে—"এইখন কাগজ লৈ যাওক, ৰাক্সৌললৈ যাবলৈ

আপোনালোকে এতিয়া আৰু অসুবিধা নাপাব।”

বাছৰ যাত্ৰীসকলে আকৌ কিৰিলি পাৰি উঠিল।

শাস্ত্ৰী মহাৰাজে উঠি আহি বাছৰ ড্ৰাইভাৰ আৰু হেণ্ডিমেনক কাগজ দেখুৱালে। ক'লে—“তোমালোকৰ কোনো ভয় নাই। এই কাগজ তোমালোকৰ হাতত থাকিব আৰু আমিও তোমাৰ লগত থাকিম।” আচৰিত কথা এয়ে যে ড্ৰাইভাৰ আৰু হেণ্ডিমেনে এইবাৰ হা-না একো নক'লে। সকলোৰে মনত প্ৰশ্নৰ উদয় হ'ল—“জঁটাধাৰীয়ে কি কৰিলে সিহঁতক? ঘোচ দিলে নে মন্ত্ৰেৰে বশ কৰিলে নে নেপালী খুকুৰী দেখুৱালে?”

... সকলোৰে মনত উদয় হোৱা এই ভাবনাৰ কথা কোনেও অৱশ্যে সদৰি কৰিবলৈ সাহ কৰিব নোৱাৰিলে।

ঘোচ? খুকুৰী? নে মন্ত্ৰ? এৰা, ঘোচ, খুকুৰী নে মন্ত্ৰ?

বাছে ৰাক্সোল অভিমুখে যাত্ৰা কৰিলে। সীতামাৰিৰ বিশ্ৰামগৃহত একেবাৰে চুপচাপ হৈ থকা সন্ন্যাসী প্ৰভুপদে আকৌ এবাৰ ঢেকঢেকোই হাঁহিবলৈ ধৰিলে।

শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকল একেবাৰে চুপচাপ হৈ আহিছিল, আনকি সীতামাৰিৰ বিশ্ৰামগৃহতো সকলোৰে আঁৰ হৈ নিজৰ মাজতে সিহঁতে কথা-বতৰা পাতি বহি আছিল। এইবাৰৰ এই ছাত্ৰহঁত লাজকুৰীয়া স্বভাৱৰ। সম্ভৱ কিছু পঢ়া-শুনা কৰা ল'ৰা। শাস্ত্ৰী মহাৰাজৰ মনত এক আশাৰ উদয় হয়।

ওলাব। ওলাব। এদিন এই ছাত্ৰসকলৰ মাজতো বাৰান্নিকভ, গ্ৰাওছ, ফাদাৰ বুল্কে, পোলিত চাহাবৰ দৰে ৰাম সাহিত্যত নিজৰ জীৱন উৎসৰ্গ কৰা মানুহ নিশ্চয় ওলাব।

.....পুৱাৰ সোণালী ৰ'দে পোহৰ কৰি ৰখা পূব চাম্পৰণ জিলাৰ এক মনোৰম ভূখণ্ডৰ মাজেৰে বাছ আগুৱাই যাব ধৰিলে। যোৱা ৰাতি যি ভূখণ্ডক জয়াল আৰু ৰহস্যময় যেন লাগিছিল এতিয়া সেই ভূখণ্ডই এক অন্য সাজ-পোছাক পিন্ধি লৈছে।

ড্ৰাইভাৰ, হেণ্ডিমেন দুয়োৰো মুখত এতিয়া ক'লা ডাৱৰ নাই।

ৰামলীলা মণ্ডলীৰ নটকেইটাই আকৌ কিৰিলি পাৰি উঠিল—মন্ত্ৰ নে পইচা নে খুকুৰী?

ৰাস্তাত দৰবাৰী গায়কসকলে ৰজা ৰামৰ ৰাজসভাত অপূৰ্ব গীতসমূহ গাই আহিল। সিহঁতে মৃদংগও উলিয়াই ল'লে। বৰ উৎসাহেৰে সিহঁতে

গাই আহিল—

"দণ্ড জতিনহ কৰ ভেদ জহঁ নৰ্ত্তক
নৃত্যসমাজ।।
জিতহু মনহি অস সুনিয় জগ
ৰামচন্দ্ৰ কে ৰাজ।।"

(ৰামচন্দ্ৰৰ ৰাজ্যত জানো ৰজাই কাৰোবাক দণ্ড দিবলগীয়া হৈছিল? দণ্ড উফৰি গৈ সন্ন্যাসীৰ হাতত পৰিল। অপৰাধেই যেতিয়া নাই কি কৰিব ৰজাই এই দণ্ড? ৰজাৰ দণ্ড সন্ন্যাসী লাঠী হ'ল। চল-চাতুৰি নাছিলেই যেতিয়া কাজিয়া লগাই দিয়া ইত্যাদি কাম ৰামলীলাৰ বহুৱাইঁতেহে কৰিছিল। 'জয়' শব্দৰ প্ৰয়োজনেই নোহোৱা হ'ল। জয় শব্দ কেৱল মন জয় কৰাৰ বাবেহে ব্যৱহাৰ হ'ল। কাৰণ শত্ৰুতো আৰু নাই—এয়ে ৰাজৰাজ্য।)

জলজ বিলোচন শ্যামল গাতহিঁ।
পলক নয়ন ইব সেবকত্ৰাতহি।।

(পদ্মলোচন শ্ৰীৰামচন্দ্ৰৰ শৰীৰ শ্যামল। চকুৰ পতাই যেনেদৰে চকুক ৰক্ষা কৰি থাকে তেনেদৰে শ্ৰীৰামচন্দ্ৰই ৰক্ষা কৰি থাকে নিজৰ প্ৰিয় প্ৰজাসকলক।)

এটা নটে থিয় হৈ নৃত্য কৰি চিঞৰি উঠিল—

"সন্ত অসন্তনহ কৈ অসি কৰণী।
জিমি কুঠাৰ চন্দন আচৰণী।।
কাটই পৰসু মলয় সুনু ভাঈ।
নিজ গুণ দেই সুগন্ধ বসাঈ।।"

(শ্ৰীৰামচন্দ্ৰই কয়, সাধু আৰু অসাধুৰ সংগ কুঠাৰৰ দৰে। কুঠাৰে চন্দনৰ গছ ঘপিয়ালেও সেই চন্দন গছেই কুঠাৰক সুগন্ধি বিলায়।)

গান-বাজনা, হৈ-হাল্লা, হাঁহি-তামাচাৰ মাজেৰে বাছ আহি ৰাক্সোলত উপস্থিত হ'ল। শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণে এইবাৰ মুন্সীটোক নিৰ্দেশ দিলে যাতে সকলোৰে পাছপ'ৰ্টবোৰ জমা কৰি লৈ আহে। কি ঠিক, 'বেপাৰ সন্ধিৰ' গতিৰোধৰ বাবে প্ৰত্যেকজন ভাৰতীয় যাত্ৰীকো তন্ন-তন্নকৈ পৰীক্ষা কৰিব পাৰে। আগেয়ে ভাৰতীয় যাত্ৰীৰ পাছপ'ৰ্ট তেনেদৰে চোৱা নহৈছিল। বিদেশী যাত্ৰীৰ অৱশ্যে কথা বেলেগ।

মুন্সীয়ে কান্ধত খদ্দৰৰ বেগ লৈ প্ৰত্যেকজন যাত্ৰীৰ ওচৰলৈ গৈ এখন

এখনকৈ পাছপ'র্টবোৰ জমা কৰিবলৈ ধৰিলে। সি চিঞৰি চিঞৰি সকলোকে সজাগো কৰি দিলে—"বাৰখন দুৱাৰৰ ভিতৰত মাত্ৰ দুখন দুৱাৰ মুকলি হৈ আছে। নেপালত সোমাব পৰা মাত্ৰ দুখন দুৱাৰ খোলা আছে। কাগজ-পত্ৰ লৈ সকলো সাজু হোৱা...।"

ৰামলীলা মণ্ডলীৰ ছাত্ৰ এজনে প্ৰশ্ন কৰিলে—"কেন্দ্ৰত যোৱা দুদিনৰ পৰা জনতা দলৰ ৰাজ হৈছে। কি ঠিক, বাৰখন দুৱাৰেই কিজানি খোলা হৈছে?"

... বিদেশী ভ্ৰমণকাৰীসকল নিজৰ লগত অনা কেমেৰা, টেপ ৰেকৰ্ডাৰ ইত্যাদি 'ডিক্লেৰ' কৰিবলৈ উলিয়াই ল'লে। ওপৰৰ পৰা বেগ নমোৱাৰ হুৰমুৰণি লাগি পৰিল।

গোটেইজাক যাত্ৰীয়ে আহি ইমিগ্ৰেশ্যন ছাউনীৰ ওচৰত থিয় হ'ল। সীমাৰ মাজেৰে চলাচল কৰা ট্ৰাকবোৰ শাৰী পাতি থিয় হৈ আছে। কিছুমানৰ পৰা বস্তু নমোৱা আৰু কিছুমানত ল'ড কৰাৰ পৰ্ব চলি আছে। এইখিনিতে ৰাক্সোলৰ ভক্ত কিছুমানে এই যাত্ৰীসকলক বেৰি ধৰিলে। তেওঁলোকে হাতত নাৰ্জি ফুলৰ মালা লৈ আহিছে। বিবাহ-পঞ্চমী উৎসৱলৈ অহা বুলি গম পাইছিল—তেওঁলোকে সকলোকে এডাল মালা পিন্ধাই দিলে। এক হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হ'ল কিছু সময়।... "আমি সকলোৱে ইয়াত চাহ-জলপান খাই লোৱা ভাল হ'ব। তোমালোকে গাড়ীৰ পৰা নমাৰ লগে লগে বাওঁহাতে ৰাস্তাৰ দাঁতিত চাইনব'ৰ্ড এখন পাবা। পঢ়িবা" শাস্ত্ৰী মহাৰাজে সকলোকে সোঁৱৰালে। গোটেইজাকে হুলস্থূলকৈ আহি চাইনব'ৰ্ডখনৰ ওচৰত থিয় হ'ল। শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকলে ধৰা-মেলা কৰি অন্ধ সন্ন্যাসী প্ৰভুপদক লৈ ফুৰিছিল। অত্যন্ত ভাগৰ লগা বাবেই হওক নাইবা আন কিবা কাৰণতেই হওক, সন্ন্যাসী প্ৰভুপদে এই মুহূৰ্তত অট্টহাস্য কৰি উঠা-নাই।

সকলোৱে চাইনব'ৰ্ডখন পঢ়িলে। তাত লিখা আছে—"নেপালৰ পৰা বিদেশী বস্তু অনা নিষেধ। নেপালতে তৈয়াৰ কৰা ষ্টেইনলেছ ষ্টিলৰ বাচন ইত্যাদি যদি অবৈধভাৱে সীমা পাৰ কৰি অনা হয় তাক কাষ্টম অনুসাৰে বাজেয়াপ্ত কৰা হ'ব।"

আৰু কিছু কথা লিখা আছে। সেইবোৰ পঢ়িবলৈ যাত্ৰীসকলে আৰু আগ্ৰহ নকৰিলে। বিদেশী আলহীসকলৰ বাহিৰে বাকী সকলোৱে চাহৰ দোকানৰ পিনে ঢাপলি মেলিলে। এজাক বিচিত্ৰ মানুহৰ ঠেলা-হেঁচাত বিৰ দি বাট নোপোৱাৰ দৰেই অৱস্থা হৈছে। কত ধৰণৰ যে মানুহ। চকুত ক'লা চশমা,

মলিয়ন হাফপেণ্ট, পৰিষ্কাৰ হাফপেণ্ট, বিচিত্ৰ জিনছ, ক'ৰ্ডৰ পেণ্ট, বগা-ক'লা -যেঁহু বৰণীয়া কত যে মানুহ! ওখ, চাপৰ, শকত, ক্ষীণ... শুনা যায় তস্কৰইঁতৰ বাবে এয়া স্বৰ্গপুৰী।

অন্ধ সন্ন্যাসী প্ৰভুপদে এইখিনিতে অট্টহাস্য কৰি উঠিল—হাঃ হাঃ হাঃ।

ৰাক্সোল এৰি অহাৰ সময়ত সকলোৱে ভাৰত-নেপাল সীমাৰ ভব্য তোৰণখনলৈ চালে। সকলো ভক্তই জয়ধ্বনি দি উঠিল ঃ

*জয় জানেকীৰ জয়।*

*জয় মৈথিলীৰ জয়।*

*জয় বৈদেহীৰ জয়।।*

সীমাত অৱস্থিত এই প্ৰকাণ্ড তোৰণৰ ৰং হাতীৰ দাঁতৰ বৰণৰ। মুগাবৰণীয়া ৰঙেৰে অংকিত কৰা লতা আৰু ফুলে এই স্থায়ী তোৰণৰ সৌন্দৰ্য বৃদ্ধি কৰিছে হাতী, পদুম ফুল আৰু দেৱী লক্ষ্মীৰ ছবিয়ে। সন্মুখৰ পিনে বহি যোৱা কোনোবা এটাই ক'লে 'জগৎগুৰু শ্ৰীশংকৰাচাৰ্যই এই দুৱাৰ মুকলি কৰিছে। জয় জগৎগুৰুৰ জয়।' পাৰ হোৱাৰ লগে লগে আকৌ সকলোৱে চিঞৰি উঠিল ঃ

*জয় মিথিলা অধিপতি*

*ৰজা জনকৰ জয়।*

*জয় মৈথিলীৰ জয়।*

এইখিনি সময়ে শাস্ত্ৰী মহাৰাজে ৰাক্সোলত উঠা এক নতুন ব্যক্তিক পৰিচয় কৰি দি ক'লে—"এয়া আমাৰ পুৰণা ভক্ত হৰিওম মহোদয়। আপোনাসকলে নাজানে হয়তো তেওঁ ৰাক্সোলৰ শ্ৰীৰাম মন্দিৰৰ পৃষ্ঠপোষক। এই মন্দিৰ নতুনকৈ সজা হৈছে।" সকলোৱে ৰাক্সোলত উঠা এই নতুন ভক্তজনৰ মুখলৈ চালে।

তেওঁৰ বয়স কিমান হৈছে ধৰা নাযায়। পঞ্চাছো হ'ব পাৰে, ষাঠিও হ'ব পাৰে। মূৰত ঘন চুলি। কিছুমান পকিছে, কিছুমান কেঁচা। আটিল দেহ, জোঙা নাক। চকুত ডাঠ ফ্ৰেমৰ চশমা। তেওঁ সন্ন্যাসীৰ দৰে সাজ-পোছাক পিন্ধা নাই। কুৰ্তা-পাঞ্জাবীহে পিন্ধিছে। হাতত এটা মালাৰ মোনা। তেওঁ অহৰহ মালা জপ কৰি আছে। তিনিজন বহিব পৰা আসনত শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণৰ সৈতে এই নতুন ভক্ত হৰিওমো সহজ হৈ বহিল।

## ৰাণীসতীৰ মন্দিৰত

বীৰগঞ্জৰ ৰাণীসতীৰ মন্দিৰৰ গাতে লাগি থকা চৰাইখানা এটাৰ সম্মুখত গধূলি বাছ আহি ৰ'ল। ৰাতি ইয়াতেই থকাৰ বন্দবস্ত হৈছিল। সকলোৱে নিজৰ স্থান ল'বলৈ ঢাপলি মেলিলে।

শাস্ত্ৰী মহাৰাজে চিঞৰি চিঞৰি ক'লে—"মহিলাসকলৰ বাবে ৰাণীসতী মন্দিৰৰ গাতে লাগি থকা কোঠাত ব্যৱস্থা কৰা হৈছে। সকলোৱে নিজে নিজে গৈ স্থান ঠিক কৰি লওক।"... বাছৰ পৰা বস্তু-বাহানি নমোৱা, খোৱা-লোৱা কৰা ইত্যাদিৰ হুৰমুৰণি লাগি পৰিল।

মুখ-হাত ধুই খোৱা-লোৱা কৰি যেতিয়া কমলাদেৱী শুবলৈ আহিল তেতিয়া তাই দেখিলে—এলিজাবেথ নিজৰ শিশুটোক লৈ বৰ ব্যস্ত হৈ পৰিছে। সি ক'ৰবাত কিবা বেয়া বস্তু খাই শৌচ কৰিবলৈ আৰম্ভ কৰিছে। তাক শৌচাগাৰলৈ নি নি এলিজাবেথ একেবাৰে হায়ৰাণ হৈ পৰিল। আনকি ৰাস্তাতো দুই-তিনিবাৰকৈ বাছ ৰখাবলগীয়া হৈছিল।

নাই, কমলাদেৱীয়ে আৰু শুব নোৱাৰিলে। যোৱাৰাতিও তাই ভালদৰে শোৱা নাই বাবে বাঁছত টোপনিয়াই টোপনিয়াই আহিছিল। তাই ৰাণীসতীৰ মন্দিৰৰ পিনে আগুৱাই গ'ল—পূজা-অৰ্চনা হৈ গৈছিল যদিও মন্দিৰ খোলা আছিল। মন্দিৰৰ প্ৰাংগণত ৰাস্লোলত নতুনকৈ উঠা ভক্ত হৰিওম আৰু জাৰ্মান চাহাব কাপে তৰ্কাতৰ্কি কৰিবলৈ আৰম্ভ কৰি দিছিল। এৰা, এক নাৰীৰ বধ্যভূমিৰ ওপৰত এই মন্দিৰ! সৌৱা সকলোৰে সম্মুখত ৰাণীসতীৰ এক ভব্য শ্বেত মাৰ্বলৰ মূৰ্তি থিয় হৈ আছে—মৃতস্বামীৰ মূৰ কোলাত লৈ আছে ৰাণীসতীয়ে। সতীৰ কপালত তেজৰ দৰে সানি থোৱা আছে সেন্দূৰ। অকল কপালেইনে? গোটেই গাত সানি থোৱা আছে ৰঙা তেজবৰণীয়া সেন্দূৰ। কোনোবাই তেওঁক যেন জখম কৰিছে, হোলোকে হোলোকে বৈ আহিছে দেহৰ তেজ। মন্দিৰৰ ভব্য স্তম্ভ এটাৰ ওচৰলৈ আহি কমলা বহিল। কমলাৰ কাণত থহৰ-থহৰকৈ উইলয়াম কাপৰ প্ৰশ্ন কিছুমান পৰিল—"সতী মানে কি? ৰামায়ণৰ গোটেইবোৰ পাত্ৰীয়েই সতীনে?"

হৰিওম মহোদয়ে উত্তৰ দিয়াৰ সময়ত থতমত খাবলগীয়া হ'ল। ক'লে—কোনো ব্যভিচাৰী নাৰীক বাল্মীকিয়ে স্থান দিয়া নাই। বৰঞ্চ ভৰ্ৎসনা আৰু তিৰস্কাৰহে কৰিছে ব্যভিচাৰক। উন্মুক্ত কণ্ঠেৰে তেওঁ ভৰ্ৎসনা কৰি কৈছে—"পৰৰ স্ত্ৰী বিহ মিহলোৱা ভোজনৰ দৰে। তব ভাৰ্য্যান মহাবাহো ভক্ষৰ বিষকৃতন

যথা। কিষ্কিন্ধ্যা কাণ্ডৰ ছয় নম্বৰ অধ্যায়ৰ আঠ নম্বৰৰ শ্লোক পঢ়ি চাব, চাহাব।”

উইলিয়াম কাপে মাটিত পাৰি থোৱা ‘কালীনত’ সহজ হৈ বহিল আৰু বৰ উৎসাহেৰে ক’লে—“শুনা মোক ৰামায়ণৰ আটাইতকৈ আকৰ্ষণ কৰা নাৰীগৰাকী হৈছে তাৰা।”

“তাৰা? বিস্ময়কৰ। জানেনে চাহাব, অনেক ভাৰতীয় কবিয়ে তাৰাক দূৰৈলে ঠেলি-হেঁচুকি থ’ব খোজে। স্বয়ং তুলসীদাসে তাৰাৰ কথা উল্লেখহে মাথোঁ কৰিলে, বহলাই ক’বলৈ সংকোচ কৰিলে।”

ৰাস্তোলত উঠা নতুন পণ্ডিত সহজে এৰি দিয়া মানুহ নহয়। ক’লে—“ৰামায়ণে পতিব্ৰতাকেই হয়তো সতী আখ্যা দিছে। সীতা, অনসূয়া, মন্দোদৰী, কৌশল্যাকে আদি কৰি সকলো পতিব্ৰতা সতী। সীতাই হুমুনিয়াহ কাঢ়ি কৈছে—“শুনা ৰাৱণ, জগতৰ ঈশ্বৰ শ্ৰীৰামচন্দ্ৰৰ বাহুত মই মূৰ থৈ বিশ্ৰাম লৈ আহিছোঁ। এতিয়া মই অন্য এজনৰ বাহু কেনেকৈ ব্যৱহাৰ কৰোঁ? আৰু সেই ৰাক্ষস ৰাৱণ? শুনক চাহাব, আপুনি ৰামায়ণ মণ্ডলীত চামিল হৈছে যেতিয়া সুন্দৰাকাণ্ডৰ বাইছ নম্বৰ অধ্যায়ৰ শেষৰ শ্লোকসমূহ পঢ়ি চাব—চব ফটফটীয়া হৈ পৰিব। আনকি ৰাক্ষস সমাজতো পতিব্ৰতাৰ প্ৰতি সকলো সজাগ আছিল। ৰাক্ষসৰাজে সীতাক বশ কৰাবলৈ নিজৰ প্ৰেয়সীসকলক আদেশ দি কৈছিল—“যোৱা তোমালোক সকলোৱে একত্ৰিত হৈ সীতা যাতে মোৰ প্ৰতি অনুৰক্ত হয় তাৰ বাবে চেষ্টা কৰা। সান্ত্বনা দি স্নেহেৰে নাইবা নিষ্ঠুৰ দণ্ড দি হ’লেও মোৰ প্ৰতি অনুৰক্ত কৰোৱা।” শেষত সকলো চেষ্টা খোলাকটিৰ তাল হোৱাত ৰাৱণে সীতাক হত্যা কৰিবলৈ উদ্যত হওঁতেই ধ্যানমালিনীয়ে লৰি গৈ ৰাৱণক সাবটি ধৰি কৈছিল—“তুমি মোৰ লগত প্ৰেম কৰা। মানৱী সীতাৰ কপালত তোমাৰ ঐশ্বৰ্য-বিভূতি লিখা নাই। ইচ্ছা নকৰা নাৰীক ভোগ কৰিলে নিজৰ শৰীৰহে দগ্ধ হয়। আগ্ৰহী প্ৰেমিকাইহে প্ৰকৃত আনন্দ দিয়ে।” ধ্যানমালিনীয়ে এইবুলি সীতাৰ ওচৰৰ পৰা কামবিভোৰ ৰাৱণক আঁতৰাই অন্তেষপুৰলৈ লৈ গৈছিল।”

উইলিয়াম কাপে বৰ কৌতূহলেৰে হৰিওম মহাশয়ৰ কথা শুনি আছিল। তেওঁ ক’লে—“তেতিয়াহ’লে সেই দশস্কন্ধ, বিকট বদন ৰাৱণৰ বাবে প্ৰাণ দিব পৰা অজস্ৰ সতী নাৰী আছিল?”

“হয় চাহাব। দেৱ, গন্ধৰ্ব আদি অজস্ৰ নাৰীয়ে ৰাৱণৰ বাবে প্ৰাণ দি পাৰিছিল। সেইসকল সতীয়েই আছিল। চাহাব, লংকাকাণ্ডৰ ১১২ নম্বৰ অধ্যায়টো পঢ়িলেই গম পাব। আপুনিতো সংস্কৃত পঢ়িছে চাহাব?”

"পঢ়িছোঁ। পঢ়িছোঁ।"

"যুদ্ধক্ষেত্ৰত ৰাৱণৰ মৃত্যু হোৱা বুলি শুনি পোৱালি হেৰোৱা বাঘিনীৰ দৰে ৰাৱণৰ পতিব্ৰতা পত্নীসকলে কোঁ-কোঁৱাই যুদ্ধভূমিত উপস্থিত হৈছিল। বাল্মীকিয়ে কৈ গৈছে ঃ সৰি পৰা বনৰ লতাৰ দৰে এইবোৰ নাৰী ৰাৱণৰ মৃতদেহৰ ওপৰত উবুৰি হৈ পৰিছিল। তেওঁক আলিংগন কৰিবলৈ সিহঁতে ঠেলা-হেঁচা লগালে। কোনো কোনো লুণ্ঠিত হৈ মাটিত বাগৰি পৰিল। বৰফৰ পানীত যেনেদৰে পদুম ফুল ধূসৰ হৈ পৰে ঠিক তেনেদৰে ৰাৱণৰ মুখমণ্ডলো এই পতিব্ৰতা নাৰীহঁতৰ চকুলোৱে ধূসৰ কৰি তুলিছিল।"

উইলিয়ামে বাঃ বাঃ দি ক'লে ঃ "দহটা মূৰ থকা ৰাৱণক পদুমৰ লগত তুলনা?"

"শুনক শুনক, পতিব্ৰতা মন্দোদৰীৰ বিলাপৰ কাহিনী লংকাকাণ্ডৰ প্ৰায় নব্বৈটা শ্লোকৰ মাজত সিঁচৰতি হৈ আছে। ৰাৱণৰ মৃত্যুৰ শোকে মন্দোদৰীৰ বুকু ফালি দুফাল কৰি দিছে। মন্দোদৰীয়ে কৈছিল—"সৌন্দৰ্য আৰু ৰূপত সীতাতকৈ মইতো কম নাছিলো? মোৰ জন্ম হৈছিল উত্তমকুলত। কাৰণ নোহোৱাকৈতো এই মৃত্যু অহা নাই। সীতা তোমাৰ মৃত্যুৰ কাৰণ হ'ল। সীতাই এতিয়া মনৰ সুখত ৰামৰ সৈতে সময় অতিবাহিত কৰিব আৰু মই হতভাগিনী মন্দোদৰীয়ে শোক সাগৰত ডুব দিলো। হে প্ৰাণনাথ ৰাৱণ, তুমি মোক লৈ কত দিব্য কানন, উচ্চ পৰ্বত ভ্ৰমণ কৰি ফুৰিছিলা। মই বিচিত্ৰ মালা, সুন্দৰ পোছাক পিন্ধি তোমাৰ সৈতে কত ৰমণীয় দেশ ভ্ৰমণ কৰিছোঁ। বুজিব পাৰিছোঁ, ৰাজপাট পদ্মপত্ৰৰ পানীৰ দৰে খন্তেকীয়া। এই সকলোকে মই ধিক্কাৰ দিছোঁ। হে ৰাৱণ, তুমি সৌন্দৰ্যত পদুমফুলৰ তুল্য আছিলা। শৰীৰৰ লাৱণ্য তোমাৰ চন্দ্ৰৰ দৰে আছিল, সোণৰ দৰে উজ্জ্বল আছিল শৰীৰৰ বৰণ, তোমাৰ ভ্ৰূ উন্নত, সুন্দৰ তোমাৰ নাক। আহ, মদিৰালয়ত মদ্যপান কৰাৰ পাছত তোমাৰ দীপ্তিমান চকুৰ প্ৰভাৱত তোমাৰ সৌন্দৰ্য আৰু বৃদ্ধি হৈছিল। উঠা উঠা প্ৰিয়তম, সৌৱা আজি নিৰ্ভয়ে সূৰ্যৰশ্মি লংকা নগৰত প্ৰৱেশ কৰিছে। আজি তোমাৰ সূৰ্যতুল্য অস্ত্ৰ খণ্ড খণ্ড হৈ যুদ্ধভূমিত পৰি আছে। আহ, মোৰ এই হৃদয় কিয় সহস্ৰ টুকুৰা হৈ ভাঙি পৰা নাই?" ৰাম্লোলৰ হৰিওম মহোদয় ৰ'ল, ক'লে—চাহাব, মন্দোদৰীৰ বিননিয়ে আপোনাৰো চকুলৈ লোতক আনিব। মন্দোদৰীয়ে অনেক কথা কৈছিল...।"

ঠিক এইখিনি সময়তে মন্দিৰৰ স্তম্ভত আঁউজি বহি থকা কমলাই চিঞৰি

উঠিল— "আমাৰ পুব প্ৰান্তৰ কবিসকলেও ৰাৱণৰ মৃত্যুত তেওঁৰ প্ৰিয় পত্নীসকলৰ ছবি বৰ মনোমোহাকৈ দেখুৱাইছে। মাধৱ কন্দলীয়ে ছন্দেৰে বৰ্ণনা কৰিছে ঃ

"দশ নাৰী কান্দে দশো মুখে চুমা পাৰি।
হৃদয়তো পৰি ক'তো শোকাকুলভাৱে।
ৰাৱণৰ হাতে আপোনাকো সাৱটাৱে।
কেশ আজোৰয় ক'তো সাৱটয় মাথে।"

হৰিওম আৰু উইলিয়ামে বৰ মনোযোগেৰে কমলাৰ কথা শুনিলে। উইলিয়াম কাপে ইমান সময় কমলালৈ ভালদৰে চোৱা নাছিল। এইবাৰ যেন কিবা এটা নতুন বস্তুহে তেওঁ আৱিষ্কাৰ কৰিলে ঠিক তেনেদৰে ট-টকৈ কমলালৈ চালে।

ৰাঙ্গোলত উঠা হৰিওমে এইখিনি সময়তে মাত লগালে—"চাহাব, আপুনি ভাৰতীয় কবিসকলক বিমোৰত পোলোৱা তাৰাৰ কথা সুধিছিল?"

কাপে উৎসাহেৰে ক'লে—"হয় হয়, মোক তাৰাই বৰকৈ আকৰ্ষণ কৰে। তেওঁক বিন্ধ্যৰ এক তটিনীৰ লগত নাইবা দণ্ডকাৰণ্যৰ পম্পা সৰোবৰ নাইবা সুবেল পৰ্বতত অকলশৰে থাকি সুগন্ধি বিলোৱা এক বনৰীয়া পুষ্পৰ সৈতে তুলনা কৰিব মন যায়...বৰ প্ৰাণৱন্ত চৰিত্ৰ, বৰ প্ৰাণোচ্ছল চৰিত্ৰ।"

ঠিক এইখিনি সময়তে টলং-ভটংকৈ ঘূৰি ফুৰা জঁটাধাৰীয়ে ওম বমবম শিৱ, ওম বমবম শিৱ বুলি মোনাত ভৰাই অনা বাঘৰ ছালখন পাৰি পদ্মাসন কৰাৰ দৰে মন্দিৰৰ সোঁমাজত বহি ল'লে। লগে লগে জঁটাধাৰীয়ে ভোৰভোৰাই উঠিল—"মই উত্তৰ কাশী আৰু যমুনাৰ পাৰৰ সতীৰ মন্দিৰবোৰৰ দুৱাৰ তচ-নচ কৰি দিয়া দেখি আহিছোঁ—নাৰী মোৰ্চা বাহিৰ হোৱা দেখিছোঁ। সতীৰ মূৰ্তি উধাও হৈ গৈছে।"

ওম বমবম শিৱ।
ওম বমবম শিৱ।

সকলোৱে ৰাঙ্গোলৰ পণ্ডিত হৰিওমৰ মুখলৈ চালে। তেওঁ তলমূৰ কৰি আছে। তেওঁৰ দেশত অৰ্থাৎ একমাত্ৰ হিন্দু দেশখনতে সতী মন্দিৰৰ পূজা বন্ধ হোৱাৰ জবৰদস্ত কোনো আন্দোলন হোৱা নাই। সতীৰ মূৰ্তি উধাও হোৱা নাই। মন্দিৰ ভাঙি কোনেও পূজাস্থল লণ্ডভণ্ড কৰা নাই ...। সৌ সিদিনালৈকে গোৰ্খাইঁতে সতীৰ জয়জয়কাৰ কৰা নাছিলনে? চিতাৰ জুইৰ পৰা উঠি পলাব

খোজা সতীক শিল দলিয়াই মৰা নাছিলনে? .....কত ভয়ানক দৃশ্যৰ কথা কৈ গৈছে বগা চাহাবহঁতে।

উইলিয়াম কাপে ক'লে—"মোক তাৰাৰ কথা কোৱা।"

"তাৰা?"

জঁটাধাৰীয়ে আকৌ এবাৰ চিঞৰি উঠিল—

বমবম। শিৱ শম্ভু ।

বমবম । শিৱ শম্ভু।

তাৰ পাছত তেওঁ ক'লে, "মদিৰাত আসক্ত আছিল তাৰা। সমাজত তাৰাৰ সৌন্দৰ্য চৰ্চা হৈছিল। বাল্মীকিয়ে কত ধৰণে সম্বোধন কৰিছে তাৰাক—চন্দ্ৰনয়নী, চাৰুহাসিনী, প্ৰিয়দৰ্শনী। বাল্মীকিয়ে যুদ্ধভূমিলৈ যোৱা তাৰাৰ ৰোদনক অনেক শ্লোকেৰে গাঁথি ৰাখিছে। যুদ্ধভূমিৰ বালিবধৰ দৃশ্য বৰ লোমহৰ্ষক। তাৰাৰ বিলাপ অত্যন্ত মৰ্মান্তিক। এঠাইত তাৰাই ভৱিষ্যতৰ ভয়ত আৰ্তনাদ কৰি উঠিছে—"মোৰ হৃদয় লোহাতকৈ কঠিন বাবেই প্ৰিয়স্বামীক মৃত অৱস্থাত দেখিও ই বিদীৰ্ণ হোৱা নাই। পতিহীনা নাৰী পুত্ৰৱতী ঐশ্বৰ্যশালিনী হ'লেও বিধৱা বুলিয়েই কোৱা হয়।" যুদ্ধভূমিত পৰি থকা বালীক আলিংগন কৰিব খুজিও পৰা নাছিল এইবাবেই যে শ্ৰীৰামচন্দ্ৰই মাৰি পঠিওৱা এক প্ৰচণ্ড বাণ বালীৰ বুকুত পোত গৈ আছিল। তাৰাক বিহ্বল দেখি নীল বান্দৰে জঁপিয়াই আহি সেই ভুজংগমৰ দৰে তীক্ষ্ণ বাণ তাৰাৰ চকুৰ সম্মুখতে টানি উলিয়ালে ।.......আৰু তাৰা? কবিয়ে কৈছে—তাৰাই চকুৰ লোতকেৰে বালিত ক্ষত স্থান ধুই দিলে। ....উঃ। ইয়াৰ পাছত তাৰাৰ কি যে বিলাপ।"

উইলিয়াম কাপ কৌতূহলী হৈ উঠিল।

ওম বম শিৱ। ওম বম শিৱ। জঁটাধাৰীয়ে আৰ্তনাদ কৰি উঠিল ...."শুনক। তাৰাই ৰামচন্দ্ৰক কৈছিল—তুমি যি বাণেৰে মোৰ স্বামীক হত্যা কৰিলা সেই বাণেৰে আজি মোকো হত্যা কৰা। বালীয়ে মোৰ বাহিৰে অন্য স্ত্ৰীক উপভোগ কৰা নাই। তেওঁ স্বৰ্গৰ অপ্সৰাসকলৰ লগতো ৰমণ কৰিব নোৱাৰিব। শুনা ৰামচন্দ্ৰ, সীতাক হেৰুৱাই যিদৰে তুমি হিমালয়ৰ প্ৰান্তত অৱস্থিত মনোৰম দেশসমূহ ভ্ৰমণ কৰিব পৰা নাই, ঠিক তেনেদৰে বালীয়েও মোৰ অবিহনে স্বৰ্গৰাজ্যত সুখ ভোগ কৰিব নোৱাৰে। ৰাম, তুমি মোক হত্যা কৰা। মোক হত্যা কৰিলেও স্ত্ৰীবধ পাপে তোমাক চুব নোৱাৰে, কাৰণ বালী আৰু মই অভিন্ন আত্মা।"

হাঃ হাঃ হাঃ.......প্ৰভুপাদৰ অট্টহাস্যত সকলো উচপ খাই উঠিল। তেওঁক কেতিয়াও আনি মন্দিৰৰ একোণত বহুৱাই থৈ গৈছিল কোনেও ধৰিব পৰা নাছিল।

জঁটাধাৰীয়ে আকৌ চিঞৰি উঠিল—

বম। বম। শিৱ।

বম। বম। শিৱ।।

"এই তাৰায়েই কিছুদিনৰ পাছত আকৌ সুগ্ৰীৱৰ অন্তেষপুৰত মদ্যপান কৰি একেবাৰে টং হৈ পৰিছিল। .....সেই তাৰা যিয়ে বালীৰ বিৰহত প্ৰাণ উৎসৰ্গ কৰিব খুজিছিল তেৱেঁই মদিৰাত আসক্ত হৈ সুগ্ৰীৱৰ প্ৰেমত মত্ত হৈ পৰিছিল।"

.....বম। বম। বম।। বম। বম। বম।।

ৰাস্কোলত পণ্ডিত হৰিওম চিঞৰি উঠিল —"সেই বান্দৰ মনুষ্য জাতিয়েই আছিল, দক্ষিণ ভাৰতত হয়তো সভ্য জাতিয়েই আছিল। আৰ্যসকলৰ দৰে চাক-চিক্য নহ'লেও নিজৰ এক সংস্কৃতি আছিল এই জাতিৰ। সিহঁতক কোনো কোনো পণ্ডিতেতো ভাৰতৰ আদিম জাতি বুলিয়েই কৈছে। এই জাতিৰ নিয়ম পালন কৰিছে তাৰাই—সুগ্ৰীৱৰ প্ৰেম গ্ৰহণ কৰি কিষ্কিন্ধ্যাৰ সিংহাসন নিজৰ পুত্ৰৰ বাবে সুৰক্ষিত কৰি লৈছে। নিজৰ 'কাঞ্চিদাম বিস্তৃত' কৰি পুৰুষক সৌন্দৰ্য আৰু মেধাৰে বশ কৰাৰ প্ৰক্ৰিয়া কৰায়ও কৰা তাৰাক সতীৰূপে বৰ্ণোৱা শ্লোক সকলোৰে মুখে মুখে প্ৰতিধ্বনিত হৈ আছে ঃ

অহল্যা দ্ৰৌপদী কুন্তি
তাৰা মন্দোদৰী স্তথা।
পঞ্চকন্যা স্মৰে নিত্যম
মহাপাতক নাশকম।

মহাপাতকৰ পৰা উদ্ধাৰ পোৱাৰ উপায় হৈছে তাৰাৰ নাম। .....নিজৰ 'কাঞ্চিদাম বিস্তৃত' কৰি পুৰুষ মোহিব খোজা তাৰাৰ চৰিত্ৰ জানিবলৈ হ'লে কিষ্কিন্ধ্যা কাণ্ডৰ অনেক শ্লোক পঢ়িব লাগিব, জঁটাধাৰী। কৰ্তব্য পালনত অৱহেলা কৰা সুগ্ৰীৱ লক্ষ্মণ প্ৰচণ্ড ৰোষৰ পৰা ৰক্ষা কৰা, প্ৰেম আৰু মদিৰাত আসক্ত সুগ্ৰীৱৰ দোষ ঢাকিবলৈ গৈ অপ্সৰা ঘৃতাচী আৰু ঋষি বিশ্বামিত্ৰৰ কথা উল্লেখ কৰা—তাৰো এক ৰহস্য আছে জঁটাধাৰী। অনেক কথাৰ গূঢ় ৰহস্য আছে।"

জঁটাধাৰী আৰু ৰাস্কোলৰ পণ্ডিতৰ তৰ্ক চলি আছিল যদিও উইলিয়ামৰ

চকু বাৰে বাৰে স্তম্ভত আঁউজি বহি থকা কমলাদেৱীৰ ওপৰত পৰিছিল।.....এইখিনি সময়তে শাস্ত্ৰী মহাৰাজ আৰু তেওঁৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰায়ণে চিঞৰি ক'লে—'উঠা উঠা, মন্দিৰৰ পৰা উঠা এতিয়া। কিছু সময় বিশ্ৰাম লোৱা। আমি ব্ৰহ্মমুহূৰ্ততে জনকপুৰ পাব লাগিব।'

দুয়ো চাপৰি বজাই সকলোকে মন্দিৰৰ প্ৰাংগণৰ পৰা উঠি যাবলৈ সংকেত দিলে।

.......সকলোৱে হুৰমুৰকৈ উঠি থিয় হ'ল। প্ৰভুপদক ট্ৰাষ্টৰ ছাত্ৰইঁতে আহি ধৰা-মেলাকৈ তুলি নিলে। জঁটাধাৰীয়ে বস্তু-বাহানি সামৰি ওম বম শিৱ, ওম বম শিৱ বুলি বিশ্ৰাম ল'বলৈ ঢাপলি মেলিলে।

উইলিয়াম কাপে স্তম্ভটোৰ ওচৰত থকা কমলাৰ ওচৰত আহি থিয় হ'ল। ক'লে—"সকলো উঠিল। তুমি উঠা নাই?"

তাই উইলিয়ামৰ মুখলৈ মূৰ তুলি চালে। হঠাৎ উইলিয়ামে আগুৱাই গৈ তাইৰ হাতখন নিজৰ হাতৰ মুঠিলৈ ল'লে।.....সকলোৰে সম্মুখতে এই জাৰ্মান পণ্ডিতে তাইৰ হাতখন ওঁঠৰ ওচৰলৈ নি চুমা খালে।

কিংকৰ্তব্যবিমূঢ় কমলাই একমুহূৰ্ত সময় স্তব্ধ হৈ ৰ'ল। তাৰ পাছত তাই ক'লে—"মোৰ এই হাতখন চুব নালাগে, সৌজনী সতীলৈ চাওক—গালে-মুখে তাইৰ তেজ, ভালকৈ চাওক...."

উইলিয়াম কাপে মূৰ দাঙি স্বামীৰ মূৰ কোলাত লৈ থকা সতীৰ মূৰ্তিটোলৈ চালে। গায়ে-মূৰে সেন্দূৰ ঘঁহি থোৱা সতী। সেন্দূৰ নহয় যেন তেজ। সতী নহয় যেন এটি হৰিণা পহু—যাঠিৰে সৰ্বশৰীৰ খুচি খুচি ঘাইল কৰি থৈছে।

কাপ চাহাবে নতুনকৈ চোৱাৰ দৰে আকৌ এবাৰ হতভম্ব হৈ মূৰ্তিটোলৈ চাই ৰ'ল।

হুংকাৰ কৰি উঠিল শাস্ত্ৰী মহাৰাজে —"শ্ৰীৰামচন্দ্ৰই এই যাত্ৰাসমূহলৈ সকলোকে আনিছে। সেইবুলি এই কথাও নহয় যে ছবিবোৰৰ বিষয়ে মোৰ লগত আলোচনা নকৰিব। এইবাৰ ছবি হাজাৰ হাজাৰ মানুহে চাব। মহাভক্ত ভৰতৰ সম্মুখত ৰক্তেৰে ৰঞ্জিত মাংসৰ থাল? ইস। ইস।"

কমিটীৰ সদস্য এজনে সাহ কৰি মাত দিলে—"মহাৰাজ, এইবোৰ বাল্মীকিত থকা কথাকে প্ৰকাশ কৰিছে বগা মেমচাহেবগৰাকীয়ে।"

জাঙুৰ খাই উঠিল শাস্ত্ৰী মহাৰাজ—"প্ৰক্ষেপ। সেইবোৰ প্ৰায় দুহাজাৰ সম্ৰাজ্যৰ উত্থানৰ সময়তে সাগৰ-দস্যুইঁতে অহা-যোৱা কৰা আন্তৰ্জাতিক পথসমূহ মুকলি হৈছিল। তেতিয়াই ৰেচমৰ কাপোৰ, সোম আৰু মদিৰাৰ প্ৰবাহ বৈছিল। দক্ষিণ ভাৰতৰ ভক্তসকলে আমাৰ কমিটীৰ কোষলৈ দুটা পুৰণি ৰোমৰ মুদ্ৰা দিয়াৰ কথা মনত নাই নে স্বামী হৰিনাৰায়ণ?"

"আছে মহাৰাজ? মনত আছে।"

"ৰোমৰ মদিৰা অহাৰ লগে লগে নাৰীও আহি পৰিছিল। এই প্ৰক্ষেপসমূহক লৈ চিত্ৰ অঁকাতকৈ আৰু কত বিষয় আছিল। আহ্। মোৰ নয়ন বল্কলধাৰী শ্ৰীৰামচন্দ্ৰৰ বনগমনৰ চিত্ৰ চোৱাৰ বাবে উত্ৰাৱল হৈ আছে নাইবা কোশলবাসীৰ গৰ্ভজাত পুত্ৰতকৈও প্ৰিয় ৰামচন্দ্ৰৰ দণ্ডক প্ৰৱেশৰ চিত্ৰ চাবলৈ আকুল হৈ আছে। কি কাৰণে এই মেমচাহাবহঁতে এইবোৰ বিষয় লোৱা নাই?"

কমিটীৰ সদস্যসকলে একেলগে কৈ উঠিল—"হয়, মহাৰাজ হয়।"

স্তব্ধ হৈ ৰ'ল ৰ'জমেৰি। তেওঁ হা-না একো নক'লে।

শাস্ত্ৰী মহাৰাজে কিছু অসন্তুষ্ট হোৱাৰ দৰেই আগুৱাই গ'ল। শেষ চিত্ৰখনৰ সম্মুখত তেওঁ স্তব্ধ হৈ ৰ'ল। এইখন আছিল শ্ৰীৰামচন্দ্ৰৰ মৃগয়া কৰাৰ ছবি। শ্ৰীৰামচন্দ্ৰৰ ভৰিৰ কাষত পৰি আছে এক বাণবিদ্ধ হৰিণা। তাইৰ দেহৰ জখমেৰে বৈ আহিছে এটা তেজৰ স্ৰোত। ছবিখনৰ তলত সুন্দৰ 'হৰফেৰে' শ্ৰীৰামচন্দ্ৰৰ উক্তি এটা লেখি থোৱা আছে—"বনৰ পৰা উভতি আহি মই কেতিয়া আকৌ সৰযূৰ পাৰৰ পুষ্পেৰে জাতিষ্কাৰ কাননত মৃগয়া কৰিম? যদিও মৃগয়াই মোক তেনেদৰে আনন্দিত কৰিব নোৱাৰে, ৰাজৰ্ষিসকলৰ অভীষ্টৰ বাবেই মৃগয়াক মই নিষেধ কৰিব নোৱাৰোঁ।" ....শাস্ত্ৰী মহাৰাজৰ দুয়ো নয়নেৰে লোতক সৰি পৰাৰ উপক্ৰম হ'ল। বাল্মীকি ৰামায়ণৰ এইবোৰ কথাও তেওঁ প্ৰক্ষেপ বুলিয়েই ভাবে।

কুৰ্তাৰ পকেটৰ পৰা ৰুমাল উলিয়াই তেওঁ মুখ মচি ল'লে। তেওঁ কমিটীৰ সদস্য দুজনক ক'লে—"এই দুয়োখন চিত্ৰ মোৰ তম্বুলৈ পঠিয়াই দিয়া। এই ঠাইখন ফুলেৰে সজোৱা। ৰ'জমেৰি, তুমি মোৰ তম্বুলৈ আহা।"

মণ্ডলীত চামিল হোৱা কোনো ব্যক্তিৰে স্বাধীনতাত শাস্ত্ৰী মহাৰাজে হস্তক্ষেপ কৰা নাই। সভ্যসকলে ভব্য সমাৰোহত পঢ়া পাণ্ডিত্যপূৰ্ণ পত্ৰসমূহৰ ওপৰত কোনো দিনে তেওঁ হাত ফুৰোৱা নাই? কিন্তু এই ছবি?

# পোলিত চাহাব

জনকপুৰৰ মোজেলিয়া কেম্পৰ তম্বুবোৰত ইতিমধ্যে মানুহৰ ভিৰ হৈছিল। 'বিবাহ-পঞ্চমীৰ' বাবে জনকপুৰ লোকে লোকাৰাণ্য হৈ পৰিছিল। জনকপুৰৰ সীমা তৰাইৰ পৰা আৰম্ভ হৈ হিমালয় স্পৰ্শ কৰিছিল। এয়ে জনকপুৰ য'ত ৰজা জনকে ঋষি যাজ্ঞবল্ক্যৰ সম্মুখত বহি অহৰহ সেই প্ৰশ্ন কৰিছিল। বৃহদাৰণ্যকত ভৰি আছে সেই প্ৰশ্ন। জনক ৰজাই কৰা সেই প্ৰশ্ন—

"পুৰুষে কি জ্যোতিৰ আশ্ৰয়ত থাকি পথভ্ৰষ্ট নহয়?"

"সূৰ্যৰ জ্যোতিৰ।"

"সূৰ্য অস্ত গ'লে?"

"চন্দ্ৰৰ জ্যোতিৰ।"

"চন্দ্ৰ আৰু সূৰ্য দুয়ো অস্ত গ'লে?"

"পুৰুষে যেতিয়া বাকশক্তিৰ আশ্ৰয় লয়। এই বাকশক্তিৰ বলেৰে এজনে আন এজনক আহ্বান কৰিব পাৰিব। পৃথিবীৰ সকলো জ্যোতিৰ সমাপ্তি ঘটিলেও বাক অৰ্থাৎ ভাষাই মানুহক জীয়াই ৰাখিব।"

"কোনো দানব নাইবা শাসকে যদি কোনো কুটিল তন্ত্ৰেৰে বাণীক গাৰ বলেৰে স্তব্ধ কৰে?" ব্যাকুল হৈ ৰজা জনকে কৰিছিল অন্তিম প্ৰশ্ন—"হে ঋষি, যদি বাক্য মৌন আৰু স্তব্ধ হৈ পৰে?"

"পুৰুষে তেতিয়া আত্মাত শৰণ ল'ব। নিজৰ হৃদয়ত শক্তিক দৃঢ়ভাৱে খামুচি ধৰি গভীৰ সংকট পাৰ হ'ব।"

......বৈভৱশালী প্ৰাচীন বিদেহৰ ৰাজধানী জনকপুৰৰ কত নাম—বিদেহ, তিৰভুক্তি, যজ্ঞক্ষেত্ৰ, ক্ৰিয়াপীঠ, বৈজয়ন্ত—কত নাম।

শাস্ত্ৰী মহাৰাজে স্থিৰ কৰিলে সভা আৰম্ভ হোৱাৰ আগেয়ে মণ্ডলীৰ সভ্যসকল জনকপুৰত অৱস্থিত এশতকৈও অধিক মন্দিৰ দৰ্শন কৰাই আনিব। শিৱভক্ত জঁটাধাৰীয়ে ইতিমধ্যে প্ৰদৰ্শন কৰি অহা জনকপুৰৰ চাৰি মহাদেৱৰ গুণানুকীৰ্তন কৰি ক'লে—"আমাৰ মণ্ডলীয়ে জনকপুৰৰ পূবে থকা জলেশ্বৰ, পশ্চিমৰ কপিলেশ্বৰ, দক্ষিণৰ কল্যাণেশ্বৰ মহাদেৱক নমন কৰিহে সভা আৰম্ভ কৰিব।"

ওম। বম। বম। এয়ে জনকপুৰ। তৰাইৰ পৰা আৰম্ভ হৈ সদাশিৱৰ বাসস্থান হিমালয়ৰ বুকু স্পৰ্শ কৰা জনকপুৰ। ওম। বম। বম।

হিমালয়ৰ পৰা নামি আহিছে নাঙঠ সন্ন্যাসীসকল। অনেক ৰজা-মহাৰজা, সাধু-সন্ন্যাসী পলাই আহি এই স্বৰ্গীয় ভূমিত আশ্ৰয় লৈছে। জঁটাধাৰীয়ে সকলোৰে সম্মুখত নৃত্য কৰি গাব ধৰিলে ঃ

"আপনা সিয়াজি কে চমৰ ডোলৈবে
হম মিথিলা মে ৰহবে।।"

(মোৰ নিজৰ সীতাক মই চামৰেৰে বিচিম। মই মিথিলাতেই থাকিম, এৰি নাযাওঁ।)

শাস্ত্ৰী মহাৰাজৰ সম্মুখত গোট খোৱা ভক্তসকলে হাঁহিবলৈ ধৰিলে।

ভট্টৰায়ে অৰ্থাৎ হনুমানে সকলোৰে সম্মুখত দুটামান ওলোটা খৰ মাৰি দোহাৰিলে ঃ

"আপনা সিয়াজি কে চামৰ ডোলৈবে
হম মিথিলা মে ৰহবে।"

সকলোৱে হাঁহিবলৈ ধৰিলে।

আঃ! আঃ! হাতী-ঘোঁৰা যাব, আতচবাজি হ'ব, বন্দুকধাৰীয়ে হাৱাতে বন্দুক মাৰিব। নটুৱাৰ টোলীয়ে নৃত্য কৰি কৰি আগুৱাব। নাংগা সন্ন্যাসীহঁতে জনকপুৰৰ ৰজ সানি বৰসাজি ঘোঁৰাত নিয়া ৰামৰ মূৰ্তিৰ লগত জয় ৰাম সীতা, জয় ৰাম সীতা বুলি আগুৱাব......

জঁটাধাৰীয়ে আকৌ চিঞৰিলে,

ওম, বম। বম।

ওম, বম। বম।

উইলিয়াম কাপ, ৰ'জমেৰি, এলিজাবেথ, মথুৰাৰ ৰাসমণ্ডলীৰ নটহঁত, শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকল, মাধৱানন্দ, কমলাদেৱী সকলো উত্তেজিত। কাৰণ সভা আৰম্ভ হ'বলৈ আৰু বেছি সময় নাই। সকলোৱে সুন্দৰ সাজ-পোছাক পিন্ধি লৈছে।

জঁটাধাৰীয়েও অহৰহ উদং হৈ থকা তেওঁৰ শৰীৰৰ জনকপুৰৰ ৰজ মানি লৈছে।

......হঠাৎ সকলোৰে চকু পৰিল হেফাই-ফোঁপাই অহা শাস্ত্ৰী মহাৰাজৰ মুন্সীটোলৈ। শাস্ত্ৰী মহাৰাজৰ ওচৰলৈ আহি সি আৰ্তনাদ কৰি উঠিল—"বৰ বেয়া খবৰ, বৰ বেয়া খবৰ।" সন্ন্যাসী হৰিনাৰায়ণে তাক গবা মাৰি ধৰি ক'লে— "কি হ'ল? কি হ'ল?"

"পোলিত চাহাবে দেহত্যাগ কৰিলে। কাঠমাণ্ডুৰ বিমান বন্দৰতে পোলিত চাহাবে দেহত্যাগ কৰিলে। তেওঁৰ শেষ ইচ্ছা জনকপুৰ ধামতে হিন্দু নিয়ম মতে তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া হওক। কাইলৈ ৰাতিপুৱাই আহি পাব তেওঁৰ শ।"

শাস্ত্ৰী মহাৰাজ মূৰ্চ্ছিত হৈ মাটিত ঢলি পৰিল।

## অন্ত্যেষ্টিক্ৰিয়া

কুঁৱলীয়ে ঢাকি আছিল কমলা নদীৰ তীৰ। পোলিত চাহাবৰ অন্ত্যেষ্টিক্ৰিয়ালৈ অহা মণ্ডলীৰ সকলো সভ্য থিয় আৰু মৌন আছে। কুঁৱলীৰ মাজত সকলোৰে আকৃতি চিনিব নোৱাৰা হৈ পৰিছে। সকলো যেন একো একোটা ছায়ামূৰ্তি।

সকলোৱে যেন সমস্বৰে চিঞৰি উঠিল—"হয়। হয়। এইবাবেই জনকপুৰ ধূলিৰে ধূসৰিত হৈ পৰিছে।"

.....শাস্ত্ৰী মহাৰাজে চাৰিওফালে চালে। হয়, এই কেম্পৰ চাৰিওফালে সাধু-সন্ন্যাসীৰে ভঁৰি পৰিছে। কিছুমান সম্পূৰ্ণৰূপে নাঙঠ, কিছুমানৰ কঁকালত পশুৰ ছাল। দীঘল ডাড়ি-চুলি। শৰীৰত ভস্মৰ প্ৰলেপ। উটৰ দৰে সিহঁতে চাৰিওফালে পিয়াপি দি ফুৰিছে।

শাস্ত্ৰী মহাৰাজে বৰ বিনয়েৰে কমিটীৰ বিষয়াসকলক ক'লে—"বিদেশী আলহীসকলৰ প্ৰতি বিশেষকৈ চকু ৰাখিবা। নিমন্ত্ৰণ-পত্ৰ পোৱাৰ লগে-লগে তেওঁলোকে নিজৰ গাঁঠিৰ ধন ভাঙি আহে। আমাৰ প্ৰতিনিধিৰ দৰে ইটো লাগে সিটো লাগে বুলি কেতিয়াও চিঞৰ-বাখৰ নকৰে.....সীতাপতি শ্ৰীৰাম তেওঁলোকৰ প্ৰাণতকৈও প্ৰিয়।"

সকলোৱে সমস্বৰে চিঞৰি উঠিল—"হয় মহাৰাজ। আমি সকলো কথা জানো। শ্যামদেশৰ পৰা অহা শ্ৰীমতী পুলথুপিয়াই গোটেই জীৱন ৰামকিয়েন আৰু বাল্মীকি ৰামায়ণ অধ্যয়নতে অতিবাহিত কৰিছে। চীনৰ হান চাহাবে ৰামচৰিত অনুবাদ কৰিছে।"

কমিটীৰ কঁটীয়া গোৰ্খা বিষয়াজনে চিঞৰি উঠিল —"এই বিশ্বসন্মিলনত ৰামকিয়েন আৰু বাল্মীকি ৰামায়ণ অধ্যয়ন হ'বনে মহাৰাজ!"

শাস্ত্ৰী মহাৰাজে আগ্ৰহেৰে ক'লে—"হ'ব। হ'ব। আমাৰ এইবাৰৰ মূল বিষয় 'ৰামায়ণ আৰু আজিৰ সমাজ।' শেষৰ ছেছনসমূহত ৰামায়ণ কাকাবিন, হিকায়ত চেৰীৰাম ৰখা হ'ব।"

কমিটীৰ বিষয়া এজনে বৰ উৎসাহেৰে ক'লে—"প্ৰান্তীয় আৰু বিদেশী কবিসকলৰ হাতত হনুমান—এই বিষয়টোলৈয়ো সময় ৰখা হৈছে। এই ভট্টৰায়ে হনুমানৰ বেশত কমলা নদী পাৰ হোৱা ঘটনাৰ লগত সামঞ্জস্য ৰাখিয়েই লোৱা হৈছে।"

শাস্ত্ৰী মহাৰাজে হাঁহিবলৈ ধৰিলে—"ভট্টৰাইৰ প্ৰদৰ্শন চাবলৈ নিশ্চয় সহস্ৰ লোক গোট খাব।" বিষয়াজনে উৎসাহিত হৈ উঠিল—"হয় শাস্ত্ৰী মহাৰাজ। এইবাৰ বিশ্ব সন্মিলনৰ আকৰ্ষণৰ কেন্দ্ৰই হৈছে মথুৰাৰ ফিৰিংগীৰ দিনৰ পৰা চলি অহা ৰামলীলা মণ্ডলী আৰু হনুমানৰূপী ভট্টৰাই।" কমিটীৰ আন এজন সদস্যই কিৰিলি পাৰি উঠিল—"চাওক মহাৰাজ। ভট্টৰাই থকা তম্বুত ইতিমধ্যে ল'ৰা-তিৰোতা, সাধু-সন্ন্যাসীৰ ভিৰ লাগিছেই।"

শাস্ত্ৰী মহাৰাজে মূৰ তুলি চালে। হয় তম্বুৰ চাৰিওফালে মানুহ।

মনৰ সন্তোষেৰে শাস্ত্ৰী মহাৰাজ বিষয়াকেইজনৰ লগত ৰংগভূমিত পতা সভাগৃহৰ পিনে আগবাঢ়ি গ'ল। তেওঁৰ লগত ছাঁ হৈ গ'ল সন্ন্যাসী হৰিনাৰায়ণ।

সভাগৃহত উপস্থিত হৈ শাস্ত্ৰী মহাৰাজৰ বিস্ময়ৰ সীমা নাথাকিল। উপস্থিত হোৱাৰ লগে লগে ৰ'জমেৰিয়ে সৌৱা তেওঁৰ চিত্ৰসমূহেৰে সভাগৃহ সজাবলৈ আৰম্ভ কৰি দিছেই।

সেই একেই উৎসাহ, একেই আগ্ৰহ। এক মমতা-মিশ্ৰিত শ্ৰদ্ধাৰ ভাৱত গদগদ হৈ পৰিল শাস্ত্ৰী মহাৰাজৰ হৃদয়। শাস্ত্ৰী মহাৰাজক দেখি মুখৰ চিগাৰেট লুকুৱাবলৈ চেষ্টা কৰি অত্যন্ত বিনয়েৰে ৰ'জমেৰিয়ে ক'লে—"এইবাৰ এইখণ্ড ৰাস্তাৰে আহিবলগীয়া হোৱা বাবে মই পাঁচখন চিত্ৰহে আনিব পাৰিলো। জনকপুৰৰ কমিটীয়ে জনাইছিল 'ৰামায়ণৰ ভোজন-চিত্ৰ' বুলিও এটা 'ছেছন' ৰাখিব।"

"ৰামায়ণৰ ভোজন-চিত্ৰ?"

কমিটীৰ সদস্য কেইগৰাকীয়ে সমস্বৰে চিঞৰি উঠিল,—"হয় মহাৰাজ, শেষৰ দিনাৰ কাৰ্যসূচীৰ ভিতৰত ৰামায়ণ ভোজন-চিত্ৰও ৰখা হৈছে।"

হঠাৎ এটা হাঁহি বিৰিঙি উঠিল শাস্ত্ৰী মহাৰাজৰ ওঁঠত। শ্ৰীৰামচন্দ্ৰৰ পৰম-ভক্ত হনুমান পোদ্দাৰে কত কথা লিখি গৈছিল ভোজনৰ বিষয়ে। তেওঁ লিখি যোৱা এক মন্ত্ৰ উচ্চাৰণ কৰি ভোজন ত্ৰুটিৰহিত আৰু পবিত্ৰ কৰাৰ উপায় তেওঁ পাইছিল। শাস্ত্ৰী মহাৰাজে গুণগুণাব ধৰিলে ঃ

*"ওঁম অমৃতোপস্তৰণমসি স্বাহা।*
*ওঁম অমৃতবিধামসি স্বাহা।।"*

ৰ'জমেৰিয়ে আধুনিক আৰ্যভাষাৰে মাধৱ কন্দলিৰ 'সাতকাণ্ড ৰামায়ণ' মহাপুৰুষ শংকৰদেৱে ৰচা উত্তৰাকাণ্ডৰ দুৰ্বাসাৰ চিত্ৰ অংকন কৰিছিল।

শাস্ত্ৰী মহাৰাজকে ধৰি কমিটীৰ কেউগৰাকী সদস্যই 'ভোজন-ভট্ট' ঋষি দুৰ্বাসাৰ ভোজন-প্ৰীতিৰ নমুনা দেখি বৰ আনন্দিত হ'ল। মানুহৰ হাঁহি তোলাবৰ বাবেই অঁকা ঋষিৰ ঢোল যেন পেট, ভোজনৰ প্ৰতি লোলুপ দৃষ্টি, ডাঢ়িয়ে-চুলিয়ে লগা এৰাঁগাখীৰ-দৈ ইত্যাদিৰ চিত্ৰ দেখি তেওঁলোকে হাঁহিবলৈ ধৰিলে।

"বাঃ ৰ'জমেৰি বাঃ" —শাস্ত্ৰী মহাৰাজে তাইক উৎসাহ দিলে।

.....তৃতীয়খন চিত্ৰৰ ওচৰত শাস্ত্ৰী মহাৰাজ তভক খাই ৰ'ল। তেওঁৰ কপালত চিন্তাৰ ৰেখা কেইডালমান স্পষ্ট হৈ উঠিল।

ইস। ইস। ওঁঠেৰে তেওঁৰ অস্ফুট শব্দ কিছুমান বাহিৰ হৈ আহিল। পুংখানুপুংখভাৱে তেওঁ ৰ'জমেৰীৰ চিত্ৰ পৰীক্ষা কৰিবলৈ ধৰিলো । তেওঁৰ তেওঁৰ ছাঁ হৈ ঘূৰি ফুৰা সন্ন্যাসী হৰিনাৰায়ণে ক'লে—"নাই নাই, এইখন চিত্ৰ ইয়াত থ'ব নোৱাৰি।"

এয়া আঁছিল ঋষি ভৰদ্বাজৰ আশ্ৰমৰ এক ভোজ-সভাৰ চিত্ৰ। আঠগৰাকী অপূৰ্ব সুন্দৰী যুৱতীয়ে একো একোজন পুৰুষক নদীৰ তীৰলৈ টানি নিছে স্নান কৰোৱাৰ উদ্দেশ্য। বিশাল নয়না বেশ্যাহঁতে স্নান কৰি অহা পুৰুষসকলক তিতি থকা অংগ আলাসেৰে মচি দি মদ্য সেৱন কৰাবলৈ উদ্যত হৈ উঠিছে...

আন এখন চিত্ৰত অপ্সৰাৰ দ্বাৰা পৰিবেষ্টিত গজাৰোহী, অশ্বাৰোহী, পদাতিক সৈন্যসকলৰ আনন্দৰ ছবি অংকিত কৰা হৈছে। এইসকল সেনাই উন্মাদনাত চিঞৰি উঠিছিল— আমাক অযোধ্যা আৰু দণ্ডক অৰণ্য নালাগে। ভৰতৰ মংগল হওক। ৰামৰো মংগল হওক। এয়ে স্বৰ্গ। এয়ে স্বৰ্গ।

আহ! বিচিত্ৰ ধাতুৰ পাত্ৰত পৰিপূৰ্ণ মদিৰাৰ এয়া কি জলন্ত চিত্ৰ। ঋষি ভৰদ্বাজৰ দ্বাৰা আপ্যায়িত সৈনিকৰ মদমত্ততা আৰু উচ্ছ্বাসৰ ৰ'জমেৰিয়ে অঁকা এক অপূৰ্ব চিত্ৰ। শাস্ত্ৰী মহাৰাজৰ পিছে পিছে অহা কমিটীৰ বিষয়া আৰু ভক্তসকলে উচ্চস্বৰে চিঞৰি উঠিল—বাঃ বাঃ বাঃ।"

ৰ'জমেৰি চাহেবাই বাল্মীকিৰ দাক্ষিণাত্য সংস্কৰণকে অনুসৰণ কৰিছে—হুবহু অনুসৰণ কৰিছে।

শাস্ত্ৰী মহাৰাজৰ কপালত চিন্তাৰ ৰেখা আঁতৰ নহ'ল। চিত্ৰৰ ওচৰত থিয় হৈ তেওঁ সম্পূৰ্ণৰূপে নীৰৱ হৈ পৰিল। সৌৱা আৰু এখন চিত্ৰ।

ধাতুৰ বৃহৎ বৃহৎ বৰ্তনত ব্যঞ্জন সজাই থোৱা আছে। আমৰ ৰসত সিজোৱা

হৈছে এটা বৰাহ। আন এক পাত্ৰত কাটি থোৱা আছে ছাগলীৰ মাংস। এই মাংসৰ টুকুৰাসমূহেৰে তেজৰ প্ৰবাহ বৈ আহি পাত্ৰত সজোৱা পুষ্পধ্বজাসমূহ যেন ৰক্তাক্ত কৰি তুলিছে। হয় । হয়। বাল্মীকিৰ দাক্ষিণাত্য সংস্কৰণৰ বৰ্ণনাৰ লগত মিলা বৰ্ণনা এয়া।

.....শাস্ত্ৰী মহাৰাজ এক গভীৰ চিন্তাত মগ্ন হ'ল। হয় হয়, তেওঁ বৰ ভালকৈ জানে অযোধ্যাকাণ্ডৰ ৮৩ টা শ্লোকত বাল্মীকিয়ে বান্ধি ৰাখিছে ঋষি ভৰদ্বাজৰ সেই বিস্ময়কৰ ভোজসভাৰ চিত্ৰ—য'ত ব্ৰহ্মাই পঠোৱা কুৰি হাজাৰ সুন্দৰী যুৱতীয়ে ভৰতৰ সেনাক পৰিচৰ্যা কৰিছিল। কুবেৰেও পঠিয়াইছিল প্ৰবাল আৰু মুক্তাৰে সুশোভিত এজাক যুৱতী। মহৰ্ষি ভৰদ্বাজৰ আদেশক্ৰমে মিশ্ৰকেশী, পুণ্ডৰীকা, বামানা, অলম্বুষাই ভৰতৰ সম্মুখত নৃত্য কৰিছিল। ঋষি ভৰদ্বাজে আহ্বান কৰি আনিছিল দেৱতা-অপ্সৰা-গন্ধৰ্বৰ পত্নী ঘৃতাচী, বিশ্বাচী, নাগদন্তা, হেমা, সোমা, পৰ্বতবাসিনী আদি সুন্দৰীসকলক। আনকি ঋষিয়ে কুবেৰৰ উত্তৰকুৰুত অৱস্থিত স্বয়ং চৈত্ৰৰথ বনকে নিজৰ আশ্ৰমলৈ তুলি আনিছিল যি বনৰ বৃক্ষৰ পাত অলংকাৰৰ দৰে, যি বনৰ ফলৰ আকৃতি দিব্য ৰমণীসকলৰ দৰে আছিল। সেই চৈত্ৰবনে মুনিৰ আশ্ৰয় পোহৰাই তুলিছিল। স্বয়ং বিশ্বামিত্ৰই দিয়া প্ৰসাদ, সোমদেৱে দিয়া বিচিত্ৰ সোমৰস, পুষ্পমালা।

এয়া ঋষি ভৰদ্বাজৰ ঐশ্বৰিক শক্তিৰ এক বিস্ময়কৰ নমুনা আছিল— দক্ষিণ ভাৰতৰ আৰ্য সভ্যতাৰ শক্তিশালী প্ৰহৰী অগস্ত্যৰ যোগবলত লাভ কৰা ঐশ্বৰিক শক্তিৰ দৰেই বিস্ময়কৰ আছিল। ঋষিসকলৰ এনে শক্তি নোহোৱা হ'লে ৰামচন্দ্ৰই অটব্য অৰণ্যৰ মাজত চৌধ্য হাজাৰ ৰাক্ষসৰ সৈতে যুদ্ধ কৰিব পাৰিলেহেঁতেন নে? কিন্তু চকুৰ আগত সৌৱা বৰাহৰ মাংসৰ থাল। তেজৰ ছবি। মানুহে পি খোৱা তেজৰ ছবি।

বাছৰ কোনোবা এখন আসনৰ পৰা স্বামী প্ৰভুপদে অট্টহাস্য কৰি উঠিল। চঁক খাই উঠিল কমলা।

গাড়ী আগুৱাই গ'ল।

কোনে আৰম্ভ কৰিব তেতিয়াহ'লে? কোনে?

.......ইস। প্ৰথমবাৰৰ বাবে কল্পনাৰ ইন্দ্ৰজালৰ মাজত বন্দী হ'ল কমলাৰ হৃদয়। এয়া যেন চিত্ৰকূটৰ ৰম্য কাননত মাধৱানন্দৰ বাহুত মূৰ থৈ তাই শুই আছে......এয়ে মন্দাকিনীৰ তীৰৰ সেই চিত্ৰকূট ধাম য'ত তুলসীদাসে হেনো স্বয়ং শ্ৰীৰামচন্দ্ৰৰ সৈতে মুখামুখী হৈছিল।

*"চিত্ৰকূট কে ঘাট পৰ ভয়*
*সন্তকো ভীৰ।*
*তুলসীদাস চন্দন ঘিসত, তিলক*
*দেত ৰঘুবীৰ।"*

......আঃ। আজি অদৃশ্য হৈ শ্ৰীৰামচন্দ্ৰই তাইৰ আশে-পাশে বিৰাজ কৰিছে। তাই এয়া মাধৱানন্দ ওৰফে আশে-পাশে ঘূৰি ফুৰিছে শাল, শিলিখা, অশ্বকৰ্ণ, বিল্ব ইন্দ্ৰযৱ, বেত, আৰু ভব্য জামু গছৰ মাজে মাজে। সৌৱা হালধীয়া মঞ্জিষ্ঠা লতাৰ দৰে লোহিত বৰ্ণৰ" শৃংগসমূহক তাইৰ অপূৰ্ব বক্ষৰ তুলনা কৰিছে "মঞ্জিতা লতাৰ দৰে লোহিত বৰ্ণৰ" শৃংগৰ লগত তাইৰ সুন্দৰ বক্ষৰ তুলনা কৰিছে মাধৱানন্দই? এয়া সম্ভৱনে? এই ভাবুক ভক্ত সম্পৰ্কে এনেদৰে কল্পনা কৰা উচিত হৈছিলনে? .....ছিঃ!.....ছিঃ

কিন্তু কোনোপধ্যে তাই আজি নিজৰ মনক সংযত কৰিব পৰা নাই। তেওঁৰ শৰীৰৰ পৰা অহা এক সুবাসে তাইৰ সমস্ত সত্তাক প্লাৱিত কৰি তুলিলে। এই পৌৰুষসুলভ সুবাস একমাত্ৰ প্ৰিয়জনৰ শৰীৰৰ পৰাই যেন নিৰ্গত হৈ আহে। হয়, প্ৰিয়জনৰ শৰীৰৰ পৰাই আহে।

এনে অৱস্থা কমলাৰ আগে-পাছে হোৱা নাই। যেতিয়া মাধৱানন্দৰ পৰা দূৰৈত আছিল তেতিয়া তাইৰ ঠিক এনে অৱস্থা হোৱা নাছিল। শৰীৰৰ নিৰ্দিষ্ট স্থানৰ মাংসপেশী এনেদৰে কঠিন হৈ পৰা নাছিল। ..... মণ্ডলীৰ লগত এনেদৰে ঘূৰি ফুৰোঁতে বিচিত্ৰ চৰিত্ৰৰ কত মানুহৰ স্পৰ্শ তাই পাইছে। পুৰুষৰ ক্ষুধাৰ বীভৎস নাঙঠৰূপে মণ্ডলীৰ লগত ঘূৰি ফুৰোঁতে কতবাৰ তাই পাইছে। আনকি কেইঘন্টামান আগৰ উইলিয়াম কাপৰ হাতৰ স্পৰ্শই তাইক এই কথা সোঁৱৰাই দিছে। .....আঃ আকৌ যেন দণ্ডক অৰণ্যৰ মাজত সোমাই মাধৱানন্দৰ হাতত ধৰি তাই। দূৰৈৰ পৰা যেন ভাঁহি আহিছে দণ্ডকৰ ঋষিৰ মুহুৰ্মুহু প্ৰাৰ্থনা সংগীত— "আমি জিতেন্দ্ৰিয়, হাতৰ দণ্ড দলিয়াই পেলাইছোঁ, আমাৰ কোনো পুঁজি নাই। গৰ্ভস্থ শিশুৰ দৰে আমাক ৰক্ষা কৰা ৰাঘৱ।" অগ্নিতুল্য শ্ৰীৰামচন্দ্ৰই নিজৰ প্ৰিয়াক কোৱা সেই কথা এই মুহূৰ্তত এক সংগীত হৈ তাইৰ কাণত পৰিল। হে সীতা, নক্ষত্ৰৰে ভূষিতা হৈ উপস্থিত হৈছে ৰজনী। চন্দ্ৰই জ্যোৎস্নাৰ ৰং শৰীৰত সানি আকাশত উদয় হৈছে। তোমাৰ মধুৰ কণ্ঠই মোক আপ্লুত কৰিছে। হে মৈথিলী, তুমি অলংকাৰ পিন্ধা। দিব্য অলংকাৰে তোমাৰ সৌন্দৰ্য আৰু বিকশিত কৰিব। ..আহ। সকলো কথাই কবিতা হৈ গুণগুণায় হৃদয়ত। এটা

এটা উক্তি এটা এটা ইটা হৈ এই প্ৰেমৰ ঘৰৰ প্ৰাচীৰ নিৰ্মাণ কৰিছে। আনকি এই মুহূৰ্তত মৰিছাছত শুনা সেই ফৰাচী কবি লিঅ'ভেলেৰ সীতালৈ অৰ্পিত কবিতা এটায়ো ফুলৰ দোলাত উঠি যেন মনত উপস্থিত হৈছে ঃ

*"হে গংগা যেতিয়া*
*সীতাই তোমাৰ তীৰত*
*বিচৰণ কৰি ফুৰিছিল*
*এনে ভাব হৈছিল যেন*
*অৰণ্যৰ অন্ধকাৰৰ পৰা*
*অকলশৰীয়া চন্দ্ৰৰ উদয় হৈছে।*
*হে গংগা, কত দিন পাৰ হৈ গ'ল।*
*কিন্তু সীতাৰ নাম, মহাকালৰ মন মস্তিষ্কৰ*
*মায়াবী সুগন্ধৰ দৰে আজিও প্ৰবহমান....."*

... হঠাৎ চিঞৰি উঠিল জঁটাধাৰীয়ে— ওম বম শিৱ। তেওঁ আৰ্তনাদ কৰি উঠিল— যাৰ শৰীৰৰ শংখ আৰু চন্দ্ৰৰ দৰে সুন্দৰ, যাৰ ভূষণ বাঘৰ ছাল, সেই কাশীৰ ঈশ্বৰ শংকৰক মই নমস্কাৰ কৰোঁ....বম। বম। বম। এইবাৰ তেওঁ ডিঙি মেলি কমলালৈ চালে। তাৰ পাছত তেওঁ কমলাক উদ্দেশ্য কৰি অথচ কোনেও বুজি নোপোৱাকৈ চিঞৰি উঠিল— "সুযোগ গ্ৰহণ কৰা, সুযোগ বাৰে বাৰে নাহে। সুযোগ ঈশ্বৰে কাটি দিয়া ৰহস্যময় পথ...." কমলাৰ হৃদয়ত এই শব্দই একোটা গজালৰ কাম কৰিলে।

তাই মাধৱানন্দলৈ চাই ক'লে—"তুমি এইবাৰ তোমাৰ মাটি-বাৰীবোৰৰ কিবা ব্যৱস্থা কৰিলানে?"

মাধৱানন্দ কিছু সময় মৌন হৈ ৰ'ল। এইখিনিতে গাড়ী এক অটব্য অৰণ্যৰ মাজত সোমাল। অলপ পোহৰ হোৱাৰ দৰে হৈছিল যদিও এই পথত সোমোৱাৰ লগে লগে আকৌ অন্ধকাৰ হৈ পৰিল। ভাৱ হ'ল, পৃথিৱীৰ একমাত্ৰ হিন্দু ৰাজ্যখন এতিয়াও এক গুহাৰ ভিতৰতে অৱস্থিত— কিষ্কিন্ধ্যাৰ দৰেই গুহাৰ ভিতৰত অৱস্থিত।

"সিহঁত আহিছিল।"

"কোনে?"

"কৃষক। কৃষকহঁত।"

"তুমি কি ক'লা?"

আকৌ মৌন হৈ ৰ'ল মাধৱানন্দ।

"তুমি কি ক'লা? তুমি কি ক'লা মাধৱানন্দ...?"

প্ৰথমবাৰৰ বাবে কমলাই মাধৱানন্দৰ হাত এখন নিজৰ হাতৰ মুঠিত ল'বলৈ চেষ্টা কৰিলে।

মাধৱানন্দই তাইৰ হাতৰ মুঠি এৰি নিদিলে।

হাজাৰ শংখ যেন একেলগে নিনাদিত হৈ উঠিল।

দণ্ডকবন প্ৰস্ৰৱন গিৰি মহেন্দ্ৰাচলৰ উৰি থকা বগা ধ্বজা যেন হৃদয়ৰ গুপ্ত নদীৰ ওচৰত ঢলি পৰিল, অজস্ৰ পুষ্পিত বৃক্ষৰ পৰা হাজাৰ পক্ষী নিনাদিত হৈ উঠিল।

## জনকপুৰ ধামত

জনকপুৰ ধামত বাছ ৰ'ল। এইবাৰ যাত্ৰীসকলৰ বাবে মাঝিলাৰ 'ৰংগভূমিতে' সৰু সৰু তম্বু টনা হৈছিল। লগতে আছিল চাহ-ভাতৰ ব্যৱস্থা। বাছৰ মানুহবোৰ নামিল। জনকপুৰৰ আন্তঃৰাষ্ট্ৰীয় সন্মিলনৰ কৰ্মকৰ্তাসকলে শাস্ত্ৰী মহাৰাজক বেৰি ধৰিলে। সকলোৰে এটাই উৎকণ্ঠা— পোলিত চাহাব আহি পোৱা নাই? দুদিন আগেয়েই তেওঁ আহি পোৱাৰ কথা আছিল। শাস্ত্ৰী মহাৰাজে প্ৰশ্ন কৰিলে— পোলিত চাহাবৰ আৰ্থিক সাহায্যৰে সাজিব খোজা গৱেষণাগাৰৰ স্থান নিৰ্ণয় হৈছেনে?

কৰ্মকৰ্তাসকলে একেলগে চিঞৰি উঠিল—"হৈছে মহাৰাজ। কাইলৈ এই গৃহৰ শিলান্যাস উৎসৱ। আমাৰ মহামন্ত্ৰী আৰু পোলিত চাহাব দুয়ো মিলি এই শিলান্যাস কৰাৰ কথা। এতিয়া কি কৰা যায় মহাৰাজ?"

প্ৰধান বিষযাগৰাকীয়ে ক'লে—"কাঠমাণ্ডুৰ পৰা উৰাজাহাজেৰে ভক্ত আৰু পণ্ডিতসকল আহি পাইছে। চীনৰ হান চাহাব, শ্যামদেশৰ বিদুষী শ্ৰীসুৰংগ আৰু ৰুচদেশৰ পণ্ডিত ইতিমধ্যে আহি পাইছে। কিন্তু পোলিত চাহাব আজি নাই।" বিষয়াসকলৰ মাজত চুটি-চাপৰ, কঁকালত খুকুৰী বান্ধি থোৱা গোৰ্খাজনে ক'লে—"এতিয়ালৈকে নাহিল যেতিয়া কাইলৈৰ উৎসৱ আমি তেওঁ আহি পোৱালৈকে স্থগিত ৰখাই ভাল হ'ব।"

.....এইখিনি সময়তে কমিটীৰ আন এজন ভক্তই হেফাই-ফোঁপাই আহি শাস্ত্ৰী মহাৰাজক খবৰ দিলে —"বিদেশী পণ্ডিতসকলে তম্বু এৰি চহৰৰ

হোটেলত থকাৰ বন্দবস্ত কৰিছে। নিজৰ খৰছতে বোলে থাকিব তেওঁলোক।"

গোৰ্খাজনে ক'লে —"হোটেল মজুত ৰখা হৈছিলেই, মহাৰাজ। বাহিৰৰ পৰা অহা সাধু-সন্ন্যাসীৰ ভিৰত জনকপুৰ ধূলিৰে ধূসৰিত হৈ পৰিছে।"

শাস্ত্ৰী মহাৰাজে আক্ষেপ কৰি উঠিল—"বিবাহ-পঞ্চমীৰ উৎসৱৰ সময়ত এনেদৰে যে এইবোৰ ঠাইত ধূলি উৰি থাকিব, কোনেওঁতো ভবা নাছিল।" বিষয়াকেইজনে একেলগে চিঞৰি উঠিল —"সাধু-সন্ন্যাসীৰে ভৰি গৈছে এই চহৰ। বিবাহ-পঞ্চমীৰ সময়ত এনে ভিৰ থাকেই মহাৰাজ। কিন্তু এইবাৰৰ ভিৰ অদ্ভুত।"

আন এজনে ক'লে—"মহাৰাজ, সেই প্ৰাচীন কালৰে পৰা এই জনকপুৰ সাধু-সন্ন্যাসীৰ ভূমি হৈ পৰিছে। মুছলমান শাসকৰ ভয়ত উজ্জৈন, বাৰানসী, অযোধ্যা আনকি ব্ৰজধামৰ পৰাও অনেক সন্ন্যাসী আহি বৈদহীৰ ভূমি জনকপুৰত আশ্ৰয় লৈছিল। এইবাৰ কেইবাহাজাৰ সাধু বিবাহ-পঞ্চমী উপলক্ষে আহিছে। তদুপৰি দৰাঘৰীয়া হৈ 'বৰাতত' যাবলৈ আহিছে আশে-পাশে থকা তজবজীয়া ডেকাহঁত। এইবাবেই আমাৰ এই 'মাঝিলা কেম্পৰ' ভূমি ধূলিৰে ধূসৰিত হৈ পৰিছে।"



# সোতৰ

ব্ৰাহ্মমুহূৰ্ততে সকলো আহি বাছত উঠিল। আগবেলাতে জনকপুৰ পাব লাগিব।

বাছত উঠাৰ আগমুহূৰ্ততে শাস্ত্ৰী মহাৰাজে কমলাদেৱী আৰু ......ওচৰলৈ গৈ ক'লে—"মই জনকপুৰৰ কাৰ্যক্ৰমসমূহৰ বিষয়ে তোমালোক দুয়োৰে লগত অনেক কথা পাতিব লাগিব। তোমালোক দুয়ো মোৰ ওচৰৰ আসনত বহা।"

আনদিনাৰ দৰে সন্ন্যাসী হৰিনাৰায়ণে শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ বহিল।

উইলিয়াম কাপ ৰ'জমেৰিৰ ওচৰত বহিল।

এক অনন্যসুন্দৰ অৰণ্যৰ পথেৰে বাছ আগবাঢ়িল। এয়া ব্ৰহ্মমুহূৰ্ত— এয়া আন্ধাৰ আৰু পোহৰৰ এক অপূৰ্ব সংগম। গছবোৰক মাজে মাজে একো-একোটা ছায়ামূৰ্তিৰ দৰে দেখা গৈছে। তেতিয়াও আকাশত থকা চন্দ্ৰৰ প্ৰতিবিম্বটো ডাল-পাতৰ মাজেৰে এনেদৰে গৈ বাটৰ কাষৰ তটিনী এটাত উবুৰি হৈ পৰা দেখা গ'ল। ভাব হ'ল, ৰূপৰ টুকুৰা কিছুমানহে যেন খণ্ড খণ্ড কৰি কোনোবাই তটিনীটোৰ বুকুত সিঁচৰতি কৰি থৈ গৈছে।

গোটেইবোৰ যাত্ৰীৰ হৃদয়ত এক অনন্য বেদী তৈয়াৰ হৈছে। এই বেদীত কুহু কুহু শংখধ্বনি বাজি উঠিছে। দৰবাৰী গায়ক আৰু নটইঁতে শ্ৰীৰামচন্দ্ৰৰ প্ৰাৰ্থনা সংগীত আৰম্ভ কৰি দিছে—

"প্ৰসন্নতাং য ন গতাভিষেক তস্তথা।
ন মম্লৌ বনবাস দুঃখতঃ
মুখাম্বুজশ্ৰী ৰঘুনন্দনস্য মে সদাসসা
মঞ্জুল মংগলপ্ৰদা"

(ৰাজ্য অভিষেকতো তেওঁ প্ৰসন্ন নহয়। বনবাসৰ যন্ত্ৰণাতো তেওঁ মলিন নহয়। সেই পদ্মফুলৰ দৰে শ্ৰীৰামচন্দ্ৰৰ সুন্দৰ মুখৰ কান্তিয়ে সকলোকে মংগল কৰক।)

....মাধৱানন্দৰ শৰীৰৰ গোন্ধ কমলাৰ নাকত লাগিল। শুকাই কিৰকিৰীয়া লগা পুষ্পলতা এডালত যেন নতুনকৈ জীৱন আহিল। মানুহে মানুহক জীৱন দিব পাৰে। এক শৰীৰে এক শৰীৰলৈ দীপক হৈ পোহৰ লৈ আহিব পাৰে। হয়, মানুহে মানুহক মৃত অৱস্থাৰ পৰা জীয়াই তুলিব পাৰে। এই মুহূৰ্ত আপোনা-আপুনি আহিছে। এয়া তাই যেন নিজৰ জীৱনৰ সৈতে মুখামুখি হৈছে।

....ইস। ইস। যোৱা বাৰ বছৰ ধৰি তাই এইবাবেহে মণ্ডলীত চামিল হৈছিলনে?

কিন্তু এই মুহূৰ্তত তাইৰ ভাৱ হৈছে—শ্ৰীৰামচন্দ্ৰ, মাধৱানন্দ, ভক্তসকলৰ নিশ্বাস-প্ৰশ্বাস সকলো এক হৈ এয়া তাইৰ সমস্ত সত্তা আৱৰি ধৰিছে। জীৱন এনেকুৱাইনে? .....আকাশৰ ৰামধেনু হাতৰ ওচৰলৈ সঁচাকৈয়ে আহেনে? আহে? আহে? কোনো জীৱন ধন্য হৈ যায় এই পৃথিৱীতে.......

হাঃ হাঃ হাঃ ।

সকলো চুপচাপ। সকলো নীৰৱ।

আত্মাই আছিল নেকি পোলিত চাহাব? এই মণ্ডলীৰ আত্মা?

..... ক'লা কফিনটোৰ পৰা তেওঁৰ মৃতদেহ উলিয়াই তম্বুৰ তলতেই শাস্ত্ৰী মহাৰাজ আৰু স্বামী হৰিনাৰায়ণে স্নান কৰোৱাই কমলা নদীৰ পাৰলৈ আনিছিল। মণ্ডলীৰ ভক্ত, পণ্ডিত সকলোৰে চকুৰ আগত পোলিত চাহাবৰ নগ্ন দেহ উদং হৈ পৰিল। শুকাই কংকালসাৰ হৈ পৰিছিল তেওঁৰ দেহ। শৰীৰ সম্পূৰ্ণৰূপে হালধীয়া হৈ পৰিছিল—হুবহু যেন বাল্মীকিয়ে বৰ্ণনা দিয়া ঈষৎ পীতবৰ্ণৰ দশৰথৰ মৃতদেহ। তেলৰ 'কটাহ'ৰ পৰা তুলি অনা দশৰথৰ মৃতদেহ হালধীয়া হৈছিল। অনেক দিন তেলত সংৰক্ষণ কৰি ৰখা বাবে দশৰথৰ মৃতদেহ হালধীয়া হৈ পৰিছিল।

কিন্তু পোলিত চাহাবৰ দেহ? ভিতৰি ভিতৰি কিবা ৰোগত ভুগিছিল নেকি তেওঁ? পোলিত চাহাবৰ খোৱা-পিন্ধাৰ ঠিকনা নাছিল। য'তেই ৰামসাহিত্যৰ ভাণ্ডাৰৰ খবৰ পাইছিল তালৈকে তেওঁ যাত্ৰা কৰিছিল। ঘূৰ্মুটিয়াই ফুৰোতে ফুৰোতে তেওঁৰ দেহ কংকাললৈ ৰূপান্তৰিত হৈছিল। যেনেদৰে হৈছিল যক্ষ্মাই আক্ৰান্ত কৰা গ্ৰাউছ চাহাবৰ শৰীৰ। যেনেদৰে কংকাললৈ ৰূপান্তৰ হৈছিল বুল্কে চাহাবৰ হৃটঙা শৰীৰ। দাশৰথিৰ খোজ বিচাৰি জীৱন শেষ কৰা এই বগা চাহাবহঁত ।

যিসকলে সুদীৰ্ঘকাল পোলিত চাহাবক পাইছিল সেইসকলে উচুপি উচুপি

কান্দিব ধৰিলে। শ্যামদেশৰ শ্ৰীসুৰংগ ভাণ্ডাৰী চাহাব, মাধৱানন্দ, কমলাদেৱী, মুন্নী, আনকি দৰবাৰী গায়কসকলৰ চকুৰেও লোতক সৰি পৰিল। এইসকলে সুদীৰ্ঘকাল পোলিত চাহাবক লগ পাইছিল।

চন্দনেৰে লেপন দিলে শাস্ত্ৰী মহাৰাজে তেওঁৰ দেহত। হালধীয়া ধুতী আৰু 'ৰামনামী' পিন্ধাই দিলে।

সকলোৱে ওচৰলৈ আহি মালা পিন্ধালে আৰু চৰণ স্পৰ্শ কৰিলে।

সকলো কাম যেন আপোনা-আপুনি হৈ গৈছে। পোলিত চাহাবে যেনেদৰে বিচাৰিছে ঠিক তেনেদৰে।

আঢ়ৈ মোন ওজনৰ শাল আৰু চন্দনেৰে কৰা চিতাৰ ওপৰত আলফুলকৈ মৃতদেহ ৰখা হ'ল। ৰঙা কাপোৰ পিন্ধি প্ৰেত-ক্ৰিয়া কৰিবলৈ অহা পুৰোহিতে পোলিত চাহাবৰ কিঞ্চিৎ মেল খাই থকা ওঁঠত মৌৰস আৰু গংগাজল ঢালি দিলে।

ভক্তসকলে তুলসীদাসৰ সেই পংক্তি গাবলৈ ধৰিলে ঃ

ৰামৰ নামেই সত্য,

ৰামৰ নামেই সত্য।

উইলিয়াম কাপ, আলেকজেণ্ডাৰ, ৰ'জমেৰি, ৰাঘৱানন্দ, এলিজাবেথ আনকি কাঠমাণ্ডুৰ পৰা অহা শ্যামদেশৰ পণ্ডিত শ্ৰীসুৰংগকে আদি কৰি কেইবাগৰাকীও বিদেশী পণ্ডিতে পোলিত চাহাবৰ শৱ ওপৰত একোখন গৰম চাদৰ দান দিলে।

ৰঙা বস্ত্ৰধাৰী পুৰোহিতে এই গৰম চাদৰবোৰৰ কোণবোৰ দাঁতেৰে কামুৰি ফালি পেলালে। তাৰ পাছত গোট খোৱা ভিক্ষাৰীৰ মাজলৈ দলিয়াই দিলে। এই কাৰণেই কোণবোৰ ফালি ফালি দিছিল যাতে সিহঁতে বজাৰত এইবোৰ বেচিব নোৱাৰে। শ-ত দিয়া চাদৰবোৰ লৈ গোট খোৱা ভিক্ষাৰীবোৰৰ মাজত দবৰা-দবৰি লাগি পৰিল।

নাঙঠ সন্ন্যাসীৰ দল এটাও তাত উপস্থিত আছিল। সিহঁতে ফৰ্মুটি মাৰি ভিক্ষাৰীবোৰক আঁতৰাবলৈ চেষ্টা কৰিলে।

কুঁৱলীয়ে সকলো ঢাকি ৰখা বাবে মানুহবোৰৰ মুখবোৰ ভালদৰে ধৰিব পৰা নগৈছিল। কমলা নদীৰ পিনে পিঠি দি থকা নাঙঠ সন্ন্যাসীৰ দলটোৱে ৰজা দশৰথৰ অন্ত্যেষ্টিক্ৰিয়াত ভাগ লোৱা ঋষি মাৰ্কণ্ডেয়, মৌদগল্য, কাত্যায়ন, বামদেৱ, গৌতম, জাবালিৰ কথা সকলোকে সোঁৱৰাই দিছিল। দীঘল চুলি,

দীঘল ডাড়ি, অৰ্ধনগ্ন দেহ, হাতত কমণ্ডলু। অহৰহ ওম ওম শব্দ উচ্চাৰণ কৰি আছে তেওঁলোকে।

শাস্ত্ৰী মহাৰাজক আগে আগে লৈ মণ্ডলীৰ গোটেইজাক সভ্যই পোলিত চাহাবৰ দেহ প্ৰদক্ষিণ কৰিলে। সকলোৰে হৃদয়ৰ পৰা ওলাই আহিল ৰাম ৰাম ধ্বনি। চৰণ স্পৰ্শ কৰি শাস্ত্ৰী মহাৰাজে মুখাগ্নি কৰিবলৈ আগুৱাই গ'ল।

সকলোৰে সমস্বৰে চিঞৰি উঠিল—

পোলিত চাহিব অমৰ হওক।

ৰামভক্ত পোলিত চাহিব অমৰ হওক।

দপদপাই জ্বলি উঠিল পোলিত চাহাবৰ চিতা জুই। ফট ফট আৱাজ উঠিল চিতাৰ পৰা..... বিদেশী অতিথিসকলে মুখবোৰ কাপোৰেৰে ঢাকি ধৰিলে। এলিজাবেথে কোলাত লৈ থকা শিশুটোৱে হুকুৰ হুকুৰ কৰি কান্দিবলৈ ধৰিলে। তাই কিন্তু এই স্থান এৰি আতঁৰি নগ'ল।

এই সময়মতে পুৰোহিতে আহি শাস্ত্ৰী মহাৰাজৰ হাতত 'কপাল ক্ৰিয়াৰ' বাবে আঠ-দহ ফুট দীঘল দণ্ড এডাল তুলি দি চিঞৰি উঠিল—

"মহাৰাজ কপাল ক্ৰিয়া কৰক।"

শাস্ত্ৰী মহাৰাজ পিছ হুঁহকি আহিল। কান্ধত লৈ থকা চাদৰেৰে তেওঁ দুয়ো চকু হেঁচি ধৰিলে। অহৰহ তেওঁৰ ছাঁ হৈ থকা স্বামী হৰিনাৰায়ণে তেওঁৰ হাতৰ পৰা দাণ্ডা লৈ জ্বলি থকা অগ্নিপিণ্ড কোবাবলৈ ধৰিলে। বিস্ফোটৰ দৰে হোৱা প্ৰচণ্ড শব্দত বিদেশী আলহীসকল যেন দূৰলৈ ছিটিকি পৰিল। দেদীপ্যমান অগ্নিৰ তেজ বাঢ়ি আহিল।

.....শাস্ত্ৰী মহাৰাজে স্বামী হৰিনাৰায়ণৰ কান্ধত মূৰ থ'লে।

সৌবোৰ! তেওঁৰ সন্মুখত থিয় হোৱা ভক্তৰ দল......... এইবোৰৰ মাজত পোলিত চাহাবৰ দৰে মানুহ ওলাবনে?

ফট, ফট, ফট। দুৰ্দান্ত অগ্নিয়ে লাহে-লাহে পোলিত চাহাবৰ নশ্বৰ দেহ সাবটি ধৰিলে। সন্ন্যাসী হৰিনাৰায়ণে ক'লে—প্ৰেত-কৰ্ম চোৱাৰ পাছত সকলোৱে স্নান কৰা উচিত।

উইলিয়াম, আলেকজেণ্ডাৰ, ৰ'জমেৰি, বিস্ফোৰিত নয়নেৰে প্ৰেত-কৰ্ম চাই থকা এলিজাবেথ আৰু তেওঁৰ শিশু সন্তানটো, শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকল, ৰামলীলা মণ্ডলীৰ নট আৰু দৰবাৰী গায়কসকল আগুৱাই গ'ল কমলা নদীৰ বালিলৈ.......

কিছু দূৰৈত গছৰ মুঢ়া এটাৰ ওপৰত বহি কমলাদেৱীয়ে হুকহুকাই কান্দিব ধৰিলে। গৰুৰ ঘিউ, ধূপ-ধুনা, শাল কাঠ আৰু চন্দন কাঠৰ গোন্ধৰ লগত মিহলি হৈ উৰি ফুৰিল পোলিত চাহাবৰ দেহৰ পুৰি যোবা চৰ্ম, মাংসৰ গোন্ধ।

এইখিনি সময়তে ৰঙা কাপোৰ পিন্ধি থকা পূজাৰী আহি শাস্ত্ৰী মহাৰাজৰ ওচৰত থিয় হ'ল। ওখ, হটঙা আৰু অতিশয় ক্ষীণ এই মানুহটোৱে ৰামনামীৰে মুখ ঢাকি কান্দি থকা শাস্ত্ৰী মহাৰাজৰ কাণৰ কাষত ফুচফুচাই ক'লে—"বিবাহ-পঞ্চমীৰ বাবে অহা নাঙঠ সন্ন্যাসীহঁতে পিয়াপি দি ফুৰিছে। তান্ত্ৰিক এটাই পৰ দি থকা মই নিজ চকুৰে দেখিছোঁ।"

তেওঁ আঙুলি টোঁৱাই ক'লে—"সৌ দলটো আহিছে, কোণ ফালি দিয়া চাদৰবোৰ লৈ খোৱা-কামোৰা কৰি আছে। কি ঠিক? শৰীৰৰ কিমতী বস্তু নিবলৈ হয়তো চেগ চাই আছে।"

চকুৰ এক ইংগিতেৰে তেওঁ ক'লে—"ৰাতিপুৱা অস্থি তোলাৰ আগতেই মই পোলিত চাহাবৰ দেহৰ পৰা কিমতী বস্তুটো উলিয়াই ৰাখিম। তুমি আহি অস্থি তোলাৰ লগে লগে লৈ যাবা।"

শাস্ত্ৰী মহাৰাজে পুৰোহিতৰ মুখলৈ ট-টকৈ চাবলৈ ধৰিলে।

......দূৰৈত নাঙঠ সন্ন্যাসীসকলৰ চিঞৰ-বাখৰ শুনা গ'ল।



## ওঠৰ

তেতিয়াও ভালদৰে পোহৰ হোৱা নাছিল। শাস্ত্ৰী মহাৰাজ আৰু মাধৱানন্দই প্ৰথমে কমলা থকা তম্বুৰ ওচৰলৈ গৈ মাত লগালে—"আহা, সম্পূৰ্ণৰূপে পোহৰ হোৱাৰ আগেয়ে আমি নদীৰ পাৰত উপস্থিত হ'ব লাগিব।"

আগদিনা ৰাতিপুৱাই এনেদৰে পোহৰ নৌহওঁতেই যে পোলিত চাহাবক জ্বলোৱা স্থানত উপস্থিত হ'ব লাগিব, এই কথা মাধৱানন্দ আৰু কমালদেৱীক কৈ থোৱা হৈছিল। দুয়ো সাজু হৈ আছিল। এনেবোৰ কামৰ কাৰণে কি কাৰণে শাস্ত্ৰী মহাৰাজে কমলাদেৱী আৰু মাধৱানন্দক নিয়োগ কৰে এই কথা সকলোৱে জানে। তেওঁৰ বদ্ধমূল ধাৰণা কেতিয়াবা দুয়োৰো মিলন হ'ব। কমলাৰ অতৃপ্ত আত্মাই শান্তি লাভ কৰিব পাৰিব।

মূৰে-গায়ে কাপোৰ লৈ কমলা তম্বুৰ পৰা ওলাই আহিল। মাধৱানন্দয়ো গৰম কপোৰ এখনেৰে গা-মূৰ ঢাকি লৈছিল।

তিনিও দুপদুপাই খোজ পেলাই আগুৱাই যাব ধৰিলে। ঠিক এই সময়তে অহৰহ শাস্ত্ৰী মহাৰাজৰ ছাঁ হৈ থকা সন্ন্যাসী হৰিনাৰয়ণে হাতত লণ্ঠন এটা লৈ তেওঁলোকক লগ ধৰিবলৈ কোবাকুবিকৈ আগবাঢ়ি অহা দেখা গ'ল। এক মুহূৰ্তৰ বাবেও সন্ন্যাসী হৰিনাৰায়ণে শাস্ত্ৰী মহাৰাজক এৰিব নোৱাৰে। দুয়োৰে এক আত্মা, দুই শৰীৰ। আকাশত থকা সৰু সৰু মাটি চাকিৰ জুইৰ দৰে তৰাবোৰে জকমকাই আছে। ফিৰফিৰীয়া বতাহ আহি সকলোৰে শৰীৰৰ ভিতৰৰ হাড় স্পৰ্শ কৰিবলৈ ধৰিলে।

চাৰিও বৈ থকা গাড়ীত উঠিল। কমলা নদীৰ পাৰৰ শ্মশানভূমিৰ পিনে গাড়ী আগুৱাই গ'ল। গাড়ীৰ ভিতৰতে শাস্ত্ৰী মহাৰাজে পোলিত চাহাবৰ অস্থি সংৰক্ষণ কৰিবলৈ অনা মাটিৰ পাত্ৰকেইটা পৰীক্ষা কৰি চালে। ভক্তসকলে ৰাতিয়েই সেইকেইটা ধুই নিকা কৰি নাৰ্জি ফুলৰ মালা একোডাল পিন্ধাই থৈছে। সেন্দুৰ আৰু গোড়াচনৰ হালধীয়া ফোটো দিছে এই সাঁফৰ থকা পাত্ৰকেইটাত।

ৰাস্তাত সকলোৱে নীৰৱ হৈয়েই গৈছিল। এক শীতল, ৰিক্তনীভাৱে সকলোৰে হৃদয় চুই গৈছিল।

আধা অন্ধকাৰ আধা পোহৰত পোলিত চাহাবক পুৰি ভস্ম কৰি থোৱা ছাইৰ দমটো ৰাবণে পাখি কাটি পেলোৱাৰ পাছত অৰণ্যৰ পাৰত উবুৰি হৈ পৰি থকা গৰুড় পক্ষীৰ দৰে দেখা গ'ল।

কিছু আঁতৰৰ চালি এখনৰ তলত পৰি আছে পোলিত চাহাবৰ লাংখালাংখি বস্তুবোৰ। শ্মশানৰ পহৰাদাৰ দুটাই সেইবাৰৰ ওচৰতে জুই একুৰা জ্বলাই বহি আছে।

গাড়ীৰ পৰা নামি শাস্ত্রী মহাৰাজে কমলাদেৱীক ক'লে—"তুমি যোৱা। পোলিত চাহাবৰ বস্তু-বাহানিবোৰ কেম্পলৈ নিব লাগিব। যোৱা, তুমি এইখিনিত থাকিব নালাগে। বস্তু-বাহানিবোৰ সামৰাত তুমি মাধৱানন্দক সহায় কৰা।"

চালিখনৰ ওচৰলৈ দুয়ো আগুৱাই গ'ল।

পোলিত চাহাবৰ ছাতি, কোট-পেন্ট, লাঠি, চশমা, দৰৱৰ টেমা, টুপী সিঁচৰতি হৈ পৰি আছে। বস্তুবোৰ দেখি কমলাদেৱীয়ে আঁঠুত মূৰ গুজি হাওহাওকৈ কান্দিবলৈ ধৰিলে।

মাধাৱানন্দই তাইৰ ওচৰলৈ আহি কিছু সময় কিংকর্তব্যবিমূঢ় হৈ থিয় হৈ ৰ'ল। ক'লে—"কমলা! এয়া কন্দাৰ সময় নহয়। উঠা, এটা এটাকৈ বস্তুবোৰ সামৰা।"

মাধৱানন্দলৈ তাই মূৰ তুলি চালে। তাৰে পাছত যন্ত্রচালিত মানুহৰ দৰে তাই থিয় হ'ল আৰু বস্তুবোৰ জোকাৰি জোকাৰি এঠাইত গোটাই থ'বলৈ ধৰিলে। মাধৱানন্দয়ো বস্তু-বাহানিবোৰ জোকাৰিবলৈ আৰম্ভ কৰি দিলে। চাহাবৰ কোট-পেন্ট জোকাৰি থকাৰ সময়ত হঠাৎ তেওঁৰ হাতত পৰিল পোলিত চাহাবৰ নোট বুক এখন। এই সৰু নোটবুকখন কমলাদেৱীৰ হাতত তুলি দি তেওঁ ক'লে—"এইখন বৰ সাৱধানে থৈ দিয়া।"

ইতিমধ্যে পোহৰ হৈ আহিছিল। কমলা নদী এতিয়া ঘঁহি-পিহি থোৱা কাঁচি এখনৰ দৰে উজ্জ্বল হৈ উঠিছে। ৰঙা হৈ উঠি অহা সূর্যটো যেন সূর্য নহয়—এডোঙা তেজ।

কি লিখি থৈছে নোটবহীত পোলিত চাহাবে?.....এয়া এক অনুবাদকৰ পৰা সহায় লৈ কিছুমান মণিমাণিক্য-খচিত কথা সংগ্রহ কৰি লৈছে। নোটবহীৰ এচুকত অনুবাদকৰ নাম লিখা আছে।

শ্রীৰামচন্দ্রই কৈছিল—কালক অতিক্রম কৰি কোনেও কর্ম কৰিব নোৱাৰে। নিয়তিয়ে সমস্ত জীৱৰ অধিকর্তা। কোনো ব্যক্তি কাৰো গৰাকী নহয়, কোনো ব্যক্তি কাৰো নিয়োগত ঈশ্বৰ হ'ব নোৱাৰে। এই পৃথিৱীৰ সকলো ব্যক্তিয়েই পূর্বকৃত কর্মৰ ফলত এই পৃথিৱীলৈ আহিছে। কালৰূপ ঈশ্বৰে তালক অর্থাৎ জন্ম, মৰণ আদি ব্যৱস্থাক অতিক্রম নকৰে। যি নশ্বৰ সি ধ্বংসপ্রাপ্ত হ'বই। কালৰ কোনো বন্ধু নাই। মন্ত্র নাইবা ঔষধে কালক কেতিয়াও অতিক্রম কৰিব নোৱাৰে। কালৰ ওপৰত কাৰো পৰাক্রম নাখাটে। কালৰ মিত্র-জ্ঞাতি সম্বন্ধ নাই; কালে নিজৰ বাবেই আত্মবশতঃ অৱস্থিতি কৰে। ধর্ম, অর্থ আৰু কাম কালৰ পৰিপাকস্বৰূপ হৈ কালচক্রত সমাহিত হৈ থাকে। বিবেকসম্পন্ন ব্যক্তিয়েই ইয়াক দর্শন কৰি থাকে।

আকৌ লিখা আছে—সূর্যৰ অনুগামিনী সুবর্চলাৰ দৰে তুমি মোক অনুগমন কৰা, বৈদেহী! পিতৃসত্য পালন কৰিবলৈকে বনলৈ আহিছোঁ। পিতৃ-মাতৃৰ আদেশ লংঘন কৰি জীৱন ধাৰণ কৰিব মই নোৱাৰিম। দৈৱ অদৃশ্য পদার্থ আৰু সাধনাত দেৱসন্তোষ ঘটে। কিন্তু পিতা-মাতাই হৈছে প্রত্যক্ষ দেৱতা, গতিকে তেওঁলোকক উলংঘন কৰি দৈৱৰ অনুবর্তি হ'বলৈ মোৰ প্রবৃত্তি নাই। যাৰ উপাসনাত ধর্ম, অর্থ কাম লাভ হয় আৰু ত্রিলোকৰ উপাসনা সিদ্ধ হয় এই সংসাৰত তাতকৈ ডাঙৰ ধর্ম কি আছে ?

(অযোধ্যা কাণ্ডৰ সর্গ নম্বৰ ৩০)

আকৌ এঠাইত লিখা আছে—সেই সভাক মই সভা বুলিব নোৱাৰোঁ যি সভাত বৃদ্ধ লোক নাথাকে। সেই বৃদ্ধ বৃদ্ধ নহয় যিয়ে ধর্মযুক্ত কথা নকয়, সেই ধর্ম ধর্ম নহয় যি সত্য নহয়, সেই সত্য সত্য নহয় যি স্বতঃপ্রেৰিত নহয়। অর্ধসত্য কোৱা নিন্দনীয়। যি সভাসদে সত্য কথা জানিও মৌন হৈ থাকে তেওঁক অসত্যবাদী বুলিয়েই জনা উচিত। যি সভাসদে স্বার্থ, ক্রোধ বা ভয়ৰ বাবে সত্য প্রকাশ নকৰে সেই ব্যক্তি নৰকত পতিত হয়। প্রত্যেক সভাসদৰ এয়েই কর্তব্য যে তেওঁ লোভ, ভয় অথবা পক্ষপাত নকৰাকৈ নিস্বার্থভাৱে সভা কৰে।

(লংকা কাণ্ডৰ ৫৯ (২) নম্বৰ অধ্যায়)

“উঠা, উঠা কমলা। শাস্ত্রী মাহাৰাজৰ অস্থি তোলা কাম শেষ হ'ব এতিয়া।”

মাধৱানন্দৰ মাতত চঁক খাই উঠিল কমলা। তাই লৰালৰিকৈ পোলিত

চাহাবৰ নোটবহীখন কোট-পেন্টলুন, ছাতি ইত্যাদিৰ দমটোৰ মাজত যত্নেৰে সামৰি থ'লে যদিও ভৱিষ্যতে যে তাই এই মূল্যবান নোটবহীখন যি কোনো উপায়ে পঢ়ি চাব এই বিষয়ে মনৰ মাজত এক নিৰ্ণয়েই লৈ পেলালে।

পোহৰ হৈ আহিল। সূৰ্য নহয় যেন এয়া এডোঙা তেজ।

আঃ ! আজি কাৰ বুকুত বহুৱাবলৈ সেই অদৃশ্যজনে নিজৰ ক্ষুৰধাৰ তৰোৱাল লুকুৱাই ৰাখিছে?

কাৰ বুকুত বহুৱাব? আৰ্তনাদ কৰি উঠিল কমলাই—"মাধৱানন্দ! মোৰ হাতত ধৰা। মই উঠিব পৰা নাই। মই উঠিব পৰা নাই।"

## শাস্ত্ৰী মহাৰাজ

ইতিমধ্যে সভা আৰম্ভ হৈছিল। 'বিবাহ-পঞ্চমীৰ' শোভাযাত্ৰাৰ বাবেও সভ্যসকল সাজু হৈছিল। শ্ৰীৰামচন্দ্ৰ আৰু পৃথিৱীৰ এই একমাত্ৰ হিন্দু ৰাজ্যখনৰ ৰজা আৰু ৰাণীৰ প্ৰতিচ্ছবিত মাল্য অৰ্পণ কৰি সভা আৰম্ভ কৰা হৈছিল।

দৰবাৰী গায়কসকলে অযোধ্যাকাণ্ডৰ প্ৰথম অধ্যায়টো উদাত্ত কণ্ঠেৰে গাই শুনাইছিল। তাৰ পাছত ভাগ ল'বলৈ অহা পণ্ডিতসকলক পৰিচয় কৰি দিয়াৰ পৰ্ব চলিছিল।

শ্যামদেশৰ শ্ৰীসুৰংগ পুলথুপীয়া, জাৰ্মানসকলৰ উইলিয়াম কাপ, ৰুছ পণ্ডিত আলেকজেণ্ডাৰ, বৃটিছ মহিলা এলিজাবেথ হাইন, শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকল, দৰবাৰী গায়কসকল, মথুৰাৰ ৰামলীলা মণ্ডলীৰ নটসকল, অনধে সন্ন্যাসী প্ৰভুপদ, জঁটাধাৰী, অহৰহ শাস্ত্ৰী মহাৰাজৰ ছায়া হৈ থকা হৰিনাৰায়ণ, ৰাক্সোল আৰু জনকপুৰত লগ হোৱা ভক্ত পণ্ডিতসকলক মহাৰাজে চিনাকি কৰি দিলে। প্ৰশংসাত গদ গদ হৈ শাস্ত্ৰী মহাৰাজে প্ৰায় তিনি হাজাৰ জনতাৰ সন্মুখত উদাত্ত হৈ কণ্ঠেৰে ক'লে—"আমাৰ বিদেশী পণ্ডিতসকলে নিজৰ জমা-পুঁজিৰ ধন খৰছ কৰি আহি ইয়াত উপস্থিত হৈছে। তেওঁলোকে আমাৰ মাত্ৰ আতিথ্য গ্ৰহণ কৰিছে। এইবোৰ ৰঘুপতিৰ এক চমৎকাৰ।" কিছু মৌন হৈ থাকি শাস্ত্ৰী মহাৰাজে গুণগুণাই গাব ধৰিলে ঃ

*"জঁহ লগি জগত সনেহ ঘগাঈ।*
*প্ৰীতি প্ৰতীতি নিগম নিজু গাঈ।।*
*মোৰে সবই এক তুমহ স্বামী।*
*দীনবন্ধু উৰ অন্তৰযামী।।"*

(যেতিয়ালৈকে জগতত স্নেহ আৰু মানুহৰ মাজত মানুহৰ গভীৰ সম্বন্ধ থাকে যেতিয়ালৈকে বেদকথিত প্ৰীতি আৰু বিশ্বাস থাকে তেতিয়ালৈহে প্ৰভু, তুমিয়েই একমাত্ৰ মোৰ অন্তৰ্যামী দীনবন্ধু।)

এই উদ্বোধনীৰ দিনাই শাস্ত্ৰী মহাৰাজে পোলিত চাহাবৰ উইলখন পঢ়ি শুনালে। তেওঁৰ স্বপ্ন ৰাম সাহিত্যৰ গৱেষণাগাৰৰ কথাও ক'লে। চাহাবৰ আত্মাৰ সদ্‌গতিৰ বাবে মৌন হৈ হাজাৰ দৰ্শক কিছু সময় থিয় হৈ ৰ'ল। উইলখন বিবাদপূৰ্ণ কৰি তুলিব পৰা পোলিত চাহাবৰ সম্বন্ধীয় কোনো মানুহ বাচি থকা নাছিল। পোলিত চাহাবে তেওঁৰ জীৱনৰ সৰ্বস্ব শ্ৰীৰাম চৰণত অৰ্পণ কৰিছিল। তেওঁৰ নামত জনকপুৰত গৱেষণাৰ ইতিমধ্যে আৰম্ভ হৈছে।

উদ্বোধনী উৎসৱৰ পাছতেই শাস্ত্ৰী মহাৰাজ তম্বুলৈ উভতি আহিল। তেওঁ মুখ-হাত ধুলে। সমূহীয়া ভোজনৰ বাবে তেওঁ অৱশ্যে ছামিয়ানাৰ তললৈ নগ'ল।

ৰাতিপুৱাৰ পৰাই তেওঁৰ মূৰ আচন্দ্ৰাই কৰি আছিল । পোলিত চাহাবৰ উইলখন পঢ়াৰ পাছত তেওঁৰ মন স্থিৰ হৈ থকা নাই। ওলাবনে আৰু এনে মানুহ ? নিজৰ হৃদয়ত এই প্ৰশ্নই বাৰে বাৰে খুন্দা খাইছে।

কোনোবাই যেন তেওঁৰ কাণৰ ওচৰত গুণগুণাই আছে—জীৱনত সৰ্বস্ব হেৰুৱাই ভাণ্ডাৰী আহিছে, এলিজাবেথ আহিছে বুকুত অফুৰন্ত ভক্তি লৈ। সন্ন্যাসী হৰিনাৰায়ণ? কৰ্মঠ সুন্দৰ চেহেৰাৰ এই সন্ন্যাসীয়ে এক মুহূৰ্তৰ বাবেও তেওঁক এৰি দিয়া নাই। পৰম ভক্তিমতী শ্যামদেশৰ শ্ৰীসুৰংগ আহিছে। তেওঁৰ লগত সকলো থাকিব.......

আৰ্তনাদ কৰি উঠিল শাস্ত্ৰী মহাৰাজে—সন্ন্যাসী হৰিনাৰায়ণ? সন্ন্যাসী হৰিনাৰায়ণ?

নাই, তেওঁৰ ওচৰত এই মুহূৰ্তত কোনো নাই। তেওঁৰ সম্মুখৰ আন এখন খাটিয়াত অন্ধ স্বামী প্ৰভুপদক কোনোবাই শুৱাই থৈ গৈছে। প্ৰভুপদে হাঁহিব খুজিলে। তেওঁৰ মুখৰ পৰা এটা অস্পষ্ট শব্দ বাহিৰ হৈ আহিল।

তম্বুৰ বাহিৰত লণ্ঠনৰ চিমনি পৰিষ্কাৰ কৰি থকা মুন্সীয়ে মহাৰাজৰ আৱাজ শুনি লৰি আহিল। ক'লে—"মহাৰাজ, সন্ন্যাসী হৰিনাৰায়ণক 'লংগৰৰ' পিনে যোৱা দেখিলো। পোলিত চাহাবৰ অন্ত্যেষ্টিক্ৰিয়া কৰি অহাৰ পাছত তেওঁ আজি এই গধূলিলৈকে উপবাসে আছিল। কালিও তেওঁ একো খোৱা নাই।"

"ইস। ইস। মোক ফলাহাৰ দিয়াৰ সময়ত তুমি কিয় তেওঁক মত্ত নছিলা?"

মুন্সী মনে মনে থাকিল। শাস্ত্ৰী মহাৰাজে মুখৰ ভিতৰতে ভোৰভোৰাই থাকিল—"ফলাহাৰ দিবা কেনেকৈ? তেওঁ ধুতী-নীতিৰ মাজত কটকটীয়াকৈ বান্ধ খাই আছে। সূৰ্য বন্দনা নকৰাকৈ তেওঁ পানী পৰ্যন্ত গ্ৰহণ নকৰে। অনেক সময় তেওঁ যোগ অভ্যাস কৰে। ....... তেওঁ মনত বাৰু কিবা আকাংক্ষা আছে নেকি? ......হয় হয়, পুৰণা ঋষি-মুনিৰো এনে 'খোৱাইচ' আছিল। ঋষি বিশ্বামিত্ৰই ব্ৰাহ্মণত্ব প্ৰাপ্ত কৰিবলৈ কৰা সেই কঠোৰ তপস্যাৰ কথা কোনে নাজানে? ক্ষত্ৰিয়ক পৰিচালিত কৰা বুলি ভবা ৰজোগুণক দমাবলৈ কিযে কৰা নাছিল ঋষিজনাই? তেওঁ ভয়ংকৰ ক্ৰোধ আৰু কামভাব উপশম কৰিবলৈ কৰা সেই কৰা সেই নিমৰ্ম অনুশাসনৰ তুলনা আছিলনে? আত্মবলেৰে জয় কৰিছিল পৃথিৱী। সেই নিমৰ্ম অনুশাসন হৈ পৰিছিল মুক্তিৰ স্বৰ্ণদুৰ্গলৈ যোৱাৰ অভিনৱ পথ? যুগশ্ৰেষ্ঠ ব্ৰাহ্মণ বশিষ্ঠই সেয়ে এই ক্ষত্ৰিয় ঋষিক সম্বোধন কৰি চিৎকাৰ কৰি উঠা নাছিলনে ঃ হে ব্ৰহ্মৰ্ষি বিশ্বমিত্ৰ! হে ব্ৰহ্মৰ্ষি বিশ্বমিত্ৰ!"

হয়, মনৰ শক্তিয়ে সুউচ্চ পৰ্বত অতিক্ৰম কৰিব পাৰে, সাগৰৰ গভীৰলৈ গৈ ৰক্তকমলো আনিব পাৰে। জাত-পাতৰ লৌহদুৱাৰক ধূলিসাৎ কৰিব পাৰে। সন্ন্যাসী হৰিনাৰায়ণেও হয়তো এনে কিছু সাধানত মগ্ন হৈ আছে।

শাস্ত্ৰী মহাৰাজৰ মানস-চকুত ঋষি বাল্মীকিও ভাস্বৰ হৈ উঠিল। কত তৰ্ক বাল্মীকিক লৈ? তথাপি 'স্কণ্ড পুৰনত' উল্লেখিত সেই তেৰ বছৰ সাধনা কৰা ঋষি বাল্মীকি? নিৰ্মম সাধনাত সৰ্বশৰীৰ উঁই-হাফলুলৈ পৰিণত কৰা ঋষি বাল্মীকি? সকলোৰে হৃদয়ৰ গহ্বৰত এই বাল্মীকি মহা আড়ম্বৰেৰে বহি থাকে কওক পাদ্ৰী বুল্কে চাহাবে—বাল্মীকিৰ জীৱনক লৈ যুদ্ধকাণ্ডৰ এটা সৰ্গৰ বাহিৰে ৰামায়ণ প্ৰমাণিক কাণ্ডত তেওঁৰ জীৱন-কাহিনীৰ নিতান্তই অভাব। কিন্তু সাধনাৰ ফলত দস্যুৰ পৰা ঋষি হোৱা 'স্কণ্ড পুৰাণ'ৰ বাল্মীকি সকলোৰে হৃদয়ত সোমাই আছে.......দেহস্বৰূপ শুকান মাটিৰ দমৰ পৰা সকলোৱে এক আৰ্তনাদ শুনিছে ঋষি বাল্মীকিৰ।

শাস্ত্ৰী মহাৰাজে চকু মুদিলে। সন্ন্যাসী হৰিনাৰায়ণৰ প্ৰতি অনুকম্পাত তেওঁৰ মন গদগদ হৈ পৰিল। হয় হয়, এনে পুৰুষেই হৰিনাৰায়ণ।

ঠিক এইখিনি সময়তে তম্বুৰ ভিতৰলৈ সোমাই আহিল ভাণ্ডাৰী। চুলি, কাণ ঢাকি তেওঁ এটা টুপী পিন্ধিছে। কুৰ্তাৰ ওপৰত এখন চাদৰ মেৰিয়াই লৈছে। এতিয়া যেন তেওঁক চিনি পোৱাই নাযায়।

ভাণ্ডাৰীয়ে আহিয়েই শাস্ত্ৰী মহাৰাজৰ ওচৰত সহজ হৈ বহি ক'লে— "মই আপোনাৰ চৰণলৈ আহিছোঁ। ইয়ালৈ আহি আপোনাৰ ছত্ৰছায়াত থাকি মই পুত্ৰ আৰু পত্নীৰ শোক সহ্য কৰিব পৰা হৈছোঁ।"

শাস্ত্ৰী মহাৰাজে ভাণ্ডাৰীৰ মূৰত হাত ফুৰাই দিলে। কিছু সময় ভাণ্ডাৰীয়ে আঁঠুকাঢ়ি বহি কান্দি থাকিল। তেওঁ ক'লে—"শাস্ত্ৰী মহাৰাজ, পোলিত চাহাবৰ দৰে ময়ো এখন উইল কৰিব খোজোঁ। মোৰ বংশ নৰ'ল। ল'ৰা আৰু পত্নীৰ নামত যি সামান্য সম্পত্তি আছিল সেইখিনি মই আপোনাৰ চৰণত অৰ্পিত কৰিব খোজোঁ।"

আৰ্তনাদ কৰি উঠিল শাস্ত্ৰী মহাৰাজে—"নাই নাই ভাণ্ডাৰী, এতিয়াও তোমাৰ মন ঠিক হোৱা নাই। মণ্ডলীৰ লগত তুমি আৰু ঘূৰিব লাগিব। আমি বালিদ্বীপমালালৈ যাম। শ্যামদেশলৈ যাম। দাশৰথিৰ ভৰিৰ খোজ তাত বৰ গভীৰ হৈ বহি গৈছে। তুমি সেই খোজ খান্দি উলিয়াব লাগিব। ভাণ্ডাৰী, তুমি তোমাৰ দেহৰ মাজত থকা খোজো খান্দি উলিয়াব লাগিব। বহুদিন তুমি নিজকে পৰীক্ষা-নিৰীক্ষা কৰিব লাগিব। তাৰ পাছতহে তুমি পোলিত চাহাবৰ দৰে এক সিদ্ধান্ত ল'ব পাৰিবা।"

দুয়ো উঠিল। ভাণ্ডাৰীয়ে হাৰিকেন আৰু টৰ্চ দুয়োটাই হাতত ল'লে। দুয়োৰে শৰীৰ মেদবহুল হৈ পৰিছিল। সেয়ে শাৰী শাৰীকৈ পতা তম্বুবোৰক উদ্দেশ্য কৰি খোজ কাঢ়োতে তেওঁলোকৰ খোজৰ গতি মন্থৰ হৈ আহিছিল।

"শুনা ভাণ্ডাৰী, কেইবাগৰাকীও বিদেশী আলহী নিজৰ খৰচত হোটেলত আছে। কিছুমান অৱশ্যে তম্বুত থাকি গৈছে। এইসকলৰ খবৰ-পাতি ভালদৰেই মই ল'ব পৰা নাই। দূৰৈৰ লংগৰলৈ গৈ তেওঁলোকেও খোৱা-বোৱা কৰিবলগীয়া হৈছে। শৌচালয়ৰো ভাল ব্যৱস্থা হোৱা নাই।"

ভাণ্ডাৰীয়ে ক'লে—"এনেদৰে থকাই উত্তম হৈছে মহাৰাজ। চাই যাওক পৃথিৱীৰ এই একমাত্ৰ হিন্দু ৰাজ্যৰ প্ৰকৃত ছবি।"

দুয়ো লেঙেৰীয়াই লেঙেৰীয়াই খোজ কঢ়া মানুহৰ দৰে আগুৱাই যাব ধৰিলে। 'বিবাহ-পঞ্চমী'ৰ বাবে অহা সাধু-সন্ন্যাসীয়ে গিজগিজাই আছে জনকপুৰ। মানুহৰ ভৰিৰ খোজৰ ধুলিয়ে এই ৰংগভূমি এই সময়ত একেবাৰে ধূসৰিত কৰি ৰাখিছে।

দুয়ো আগুৱাই গ'ল। প্ৰথম তম্বুটোৰ পৰ্দা দাঙি শাস্ত্ৰী মহাৰাজে দেখিলে এই সভাত ভাগ ল'বলৈ অহা শ্ৰী সুৰংগ পুলথুপিয়াই কাগজ-পত্ৰ কিছুমান

নিজৰ সম্মুখত লৈ কিবা এক তালিম দি আছে। তাইৰ ইংৰাজী কোৱাৰ ঢং শ্যামদেশৰ মানুহবোৰৰ দৰেই।

শাস্ত্ৰী মহাৰাজ আৰু ভাণ্ডাৰীক দেখি তাই মূৰ দোৱালে। ক'লে—"দুদিন পাছতেই হনুমানৰ সাগৰৰ লংঘনৰ দৃশ্য ভট্টৰাই ওৰফে হনুমানে প্ৰদৰ্শন কৰিব।"

শাস্ত্ৰী মহাৰাজে হয়ভৰ দি কৈ উঠিল—"হয় হয়, তেওঁৰ তম্বুৰ সম্মুখত এইকেইদিন মানুহৰ ভিৰ হৈ আছে। তদুপৰি 'বিবাহ-পঞ্চমী'ৰ বাবে অহা সাধু-সন্ন্যাসী দলবোৰে 'বিবাহ-পঞ্চমী'ৰ পাছতেই হিমালয় অভিমুখে গমন কৰিব। সেয়ে আমি হনুমানৰ সাগৰ লংঘনৰ দৃশ্যৰে ৰামলীলা আৰম্ভ কৰিম। এক নতুনত্ব আনিম ৰামলীলালৈ। শুনিছাই নহয়, হনুমান ওৰফে দিবাকৰ ভট্টৰায়ে এইবাৰ কমলা নদী জঁপিয়াই পাৰ হ'ব। পাদ্ৰী মেকফাৰ্ছনৰ দিনত যেনেদৰে টেকৰাম ভট্টই বৰুণা নদী পাৰ হৈছিল তেনেদৰে ভট্টৰায়ে কমলা নদী পাৰ হৈ এক চমৎকাৰ কৰি দেখুৱাব। মই ভালদৰে জনো ভট্টৰায়ে কামিয়াব হ'ব। ভট্টৰাই সফল হ'ব।"

শ্ৰীসুৰংগ পুলথুপিয়াই ক'লে—"আহক, আপোনালোক ভিতৰলৈ সোমাই আহক। মই আমাৰ 'ৰামকিয়েন' হনুমানৰ কিছু কথা আপোনালোকক কওঁ।"

শাস্ত্ৰী মহাৰাজৰ সময় নাছিল। তদুপৰি তেওঁৰ ওচৰত সন্ন্যাসী হৰিনাৰায়াণ ছাঁ হৈ থকা নাই বাবে তেঁও উচপিচাই আছিল। হয়তো হৰিনাৰায়ণে টিকমগড়ৰ মহাৰাণীয়ে নতুনকৈ সজা 'ৰাম-জানকী' মন্দিৰৰ প্ৰাংগণত বহি তপস্যাই কৰি আছে। এই মন্দিৰৰ গছ-গছনিৰে ভৰা প্ৰাংগণত বহি এসময়ত বাল্মীকিয়ে 'সীতা সহস্ৰনাম' লেখাৰ কাহিনী হৰিনাৰায়ণে তেওঁক, শুনাই আছিল। দোভাগ ৰাতি হ'লেও শাস্ত্ৰী মহাৰাজে সেই মন্দিৰৰ প্ৰাংগনত চাই আহিব। কিন্তু এয়া শ্ৰীসুৰংগ পুলথুপিয়াই কি কয় হনুমানৰ কথা?

ভাণ্ডাৰী আৰু শাস্ত্ৰী মহাৰাজে মাটিত পাৰি দিয়া আসনত সহজ হৈ বহিল।

শ্ৰীসুৰংগে ক'লে—"ৰামকিয়েনৰ লেখক আছিল এক মহাৰাজ। দুশ বছৰ আগৰ চক্ৰীবংশৰ ৰজা ৰামে লেখিছিল ৰামকিয়েন। এই ৰাজবংশ এতিয়াও প্ৰতিষ্ঠিত। শুনক শাস্ত্ৰী মহাৰাজ, আমাৰ ৰামকিয়েনৰ হনুমানৰ ঐশ্বৰিক ৰূপ একমাত্ৰ শ্ৰীৰামচন্দ্ৰইহে দেখা পাইছিল।"

ভাগুৱাৰীয়ে চিঞৰি উঠিল—"ৰামপ্ৰিয় হনুমান।"

"আমাৰ হনুমান আছিল শুভ্ৰ বৰণৰ। হিমালয়ৰ বৰফৰ দৰে আছিল তেওঁৰ শৰীৰ ৰং। কিন্তু তেওঁৰ শৰীৰৰ নোম আছিল হীৰা খটোৱা। তেওঁ নিজৰ চাৰিখন মুখ আৰু আঠখন হাত একমাত্ৰ ৰামচন্দ্ৰৰ সন্মুখতহে প্ৰকট কৰিছিল।"

ভাগুৱাৰীয়ে আকৌ এবাৰ চিঞৰি উঠিল—"ৰামপ্ৰিয় হনুমান।"

"শুনক মহাৰাজ, আমাৰ শ্যামদেশৰ হনুমানে ত্ৰিছ মাহ মাতৃগৰ্ভত বাস কৰিছিল। বাল্মীকিৰ হনুমানৰ দৰে শ্যামদেশৰ হনুমান কিন্তু ব্ৰহ্মচাৰী নাছিল।"

শাস্ত্ৰী মহাৰাজ, শ্ৰীসুৰংগ পুলথুপিয়া আৰু ভাগুৱাৰী তিনিও হাঁহিবলৈ ধৰিলে।

ভাগুৱাৰীয়ে ক'লে—"ৰজাৰ হাতত হনুমানেও ৰূপ সলালে। আমাৰ বাল্মীকিৰ হনুমানে কিন্তু ৰাৱণৰ অন্তেষপুৰৰ নাঙঠ নাৰীসবৰ দেহত চকু পৰা বাবেই ধৰ্ম নষ্ট হ'ল, ধৰ্ম নষ্ট হ'ল বুলি চিঞৰি উঠা নাছিলনে মহাৰাজ?"

শাস্ত্ৰী মহাৰাজে হয়ভৰ দি ক'লে—"হয় হয়।"

শ্ৰীসুৰংগ পুলথুপিয়াই এক অপূৰ্ব ভংগীৰে ক'লে—"আমাৰ শ্যামদেশৰ মানুহবোৰ স্বভাৱতেই প্ৰেমিক। হনুমানকো সেই বাবেই প্ৰেমিক কৰা হৈছে। জবৰদস্ত প্ৰেমিক। শ্ৰীৰামচন্দ্ৰৰ ঘোৰশত্ৰু ৰাৱণৰ প্ৰিয়পত্নী মান্দোদৰীৰ লগতো আমাৰ হনুমানে প্ৰেম কৰিছিল, বিভীষণৰ পুত্ৰীৰ লগতো প্ৰেম কৰিছিল, মেঘনাদৰ পত্নীৰ লগতো প্ৰেম কৰিছিল।"

শাস্ত্ৰী মহাৰাজে ক'লে—"জানো জানো। সেতু বন্ধনৰ সময়ত মেঘনাদৰ পত্নী সুৱৰ্ণমৎসাই এজাক মাছৰ ৰূপ লৈ সেতু ধ্বংস কৰিবলৈ চেষ্টা কৰা নাছিলনে?"

শ্ৰীসুৰংগ আৰু শাস্ত্ৰী মহাৰাজে হাঁহিবলৈ ধৰিলে। শ্ৰীসুৰংগে ক'লে—"মহাৰাজ। সুৱৰ্ণমৎসাৰ এই ষড়যন্ত্ৰ হনুমানৰ চকুত ধৰা পৰিছিল। হনুমানে হেনো তাইৰ ফিচাখনকে থাপ মাৰি ধৰিছিল। অনুনয়-বিনয় শেষলৈ প্ৰেম-প্ৰীতিলৈ ৰূপান্তৰ হ'ল। সুৱৰ্ণমৎসাই শেষলৈ হনুমানক সেতু বন্ধা কামতো সহায়হে কৰি দিলে।"

সকলোৱে আকৌ এবাৰ হাঁহিবলৈ ধৰিলে।

"শুনক, আৰু মজাৰ কাহিনী আছে আমাৰ ৰামকিয়েনত। আমাৰ টোচাকানেই হৈছে বাল্মীকিৰ ৰাৱণ। এই ৰাৱণৰ আদেশ অনুসাৰে বেনায়কী

অৰ্থাৎ মন্দোদৰীয়ে এবাৰ শ্ৰীৰামচন্দ্ৰক নিজৰ মোহপাশত আবদ্ধ কৰিবলৈ এক জাল তৰিছিল। আচৰিত কথা এয়ে যে এই জালত বন্দী হ'ল শ্ৰীৰামচন্দ্ৰ নহয়, স্বয়ং হনুমানহে।"

সকলোৱে হাঁহিবলৈ ধৰিলে।

"হনুমানে ৰাৱণৰ পত্নীৰ ষড়যন্ত্ৰৰ কথা জানি তেওঁক ধৰিবলৈ খাপ পাতি থাকিল। ৰাৱণপত্নী ধৰা পৰিল। লগে লগে হনুমানৰ বাহুপাশতো আবদ্ধ হ'ল।"

আকৌ এবাৰ সকলোৱে হাঁহিবলৈ ধৰিলে ।

শ্ৰীসুৰংগ পুলথুপিয়াই ওঁঠ টিপি মিচিকিয়াই হাঁহিলে—"শুনক। অকল আলিংগন কৰাই নহয়, নিজৰ পত্নীও কৰি ল'লে। আমাৰ শ্যামদেশত এহেজাৰ বছৰৰ আগতেই লুপবুৰীৰ মানুহৰ মুখে মুখে প্ৰচলিত আছিল ৰামে হনুমানৰ বাবে নতুন নগৰ এখন তৈয়াৰ কৰিছিল। এই নগৰ তৈয়াৰ কৰাৰ সময়ত লুপবুৰীৰ মাটি বগা হৈ পৰিছিল। এই বগা মাটি আমাৰ তৰুণহঁতে প্ৰসাধনত ব্যৱহাৰ কৰে।"

শাস্ত্ৰী মহাৰাজ বহাৰ পৰা উঠিল। লগে লগে ভাণ্ডাৰীও উঠিল! ক'লে—"এই দুদিন মই তোমালোক কেনেদৰে আছা এই বিষয়ে খবৰ ল'বলৈ সময়েই কৰিব পৰা নাছিলো। সেয়ে আজি তোমালোকৰ খবৰ ল'বলৈ এই অসময়তো ওলাই আহিছোঁ।"

শ্ৰীসুৰংগে বৰ বিনয়েৰে ক'লে—"আপুনি সাৱধানে যাওক, মহাৰাজ। ৰাস্তা বৰ বেয়া। মানে এই কেম্পৰ এই বাকৰিখন বৰ ওখোৰা-মোখোৰা।"

ভাণ্ডাৰীয়ে হাঁহি মাৰি ক'লে—"মই এয়া হাৰিকেন লগত লৈ আহিছোঁ, জেপত টৰ্চো আছে।"

দুয়ো খুপি খুপি আগুৱাই গ'ল। বাটত শাস্ত্ৰী মহাৰাজে ক'লে—"বৰ সুশীল স্বভাৱৰ ছোৱালী শ্ৰীসুৰংগ পুলথুপিয়া।"

কিছু সময় একে ঠাইত তভক খাই ৰৈ শাস্ত্ৰী মহাৰাজে ভাণ্ডাৰীৰ কাণত ফুচফুচাই ক'লে—"শুনা ভাণ্ডাৰী, মোৰ মৃত্যুৰ পাছতো শ্ৰীসুৰংগ পুলথুপিয়াৰ দৰে কিছুৱে দাশৰথিৰ খোজ বিচাৰি যাব। দুহেজাৰৰো অধিক বছৰ ধৰি চলা এই অন্বেষণ। শ্ৰীসুৰংগৰ ওচৰত বহি থকাৰ সময়ত মোৰ ঐশ্বৰিক অনুভূতি হৈছিল। পোলিত চাহাব, বাৰান্নিকভ, পাত্ৰী কামিল বুল্কে চাহাব, সন্ন্যাসী হৰিনাৰায়ণ সকলোৱে মুখবোৰ মনলৈ আহিছিল।" শাস্ত্ৰী মহাৰাজ ভাবুক হৈ

পৰিল। কিছু সময় তেওঁ চকু মুদি থাকিল। তাৰ পাছত ভাণ্ডাৰীৰ কান্ধত ধৰি তেওঁ আগুৱাই যাবলৈ ধৰিলে।

দ্বিতীয় তম্বুটোৰ পৰা নৃত্য কৰি আৰু গীতৰ ধ্বনি ভাঁহি আহিছে। হনুমানৰ সাগৰ লংঘন আছে দুদিন পাছত। তাৰ পাছতেই আছে সেই যাত্ৰা। হনুমানৰ সমুদ্ৰ লংঘন যিদিনা হ'ব সেইদিনা সভাগৃহত 'মেল' নহ'ব, সকলোৱে কমলা নদীলৈ যাত্ৰা কৰিব। তাতেই ভট্টৰায়ে নদীখন জঁপিয়াই পাৰ হ'ব। নদীয়েই সাগৰ হ'ব। হনুমানৰ সাগৰ লংঘনৰ দৃশ্য কৰি দেখুৱাব ভট্টৰায়ে।

ভাণ্ডাৰীয়ে চিঞৰি উঠিল—"এয়া চাওক, ভট্টৰাই থকা তম্বুত মানুহৰ ভিৰ।"

দুয়োৰে কাণত হনুমানৰ সাগৰ লংঘনৰ গীতৰ মধুৰ ধ্বনি ভাঁহি আহিল

*"যোজন ভৰি তেহি বদনু পাসাৰা।*
*কপি তনু কীনহ দুগুণ বিস্তাৰা।।*
*সোৰহ জোজন মুখ তেহি ঠয়েউ।*
*তুৰত পবনসুত বত্তিস ভয়েউ।। "*

(সুৰেষা ৰাক্ষসীয়ে মুখ মেলি শৰীৰ এক যোজন বিস্তাৰ কৰিলে। হনুমানে তেওঁৰ শৰীৰ দুই যোজন বিস্তাৰ কৰি পেলালে। সুৰেষাই এইবাৰ ষোল্ল যোজনলৈ মুখ মেলিলে। হনুমানে লগে লগে নিজৰ মুখ বত্ৰিছ যোজন কৰি পেলালে।)

*"জয় জয় সুৰসা বদনু বঢ়াবা*
*তাসু দুন কপি ৰূপ দেখাবা।।*
*সত যোজন তেহিতে আনন কীনহা।*
*অতি লঘুৰূপ পবনসুত লীনহা।।"*

(যেনেদৰেই সুৰেষাই মুখ বঢ়াইছিল তেনেদৰে হনুমানে নিজৰ শৰীৰ দ্বিগুণ কৰি তুলিছিল। সুৰেষাই যেতিয়া মুখ মেলি এশ যোজন কৰিলে, হনুমানে লগে লগে তেনেই ক্ষুদ্ৰ ৰূপ ধাৰণ কৰিলে।)

*"বদন পইঠি পুনি বাহেৰ আৰা ।*
*মাঁগা বিদা তাহি সিৰু নীৰা।।*
*মোহি সুৰনহ জেহি লাগ পঠাৰা*
*বুধি বল মৰমু তোৰ মৈঁ পাৰা।।"*

(সুৰেষাৰ মুখৰ ভিতৰেদি সোমাই হনুমানে আকৌ বাহিৰলৈ ওলাই

আহিল আৰু সুৰেষাক প্ৰণাম জনাই বিদায় ল'লে। সুৰেষাই ক'লে—শুনা, তোমাৰ প্ৰচণ্ড শক্তিৰ সৈতে যুঁজিবলৈ দেৱতাই মোক পঠিয়াইছিল? সেই পৰিচয় মই পাইছো।)

শাস্ত্ৰী মহাৰাজক দুৱাৰৰ ওচৰত দেখি ৰামলীলাৰ নটসকলে আৰু উৎসাহেৰে ঢোল, তাল, মঞ্জিৰা, কৰতাল আৰু চিমটা বজাবলৈ ধৰিলে। গায়কৰ ওচৰত হাৰমনিয়াম আৰু তবলা আছিলেই।

শাস্ত্ৰী মহাৰাজে সকলোকে প্ৰণাম জনালে। ভাণ্ডাৰীয়েও আঁঠুকাঢ়ি প্ৰণাম জনালে। শকত-আৱত মানুহ ভাণ্ডাৰীয়ে আঁঠু কাঢ়িবলৈ টান পাইছিল যদিও পৰিবেশটো বৰ উৎসাহান্বিত আছিল বাবে তেওঁ কিছু ভাবুক হৈ পৰিছিল।

"ইস ইস! পদধূলি দিয়ক"— এই বুলি কৈ হনুমান ওৰফে ভট্টৰায়ে জাঁপ মাৰি আহি শাস্ত্ৰী মহাৰাজৰ ভৰি দুটা সাবটি ধৰিলে। তেওঁৰ গাত লাগি এচুকত দমাই থোৱা হনুমানৰ মুখাবোৰ ছিটিকি পৰিল। শাস্ত্ৰী মহাৰাজে দেখিলে বাৰানসীৰ ৰামলীলাৰ দৰে মথুৰাৰ এই ৰামলীলাতো সম্ভৱ সৰ্বমুঠ বাইশ প্ৰকাৰৰ মুখাৰ ব্যৱহাৰ হ'ব। সম্ভৱ গণেশ, ৰাৱণ, কুম্ভকৰ্ণহঁতে পেপাৰমেচৰ মুখাই ব্যৱহাৰ কৰিব। সৌখন গাধৰ আকৃতিৰ পিতলৰ মুখা খৰ দুষণৰ মুখাই চাগৈ?

শাস্ত্ৰী মহাৰাজে চিঞৰি উঠিল—"ভট্টৰাই। তুমিতো কমলা নদী পাৰ হ'বা। টেকৰাম ভট্টই চৈধ্যসেৰ ওজনৰ পিতলৰ মুখা পিন্ধি বৰুণানদী পাৰ হৈছিল। তুমি কেনে ধৰণৰ মুখা পিন্ধিবা?"

সকলোৱে সমস্বৰে চিঞৰি উঠিল—"মহাৰাজ, টেকৰাম ভট্টই বৰুণা নদী পাৰ হোৱাৰ লগে লগে মৃত্যুবৰণ কৰি স্বৰ্গযাত্ৰা কৰিছিল। আমাৰ ভট্টৰায়ে কিন্তু জীয়াই থাকিব।"

সকলোৱে আকৌ চিঞৰি উঠিল—"কমলা নদী এটা জাঁপত পাৰ হ'ব খোজা ভট্টৰাইৰ জয় হওক।"

এই তম্বুৰ চাৰিওফালে ভৰি আছিল ৰামলীলাৰ চৰিত্ৰই ব্যৱহাৰ কৰা সাজ-পোছাকেৰে। দেৱতাসকলৰ বাবে তৈয়াৰী গুণাৰ কাম কৰা সোণালী পোছাক, বান্দৰে ব্যৱহাৰ কৰা হালধীয়া, নীলা আৰু ৰঙা ৰঙৰ ফ্ৰিল দিয়া ঘূৰি আৰু পাইজামা। ৰাৱণৰ বেঙুনীয়া ৰঙৰ গুণাৰ কাম কৰা দীঘল কোট। সীতা আৰু আন আন পাত্ৰীৰ বানাৰসী শাৰী (আনবোৰ ৰামলীলা পাত্ৰীৰ দৰে সীতাৰ কিংখাপ শাৰী বানাৰসী শাৰীলৈ ৰূপান্তৰ হৈছে) আৰু পৰি

আছে বুকুট পিন্ধা গুণাৰ কাম কৰা 'আলফী', তুলসীকে আদি কৰি বিভিন্ন ফুলৰ মালা।

ভাণ্ডাৰীৰ কান্ধত ধৰি শাস্ত্ৰী মহাৰাজ বাহিৰলৈ আহিল। বাহিৰলৈ আহি তেওঁ ক'লে —"ইস আমি বহুতকেইটা তম্বুত খবৰ ল'ব লগা আছিল।"

ভাণ্ডাৰীয়ে ক'লে—"নাই নাই আমি উভতি যোৱাহে ভাল হ'ব, ৰাতি দোভাগ হ'ল।"

"সৌটো তম্বু চোৱাচোন, তাত দেখোন হাই-উৰুমি একেবাৰে নাই।"

শাস্ত্ৰী মহাৰাজ কোঁ-কোঁৱাই তম্বুটোৰ পিনে আগুৱাই গ'ল। ঢিমিক-ঢামাককৈ এটা লণ্ঠন জ্বলি আছে। কি হ'ল—লাইট নাই নেকি ইয়াত?

শাস্ত্ৰী মহাৰাজে টৰ্চ মাৰি ভিতৰলৈ চালে। টৰ্চ শাক্তিশালী পোহৰত দুটা প্ৰাণী ধমহকৈ উঠি বহিল।

টৰ্চৰ পোহৰত ফটফটীয়া হৈ পৰিল নাঙঠ প্ৰাণী। ইস্। ইস্। শাস্ত্ৰী মহাৰাজ দূৰলৈ উফৰি পৰিল। তেওঁ নিজৰ চকুকে যেন বিশ্বাস কৰিব নোৱাৰিলে। এয়াচোন সন্ন্যাসী হৰিনাৰায়ণ! লগত নাঙঠ হৈ থকা কোন সেইজনী?

এলিজাবেথ। হাতত লৈ থকা টৰ্চ দূৰলৈ ছিটিকিল। শাস্ত্ৰী মহাৰাজ মূৰ্চ্ছিত হৈ মাটিত বাগৰি পৰিল।



## শেষ অধ্যায়

# হনুমানৰ সাগৰ লংঘন

উত্তৰ ভাৰতৰ ৰামলীলাৰ মণ্ডলীসমূহে হনুমানৰ সাগৰ লংঘনৰ দৃশ্যসমূহত নানা নতুনত্ব অনাৰ দৰে মথুৰাৰ এই ৰামলীলাৰ মণ্ডলীয়েও সাজ-পোছাক অস্ত্ৰ-শস্ত্ৰ আদিত এক ধৰণৰ নতুনত্ব আনিছিল। পুৰুষ আৰু নাৰীৰ সাজ-পোছাকৰ মহত্ত্ব বঢ়াবৰ বাবে এনে মণ্ডলীয়ে নাৰী-পুৰুষ সকলোৰে পোছাকলৈ আনিছিল এক নতুনত্ব। ক'ত উধাও হ'ল 'কোটা', 'কালাবাস্তু' আদিৰ কাৰুকাৰ্য কৰা পোছাক? জকমকীয়া মখমল আহিল। বানাৰসৰ 'তাঁৰ' আৰু 'গুণাৰ' বৰ্ডাৰ আহিল। 'কিংখাম' (কামখাৱ) অনা দুঃসাধ্য হোৱা বাবে আহিল মোলায়েম ৰেচম। বিচিত্ৰ নাইলনেৰে বান্দৰীসকলৰ অন্তেষপুৰ শোভা কৰিবলৈ ধৰিলে।

ৰাতিপুৱাৰ পৰাই কেম্পত হুলস্থূল লাগিল। বান্দৰ সেনাৰ পাৰ্ট কৰা নটসকল তম্বুৰ বাহিৰ হৈ নিজৰ নিজৰ মুখাবোৰ পৰীক্ষা কৰি চোৱাত ব্যস্ত হৈ পৰিল। বিবাহ-পঞ্চমীৰ বাবে অহা সাধু-সন্ন্যাসী, ল'ৰা-তিৰোতাই নটহঁতক বেৰি ধৰিলে। বান্দৰ সেনাৰ এই মুখাবোৰৰ ভিতৰত পিতল, কাপোৰ আৰু 'পাপিয়া-মেচে'ৰ মুখাও আছিল। দিবাকৰ ভট্ট ওৰফে হনুমানে যেতিয়া তেওঁৰ চৈধ্যসেৰ ওজনৰ মুখাখন বাহিৰলৈ আনি পৰীক্ষা কৰিবলৈ ধৰিলে চাৰিওফালে হৰ্ষধ্বনি আৰু চিঞৰ-বাখৰ লাগি পৰিল।

মণ্ডলীয়ে যিহেতু কমলা নদীৰ পাৰত সাগৰ লংঘনৰ পাছত হনুমানৰ লংকা প্ৰৱেশৰ কেইবাটাও দৃশ্য দেখুৱাব তাৰ বাবেও আখাৰাত চিঞৰ-বাখৰ লাগি পৰিছিল। মণ্ডলীৰ গায়কসকলে হাৰমনিয়াম বজাই চিঞৰি গাইছিল—

*পুৰৰখবাৰে দেখি বহু*
*কপি মন কীনহ বিচাৰ।*
*অতি লঘু ৰূপ ধৰউ নিসি*
*নগৰ কৰউ পইসাৰ।।*

(অনেক দ্বাৰৰক্ষক আৰু পুৰৰক্ষক দেখি হনুমানে মনে মনে ঠিক কৰিলে যে অতি ক্ষুদ্ৰ ৰূপ ধাৰণ কৰি ৰাতি তেওঁ নগৰত প্ৰৱেশ কৰিব।)

*তাত স্বৰ্গ অপবৰ্গ সুখ*
*ধৰিয় তুলা এক অংগ।*
*তুলা ন অহি সকল মিলি*
*জো সুখ লব সত সংগ।।*

(হে প্ৰিয়, যদি তুলাদণ্ডৰ এপিনে স্বৰ্গ আৰু মোক্ষৰ সুখ তুলি দিয়া হয় সেই সকলো মিলিও সৎসংগৰ পৰা যি স্থায়ী সুখ পোৱা যায় সেই সুখৰ সমান হ'ব নোৱাৰে।)

*প্ৰবিসি নগৰ কীজৈ সব কাজা।*
*হৃদয় ৰাখি কোসল পুৰ ৰাজা।।*
*গৰল সুধা ৰিপু মিতাঈ।*
*গোপদ সিন্ধু অনল সিতালাঈ।।*

(হে হনুমান কোশলপুৰ অৰ্থাৎ অযোধ্যাৰ ৰজা শ্ৰীৰামচন্দ্ৰক হৃদয়ত ৰাখি নগৰত প্ৰবেশ কৰি সকলো কাম কৰ। বিষ অমৃতলৈ পৰিৱৰ্তিত হ'ব, শত্ৰু মিত্ৰ হ'ব, গৰুৰ খোজৰ পানী সিন্ধুলৈ ৰূপান্তৰ হ'ব, জুয়ো শীতল হৈ পৰিব।)

*গৰুঅ' সুমেৰু ৰেনুসম তাহী।*
*ৰাম কৃপা কৰি চিতৱা জাহী।।*

(শ্ৰীৰামচন্দ্ৰই যাক কৃপা কৰে তেওঁৰ ওচৰত সুমেৰুও ধূলিৰ কণাৰ দৰে পাতল হৈ পৰে।)

এটা সময়ত কমলা নদীৰ পাৰ লোকে লোকাৰণ্য হৈ পৰিল । লোক সমাগমৰ এই দৃশ্য—ভৰতৰ লগত শ্ৰীৰামচন্দ্ৰক আনিবলৈ যোৱা সেই কুমাৰ, কম্বলকাৰ, মুক্তামণিৰ ছিদ্ৰকাৰ, গন্ধবণিক, অংগমৰ্দক, ধূপজীৱী, দন্ত ব্যৱসায়ী, নৃত্যনিপুণ গণিকা, সুৰকাৰ, বণিক, মদ্যকাৰ, ৰজক, গাঁৱৰ প্ৰধানসকল, নিজৰ পত্নীৰ সৈতে ৰমণীয় পোছাকেৰে অহা নটসকল, কৈবৰ্তসকল, গৰুৱে টনা ৰথত উঠি যোৱা ব্ৰাহ্মণসকল, মেদিনী কঁপাই যোৱা চতুৰংগ সেনাসকল —যেন বাল্মীকিয়ে বৰ্ণনা কৰা বিচিত্ৰ চিত্ৰ আজি দ্বিতীয়বাৰৰ বাবে কমলা নদীৰ পাৰত আকৌ আবিৰ্ভাৱ হৈছে। কত ধৰণৰ মানুহ এইবোৰ? বিবাহ-পঞ্চমীৰ বাবে হিমালয় আৰু বিন্ধ্যৰ পৰা অহা সাধুসকল, আশে-পাশে থকা গাৱঁৰ কৃষকসকল। তেওঁলোকৰ বিচিত্ৰ পাৰিধানে যেন এক অনন্য পৰিবেশৰ সৃষ্টি কৰিছিল। বণিক, মালাকাৰ, কৰপত্ৰ বণিক, ৰজক ইয়াতো আছিল। সমগ্ৰ ৰামলীলা পাৰ্টিতে আছিল। ৰামলীলাৰ দৃশ্য দেখুৱাবলৈ গোটেইবোৰ নটেই এই দৃশ্যৰ বাবে অস্থায়ীভাৱে সজা তম্বু এটাৰ ভিতৰত ভিৰ কৰিছিল।

ইস ইস , মানুহৰ ভিৰত নটবোৰ ভালদৰে প্ৰসাধনেই কৰিব পৰা নাই।

বান্দৰৰ পাৰ্ট কৰা নটবোৰে সৰ্বশৰীৰতে ৰামৰজ অৰ্থাৎ হালধীয়া মাটি লেপি

ল'লে। মুখা পিন্ধিলে যদিও চকুত কাজল ল'বলৈ নটইঁতে পাহৰা নাছিল। সৰ্বশৰীৰতে চন্দনৰ লেপন লগালে। গালৰ এফালে ক'লা দাগ লগালে —যাতে মুখ নালাগে। প্ৰায় গোটেইবোৰ বান্দৰ সেনাই হাতত কাঠৰ গদা তুলি ল'লে। মানুহৰ ভিৰত এই গদাবোৰ বান্দৰ সেনাই ঘূৰাই ঘূৰাই চাব পৰা নাছিল।

ৰাতিপুৱাৰ পৰাই মাধৱানন্দ ৰামলীলা মণ্ডলীৰ লগত ব্যস্ত হৈ আছিল। মুখাবোৰ পিন্ধাই দিয়া, চন্দন লেপি শৰীৰত ঘঁহি দিয়া ইত্যাদি অনেক কামত মাধৱানন্দই ৰামলীলাৰ পাৰ্টিক সহায় কৰি তত পোৱা নাছিল। ৰাতিপুৱাই আহি মাধৱানন্দ চামিল হৈছিল । প্ৰথম সূৰ্যৰ কিৰণ নদীৰ বুকুত উবুৰি হৈ পৰিছিল। ৰঙা মেঘ উৰি ফুৰিছিল আকাশত। আঃ, মেঘ নহয় যেন অশ্বমেধ যজ্ঞৰ অশ্বৰ শৰীৰৰ টুকুৰা সেইবোৰ। কৌশল্যাই অশ্বমেধৰ বাবে খড়োৰে কটা অশ্বৰ শৰীৰৰ টুকুৰাবোৰ আকাশত যেন ৰঙা মেঘ হৈ ওপঙি ফুৰিছে। খড়্গ, অশ্বৰ শৰীৰৰ টুকুৰা, ৰঙা মেঘ—সমগ্ৰ পৰিস্থিতিয়েই এক অনন্য ৰূপ লৈছিল। সেই সময়তে মাধৱানন্দই আহি মণ্ডলীৰ লগত চামিল হৈছিল।

## হনুমানৰ সাজপাৰ

কমলা নদীৰ তীৰৰ এটা অস্থায়ী তম্বুত হনুমান ওৰফে ভট্টৰাইৰ সাজ-সজ্জাৰ দহৰম-মহৰম চলিল। ভট্টৰাই প্ৰকাণ্ড পুৰুষ। অলপ কুঁজা হৈ অৰ্থাৎ হাত দুখন ওলমি পৰাৰ দৰে খোজ কাঢ়ে। ভৰিৰ পতা বহল। হাত দুখনো সাধাৰণ মানুহতকৈ দীঘল। হাতৰ আঙুলিও আন মানুহতকৈ ভোটা থোপোৰা। মূৰৰ চুলি কদমফুলৰ দৰে চুটি চুটিকৈ কাটি লৈছিল।

ৰামলীলা মণ্ডলীৰ দুটা নটে এই প্ৰকাণ্ড মানুহটোৰ শৰীৰ মালিচ কৰিবলৈ ধৰিলে। ৰূপৰ বাটি কিছুমানত চন্দন আৰু হালধিৰ লেপন আছিল। ৰামলীলাৰ স্বৰূপ (চৰিত্ৰ) সকলক এনেদৰে প্ৰসাধন কৰা এই নটসকলৰ অভ্যাসতে পৰিণত হৈছিল। আচৰিত কথা এয়ে যে ভট্টৰায়ৰ শৰীৰত দীঘল দীঘল নোম আছিল হুবহু বান্দৰৰ দৰেই। সেইবোৰত এনেধৰণে ৰং সনা হৈছিল যে দেখিলে ভাব হয় হুবহু কন্টকমোচন হনুমানৰে অৱতাৰ ৰূপে আৱিৰ্ভাৱ হৈছে। দুয়ো নটে লেপন দি আছিল যদিও মুখৰে গুণগুণাই আছিল সংকটমোচন হনুমানৰ স্তুতিঃ

*"অতুলিতবলধামং স্বৰ্ণ শৈলাভাদেহং*
*দনুজবনকৃশান্তং জ্ঞানিনামগ্ৰগণ্যমা*
*সকল গুণানিধানং বানৰাণধীশং*
*ৰঘুপতিবৰদূতং বাতজাতং নমামি।।"*

(অতুল শক্তিশালী, স্বৰ্ণ পৰ্বত বৰণৰ, বনঅগ্নিৰ দৰে প্ৰভাময়, জ্ঞানীসকলৰ

মাজত শ্ৰেষ্ঠ ৰত্ন, সকলো গুণৰ আকৰ, বান্দৰৰ প্ৰভু, শ্ৰীৰামচন্দ্ৰৰ শ্ৰেষ্ঠ দূত। হে পৱনপুত্ৰ তোমাক প্ৰণাম।)

তেওঁলোকে গুণগুণাই গীত গাই আছিল আৰু হনুমান ওৰফে ভট্টৰায়ে এক ভব্যৰূপ ধাৰণ কৰি থিয় হৈছিল।

এইদৰে সাগৰ লংঘনৰ এই অদ্ভুত দৃশ্যৰ বাবে অভিনৱ সাজ-সজ্জাৰে সজোৱা হ'ল হনুমানক। মূৰত প্ৰকাণ্ড মুকুট। ৰেৱাৰ মহাৰাজৰ মুকুটৰ দৰে বিভিন্ন ৰত্নেৰে সজ্জিত "ছেফায়াৰ" (নীলম) খটোৱা মুকুট। বাহুত বাজু বা নওৰতন, কপালত দাউনি হাজাৰা। কাণত মুক্তাৰ কুণ্ডল। আজমীৰি খাৰুৰ দৰে হাতত প্ৰকাণ্ড খাৰু আৰু বিচিত্ৰ আঙঠি, কঁকালত গেৰুৱা ধুতী, গুণাৰ কাম কৰা কমৰবন্ধ। উচ্চসুৰত নদীৰ পাৰলৈ শোভাযাত্ৰা কৰি যাবলৈ অহা দৰবাৰী গায়ক দুটাই গাবলৈ ধৰিলে ঃ

ৰাম বিৰহ সাগৰ মহঁ ভৰত মগন মত হোত।
বিপ্ৰৰূপ ধৰি পবনসূত আই গয়উ জনু পোত।

(যেতিয়া ৰাম-বিৰহ সাগৰত ভৰতৰ মন ডুবিছিল, ঠিক সেই সময়তে ব্ৰাহ্মণ ৰূপ ধাৰণ কৰি হনুমানে আহি নৌকাৰ কাম কৰিলে।)

সকলোৱে ৰাম-বিৰহ সাগৰ, ৰাম-বিৰহ সাগৰ বুলি চিঞৰিবলৈ ধৰিলে। ইতিমধ্যে তম্বুৰ দাঁতিত মানুহৰ ভিৰ আৰু বাঢ়ি আহিল। তম্বুৰ দাঁতিত আহি থিয় হ'ল ৰামায়ণ মণ্ডলীৰ সকলো বিদ্বান সভ্য। ৰ'জমেৰি, কাপ চাহাব, আলেকজেণ্ডাৰ, অন্ধ সন্ন্যাসী প্ৰভুপদ, শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰসকল, ৰাস্তোলত উঠা পণ্ডিত, জঁটাধাৰী আদি সকলোৱে আহি আন আন যাত্ৰীৰ লগত কেম্পৰ দুৱাৰমুখত ভিৰ পাতিলে।

জঁটাধাৰীৰ কঁকালৰ তলত এখন বস্ত্ৰহে আছিল। সমগ্ৰ শৰীৰত তেওঁ ভস্ম সানি লৈছিল। আজি তেওঁৰ হাতত এডাল ত্ৰিশূলো আছিল। মাজে-সময়ে তেওঁ ভিৰৰ পৰা আঁতৰি নদীৰ বালিত তাণ্ডৱ নৃত্য দিবলৈ ধৰিলে। সৰু সৰু ল'ৰা-ছোৱালী কিছুমানে জঁটাধাৰীক বেৰি ধৰিলে। কিন্তু নাই, কাৰো অন্যত মনোনিবেশ কৰাৰ সময় নাই। সৌৱা এতিয়া ওলাই আহিব হনুমান। সময় হৈ আহিছে সাগৰ লংঘনৰ। নদীৰ পাৰলৈ শোভাযাত্ৰা কৰি যোৱাৰহে কথা।

সেই পুৰণা দিনৰ দৰে অৰ্থাৎ ষাঠি বছৰ আগেয়েও হনুমানে চীৰহৰণ ঘাটৰ পৰা যমুনা পাৰ হৈছিল। নদী সাগৰলৈ ৰূপান্তৰিত হৈছিল। ষাটি বছৰ আগেয়েও হনুমানৰ পিছে পিছে শোভাযাত্ৰা কৰি গৈছিল খোৰা-কণা ৰাক্ষসসকলে। নাক-কটা শূৰ্পনখা শোভাযাত্ৰাৰ আগে আগে প্ৰকাণ্ড মুখা পিন্ধি আগুৱাই গৈছিল। বিকট দৃশ্য। মূৰৰ চুলি আউল-বাউল। আঁঠুৰ তললৈ বাগৰি অহা ৰঙা মেখেলা। নাকত কিবা

এক বস্তু দিছিল—সেয়ে টপ টপকৈ তেজ বৈ অহাৰ দৰে দেখা গৈছিল। কিহৰ পাইপ লগাইছিল? হাতত তাইৰ ৰক্তাক্ত কটা নাক। প্ৰকাণ্ড প্ৰকাণ্ড মুখা পিন্ধি খৰ-দূষণো আগুৱাই গৈছিল। সিহঁতৰ গাধৰ দৰে মুখা, সেউজীয়া পাইজামা।

ইস্ ইস্। পাছে পাছে যোৱা ল'ৰা-ছোৱালীবোৰে খোচা-বিন্ধা কৰি গৈছিল চাঙিত ওলমাই নিয়া ৰাক্ষসবোৰক।

হৈঃ হৈঃ। হাঃ হাঃ।।

বৃন্দাবনৰ এই শোভাযাত্ৰা আছিল ভ্ৰষ্টাচাৰী সমাজ এখনক উদঙাই দেখুৱাৰ এক সাংকেতিক ছবি। ভ্ৰষ্টাচাৰী সমাজ এখনক তচ-নচ কৰাৰ এক উদং চিত্ৰ কটা নাক লৈ শোভাযাত্ৰা কৰা শূৰ্পনখা। দাঁত নিকটাই চাঙিত ওলমি যোৱা ভ্ৰষ্টাচাৰী ৰাক্ষস। এতিয়াতো এনে শোভাযাত্ৰা নহয়। কেনে হ'ব তেতিয়াহ'লে ভট্টৰাইক আগত লৈ যোৱা এই শোভাযাত্ৰা?

ভব্য ৰূপ লৈছে হনুমান ওৰফে ভট্টৰায়ে। আচৰিত কথা এয়ে যে ভট্টৰাই অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈছে। ক'তা, মহাকবি বাল্মীকিয়েতো সাগৰ লংঘনৰ সময়ত হনুমানক অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত কৰি পঠোৱা নাছিল।

এয়ে সেই হনুমান যাক বন্দনা কৰি ইন্দ্ৰই কৈছিল—হনুমান বজ্ৰৰ দ্বাৰা অবাধ্য হ'ব। সূৰ্যদেৱতাই কৈছিল—মই মোৰ তেজৰ শততম অংশ হনুমানক প্ৰদান কৰিছোঁ। ম'হৰ ওপৰত উঠি বিচৰণ কৰা যম দেৱতাই আশীৰ্বাদ দি কৈছিল—যুদ্ধ ক্ষেত্ৰত মোৰ গদাই হনুমানক স্পৰ্শ কৰিব নোৱাৰিব।

ষাঠি বছৰ আগেয়ে যোৱা শোভাযাত্ৰা আকৌ দোহৰা হ'বনে?

সৌৱা অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈছে হনুমান। ভট্টৰায়ে এই অস্ত্ৰ-শস্ত্ৰৰ মাজৰ পৰা নেপালী খুকুৰি এখন তুলি ল'লে। খুকুৰিখন মণিমাণিক্য খচিত; এটা সৰু নামো ইয়াত অংকিত হৈ আছে। কোনোবা ভক্তই তম্বুৰ ওচৰলৈ আহি এই খুকুৰিখন থৈ গৈছিল। সৌৱা ভট্টৰায়ে সেইখন কঁকালত বান্ধি ল'লে।

ইতিমধ্যে কমলা নদীৰ যি স্থানৰ পৰা ভট্টৰায়ে জাঁপ মাৰিব তাত এখন সৰু ছামিয়ানা তৰি দিয়া আছিল। শাস্ত্ৰী মহাৰাজৰ মন আৰু শৰীৰৰ অৱস্থা ভাল নাছিল। কমলাদেৱী আৰু শিৱসিন্ধু ট্ৰাষ্টৰ ছাত্ৰ দুজনমানে ধৰি ধৰি আনি তেওঁক ছামিয়ানাৰ তলত পাৰি থোৱা কাঠৰ চকী এখনত বহুৱাই দিলে। এইখিনিৰ পৰা তেওঁ সকলো আয়োজন সুন্দৰকৈ দেখা পাব। তেওঁৰ ভৰিৰ কাষতে আঁঠুত বুকু গুজি কমলাদেৱী বহিল। চাৰিওফালে মণ্ডলীৰ মানুহে তেওঁলোকক বেৰি ধৰিলে। তেওঁলোকে মহেন্দ্ৰ পৰ্বতক অনুকৰণ কৰি কমলা নদীৰ পাৰতে এক কৃত্ৰিম পৰ্বতৰ সৃষ্টি কৰিছিল।

বাল্মীকিৰ বৰ্ণনাক তেওঁলোকে অনুকৰণ কৰিছিল। কিছুমান কৃত্ৰিম পুষ্পবৃক্ষ ইয়াত ৰোপণ কৰিছিল। বাল্মীকিয়ে বৰ্ণনা দিয়াৰ দৰেই কাঞ্চন আৰু ৰজতবৰ্ণৰ নিজৰাৰ প্ৰবাহো কৰা হৈছিল। ৰক্তবৰ্ণৰ লেপন কৰা, মদমত্ত, সস্ত্ৰীক বিদ্যাধৰ তাত থিয় হৈ আছিল। হনুমানৰ আগমনৰ দ্বাৰা প্ৰভাৱিত হোৱা এই বিদ্যাধৰসকলে প্ৰস্থান কৰিবলৈ উদ্যত হোৱা ভংগীৰে ইয়াত থিয় হৈ আছিল। উবুৰি হৈ পৰি আছিল তেওঁলোকৰ সোণালী আসন, বাঘৰ ছালেৰে নিৰ্মিত পানপাত্ৰ, সোণৰ মুষ্টিযুক্ত খড়্গ। কৃত্ৰিম মহেন্দ্ৰ পৰ্বতত বিভিন্ন ৰংযুক্ত শিলা আৰু বিষাক্ত সৰ্পৰো সৃষ্টি হৈছিল। লোকাৰণ্য হৈ পৰিল কমলা নদীৰ পাৰ। আহিল, আহিল, সৌৱা হনুমান তীৰবেগেৰে তম্বু অতিক্ৰম কৰি আগুৱাই আহিল। মহেন্দ্ৰ পৰ্বতত আৰোহণ কৰিবলৈ ভট্টৰাই আগুৱাই আহিল, তেওঁৰ পিছে পিছে বান্দৰৰ সাজ-পোছাক পৰিধান কৰা বিভিন্ন নটসকলে জঁপিয়াই—চিঞৰ-বাখৰ কৰি আগুৱাই আহিল। হনুমানৰ পিছে পিছে মানুহবোৰে নদীৰ প্ৰবাহৰ দৰে আগুৱাই যাবলৈ ধৰিলে।

ভট্টৰায়ে জাঁপ মাৰি ই কৃত্ৰিম মহেন্দ্ৰ পৰ্বতত থিয় হ'ল। লগে লগে বৃক্ষৰ পৰা ফুলবোৰ সৰি পৰিল আৰু বাল্মীকিয়ে বৰ্ণনা দিয়াৰ মতে ভট্টৰাই ওৰফে হনুমান এক ফুলৰ পৰ্বতলৈ ৰূপান্তৰিত হ'ল।

চাৰিওফালে জয়ধ্বনি নিনাদিত হৈ উঠিল—"জয় সংকটমোচন হনুমানৰ জয়।"

*ধপ। ধপ। ধপ।।*

*ধপ। ধপ। ধপ।।*

ভ্ৰিৰ প্ৰচণ্ড গছকত সৰি পৰিল কৃত্ৰিম গছৰ কৃত্ৰিম ফুল।

ভট্টৰায়ে এই সন্ধিক্ষণত বাল্মীকিৰ হনুমানৰ দৰে শৰীৰ থৰথৰ কম্পমান কৰিলে। মেঘৰ দৰে প্ৰচণ্ড গৰ্জন কৰিলে। যেন আকাশ আৰু পাতাল দুফাল কৰি পেলাব তেওঁ। কৃত্ৰিম নেজ তেওঁ এনেদৰে বিস্তৃত কৰিলে যে দূৰৈৰ পৰা ভাব হ'ল অজগৰ সৰ্পই এক ভয়ংকৰ ভংগীতহে যেন নিজৰ দেহ প্ৰকট কৰি দেখুৱাইছে। বিস্ময়কৰ। সকলোৱে স্তম্ভিত, শ্বাসৰুদ্ধ।

এইবাৰ প্ৰচণ্ড আৱাজেৰে ভট্টৰাই ওৰফে হনুমানে চিঞৰি উঠিল—শ্ৰীৰামচন্দ্ৰই নিক্ষেপ কৰা বাণে যেনেদৰে বায়ুবেগে গমন কৰে তেনেদৰে মই ৰাৱণৰ লংকাপুৰীলৈ গমন কৰিম। সীতাক যদি তাত মই নাপাওঁ তেতিয়াহ'লে মই স্বৰ্গলৈ গমন কৰিম, যদি তাতো মই নাপাওঁ ৰাৱণৰ সৈতে লংকাপুৰীক মই উঘালি আনিম, হাঃ। হাঃ। হাঃ। হাঃ।

এক উৰন্ত প্ৰাণীৰ দৰে তীৰবেগেৰে ভট্টৰাই লৰি গ'ল। তেওঁ যেন সেই ১৮১১ চনৰ টেকৰাম ভট্টলৈ ৰূপান্তৰিত হৈছে। পঞ্চল্লিছ ফুট বহল বৰুশা নদী পাৰ হোৱা টেকৰাম ভট্ট।

**হুৰ হুৰ হুৰাং।**

**হুৰ হুৰ হুৰাং।**

উৰন্ত প্ৰাণীৰ দৰে তীৰবেগেৰে গৈ পানীৰ ওচৰত উপস্থিত হ'ল ভট্টৰাই। কোন টলকত তেওঁৰ ওচৰত থিয় হৈ থকা মাধৱানন্দক ঠেলা মাৰি থৈ গ'ল মাধৱানন্দই তৰ্কিবই নোৱাৰিলে।

নাকৰ নিশ্বাস নিয়ন্ত্ৰণ কৰি ভট্টৰায়ে এক প্ৰচণ্ড জাঁপ মাৰিলে। লগে লগে আনটো পাৰৰ বালিত পৰ্বতৰ পৰা খহি খহি পৰা পাষাণৰ দৰে পানীত ছিটিকি পৰিল ভট্টৰাই। প্ৰথমে কোনেও একো তৰ্কিবই নোৱাৰিলে। পানীত পৰি ককবকাই থকা মানুহটোক টানি আনিবলৈ মাধৱানন্দ পানীত জঁপিয়াই পাৰিল। লগে লগে ৰামমণ্ডলীৰ অনেকেই জঁপিয়াই পৰিল ককবকাই পৰি থকা মানুহটোক টানি আনিবলৈ।

এক মুহূৰ্ততে ঘটিল এই ঘটনা। পানীৰ পৰা ভট্টৰাইক তুলি অনা হ'ল। কিন্তু মাধৱানন্দ? মাধৱানন্দ ক'ত?

গোটেই ৰাতি মাধৱানন্দক বিচাৰি কমলা নদীত মানুহে সাঁতুৰি থাকিল। দোভাগ ৰাতি মাধৱানন্দৰ প্ৰাণহীন দেহ পাৰলৈ তুলি অনা হ'ল।

বালিদ্বীপ, শ্যামদেশ, ছুৰিনাম, ফিজি কত দেশত মণ্ডলীক লগত লৈ শাস্ত্ৰী মহাৰাজে দাশৰথিৰ পদচিহ্ন বিচাৰি ফুৰিলে।

এই মণ্ডলীৰ মাজত কোনেও আৰু কমলাদেৱীক দেখা নাপালে। তাইৰ লগতে হনুমানে কঁকালত বন্ধা নেপালী খুকুৰিখনো অন্তৰ্ধান হ'ল।

*(ৰামায়ণ মণ্ডলীৰ লগত মই অনেক ঠাইত ভ্ৰমণ কৰিছিলো। সেই ভ্ৰমণৰ প্ৰেৰণাত এই উপন্যাস লিখা হৈছিল। সঁচা চৰিত্ৰ কিছুমান আছিল যদিও কিছুমান সম্পূৰ্ণ নতুন চৰিত্ৰ এই উপন্যাসৰ বাবে তৈয়াৰ কৰা হৈছিল। বাল্মীকি আৰু তুলসীৰ ৰামায়ণৰ যিবোৰ উদ্ধৃতি দিয়া হৈছে সেইবোৰ স্বৰ্গীয় উপেন্দ্ৰনাথ মুখোপাধ্যায়ৰ কলিকতাৰ পৰা প্ৰকাশিত বাল্মীকি ৰামায়ণ, ড° আৰ.ছি. প্ৰসাদৰ দিল্লীৰ পৰা প্ৰকাশিত তুলসীদাসৰ শ্ৰীৰামচৰিতমানস, প্ৰয়াগৰ পৰা প্ৰকাশিত ফাদাৰ কামিল বুল্কেৰ ৰামকথা আৰু সতীস চন্দ্ৰ দাসগুপ্তৰ কলিকতাৰ পৰা প্ৰকাশিত ৰামচৰিতমানসৰ বাংলা অনুবাদৰ পৰা দিয়া হৈছে।*

*ৰামায়ণৰ বিষয়ে গৱেষণা কৰি থকা সময়ত মই অনেক বছৰ অনেক কিতাপ-পত্ৰ পঢ়াৰ সুযোগ পাইছিলো।*

*পাঠকে "প্ৰান্তিক"ৰ পৃষ্ঠাত অনেক দিন ধৰি ধৈৰ্যৰ সৈতে এই উপন্যাস পঢ়াৰ বাবে মই পাঠকৰ ওচৰত মূৰ দোঁৱালো।)*

*—মামণি ৰয়ছম গোস্বামী*